# মহাশ্বেতা




সদৌ অসম লেখিকা সমাৰোহ সমিতি

সম্পাদিকা—শীলা বৰঠাকুৰ

**MAHASHETA**— A Critical Study on the life and literary works of Padmasree Nalinibala Devi, compiled and edited by Dr. Sheela Barthakur and Published by All Assam Lekhika Somaroh Somiti, Tezpur (Assam).

First Edition December, 1997

Price : Rs 70.00 (Seventy only)

প্ৰথম তাঙৰণ ঃ ডিচেম্বৰ, ১৯৯৭

মূল্য ঃ ৭০.০০ টকা মাত্ৰ

*ছপাযোগান ঃ* **কাশী ব্লক ইণ্ডাষ্ট্ৰী**
তেজপুৰ, চান্দমাৰী

# সম্পাদিকাৰ শিতান

অসমীয়া কাব্য সাহিত্যৰ ইতিহাসত নলিনীবালা দেৱী অনন্যা অন্যতমা শ্ৰেষ্ঠ কবি ৰূপে প্ৰতিষ্ঠিতা। এক পৰম্পৰাগত অভিজাত বংশত জন্মলৈও কবি নলিনীবালা দেৱী আছিল এগৰাকী সহজ-সৰল সৰ্ব্বজনপ্ৰিয় মহীয়সী নাৰী। ৰাজসিকতাৰ লগতে সাত্ত্বিক পাৰিপাৰ্শ্বিকতাত ডাঙৰ-দীঘল হৈ, দেশপ্ৰেমিক পিতৃৰ আদৰ্শ আৰু অনুপ্ৰেৰণাত নিৰন্তৰে মানসিক পৰিপুষ্টি লাভ কৰি এইগৰাকী মহিলা কবিয়ে তেওঁৰ উৰ্ব্বৰ অনুভূতিৰে জীৱন কালৰ অভিজ্ঞতাবোৰক মৰ্ম্মস্পৰ্শী আবেদনেৰে কবিতাত প্ৰাণ থাপি থৈ গৈছে। অসমৰ যিসকল স্বনামধন্য লেখকে সংবেদনশীল লেখনীৰে, মানৱ দৰ্শনৰ প্ৰজ্ঞাৰে হৃদয়ত প্ৰবেশ কৰিবলৈ সক্ষম হৈছে সেইসকলৰ ভিতৰত এগৰাকী নলিনীবালা দেৱী, নিজ সাধনা আৰু প্ৰতিভাৰ জ্যোতিৰে সালংকৃতা নলিনীবালা অসমীয়া সাহিত্য জগতত সুপৰিচিতা, সন্মানীয়া আৰু আদৰণীয়া।

নলিনীবালাৰ কবিতাৰ প্ৰাণকেন্দ্ৰ বিন্দু ভাৰতীয় দৰ্শনৰ আধ্যাত্মিকতা। ভাৰতীয় দৰ্শনৰ আধ্যাত্মিক চিন্তাধাৰাই কবিগৰাকীক বাৰুকৈয়ে প্ৰভাবিত কৰিছিল। তেওঁৰ কবিতাবোৰ যেন মৌন আধ্যাত্মিক উজ্জ্বলতাৰে সমুজ্জল। জীৱনযোৰা নীৰৱ সাধনাক সঙ্কল্প কৰি তেওঁ যি যাত্ৰাত আগবাঢ়িছিল সেই যাত্ৰা আছিল অসীম-অনন্তৰ্। সসীমৰ বান্ধোন মোকলাই সসীমৰ সন্ধান পাবলৈ কবি অস্থিৰ। পৰিদৃশ্যমান জাগতিক বিচিত্ৰতাৰ অন্তৰালত থকা অনন্ত জ্যোতি, শাশ্বত সত্যসুন্দৰৰ বিশ্বৰূপ দৰ্শন কৰিবলৈ কবি ব্যাকুল হৈ পৰিছে। সেই পৰমসত্ত্বা সৰ্ব্বজ্ঞ, সৰ্ব্বশক্তিমান আৰু সৰ্ব্বব্যাপী। তেওঁতে স্থিতি আৰু বিলীন হৈ আছে এই বিশ্বচৰাচৰ। এই পৰমজনৰ সন্ধানেই নলিনীবালা দেৱীৰ কবিতাৰ মূল উপজীব্য, তেওঁৰ জীৱনৰ ব্ৰত। সেয়েহে কোৱা হৈছে যে—"কবি দুৱৰাক যদি অতীতৰ কবি বুলিব পৰা হয়, তেন্তে নলিনীদেৱীক অসীমৰ কবি বুলিব লাগিব।"

নলিনীবালা দেৱীৰ জীৱনৰ কাৰুণ্য অতি মৰ্ম্মন্তুদ, নিবিড় আৰু সৰ্বাত্মক। সেইয়া

তেওঁৰ পাই হেৰুৱাৰ বেদনা। পাৰ্থিৱ জগতৰ আনন্দৰ ৰহঘৰা পান কৰিবলৈ নৌপাওতেই কবি গৰাকীৰ জীৱনলৈ নামি আহিল নানা বিপৰ্য্যয়, নিয়তিৰ চৰম নিষ্ঠুৰতা। প্ৰিয়জনৰ লগত তেওঁৰ চিৰদিনীয়া বিচ্ছেদ ঘটিল, থানবান-হৈ গ'ল জীৱন যাত্ৰাৰ পথ। মনৰ সন্তাপে তেওঁক দহি নিলে, ম্ৰিয়মান কৰি তুলিলে। জীৱন যুজঁত তেওঁ ভাগৰি পৰিল। এনে চৰম দুৰ্ভাগ্যৰ মাজতো ভগবান বিশ্বাসে কবিগৰাকীক শক্তি দিলে, অপৰিসীম শক্তি। তেওঁ পোন হৈ ঠিয় হ'ল। সংসাৰ ধুমুহাৰ মাজত শান্তিৰ পথ তেওঁ নিজেই ৰচনা কৰি ললে। সেই পথ মানুহৰ মুক্তিৰ পথ। অসীম অনন্তৰ শান্তি সুধা বিছাৰি কবি আগবাঢ়িল—অস্পষ্ট, ধূৱলি-কুৱলি, "আলোছায়াৰ" অচিনাকি বাটেৰে, ভগৱানৰ জ্যোতিৰে জ্যোতিস্মান এখন শান্তিময় দেশৰ সন্ধানত। বাহ্যিক পৃথিবীৰ ৰূপ-তৃষ্ণাই কবিক সততে অধীৰ-উন্মনা কৰি তুলিলেও ক্ষন্তেকীয়া মোহানন্দই তেওঁৰ আত্মা তৃপ্ত কৰিব নোৱাৰে। অনুপম সৌন্দৰ্য্যৰ খনি মায়াজালেৰে আবৃত সোঁ সিপাৰৰ ৰহস্যঘন জগতখনেহে কবিক আকৃষ্ট কৰে, যেন হাতবাউল দি আমন্ত্ৰণ জনাইছে।

নলিনীবালাই পৰমাৰ্থিক দৃষ্টিৰে অদৃশ্য আৰু দৃশ্যমান জগতখনৰ মাজত এক কুহেলিকাময় মায়াজাল ৰচনা কৰিলে, পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলনৰ পথ অন্বেষণ কৰাত তেওঁ ব্যস্ত হৈ পৰিল। নলিনীবালাই তেওঁৰ এই অন্বেষণ অব্যাহত ৰাখিলে নিজৰ সৃষ্টিৰ মাজত। নিজ কাব্যৰ মধুময় ফুলনি খনত কবি আবদ্ধ হৈ পৰিল। "প্ৰিয়ৰূপী" পৰম পদত একাত্মহোৱাৰ তন্ময়তাত কবিৰ যেন বিলুপ্তি ঘটিল নিজৰ কাব্যৰ মাজতে। ভগৱত প্ৰেমৰ অনিৰ্বচনীয় শান্তি সুধাই তেওঁৰ কাব্যক প্ৰেমময়, আবেগময় কৰি তুলিলে। অভিমানী কবিয়ে গালে—

**"পাষাণ দেৱতা শুনিছানে তুমি**
**ব্যাকুল আৰতি মোৰ**
**সুন্দৰ প্ৰিয় মোৰ।"**

ভাৰতীয় দৰ্শনৰ প্ৰধান সমস্যা দুঃখ, কিন্তু ভাৰতীয় দৰ্শনে দুঃখক চুৰান্ত সমস্যা বুলি কোৱা নাই। ইয়াক প্ৰাৰম্ভিক সমস্যা বুলিহে কৈছে। দুঃখক নিবাৰণ কৰিবৰ বাবেহে ভাৰতীয় দৰ্শনে দুঃখক গুৰুত্ব দিছে। এই দুঃখৰ পৰা নিবৃত্তি লাভ কৰিব পাৰি সত্য উপলব্ধিৰ দ্বাৰা। সত্যানুষৰণৰ দ্বাৰা শুদ্ধ-সত্য-সম্যক জ্ঞান লাভ কৰিব পাৰিলে হেলাৰঙে দুঃখক জয় কৰি আনন্দ লাভ কৰিব পাৰি। কৰ্ম্মযোগৰ প্ৰেৰণাৰে ভাগ্যক

মানি লব পৰা সকলেও জীৱনৰ দুঃখ-দৈন্যক নেওচিব পাৰে। জীৱ কৰ্ম্মৰ অধীন। কৰ্ম্মৰ প্ৰভাৱৰ বাবে আত্মাৰ আচল ৰূপ ঢাক খাই থাকে। অবিদ্যা তথা অজ্ঞানতা বশত: জীৱই আত্মাৰ প্ৰকৃত স্বৰূপ বুজিব নোৱাৰে। এই অজ্ঞানতাৰ বাবে মায়া-মোহত আসক্ত জীৱ সংসাৰত আৱদ্ধ হৈ পৰে। সৰ্ব্বগ্ৰাসী অপূৰণ তৃপ্তি পুৰাবৰ বাবে বাৰে বাৰে পৃথিৱীত জন্ম লয় আৰু কৰ্ম্মফল ভোগ কৰে, দুঃখ যাতনা পায়। জীৱই এই জন্মান্তৰৰ পৰা হাত সাৰিব নোৱাৰে। সত্য উপলব্ধিৰ বাবে লাগে আত্মিক জ্ঞান। আত্মাই যিহেতু একমাত্ৰ সৎ ইয়াক জানিলেই সত্য জ্ঞান আহৰণ হয়। মানৱ দেহ ক্ষণভঙ্গুৰ, নশ্বৰ, সীমিত আৰু অনিত্য। আত্মা নিত্য, শাশ্বত, সনাতন এক চিৰন্তন সত্তা। উপনিষদত এই পৰম সত্তাক পৰম আনন্দ তথা পৰমানন্দ ৰূপে অভিহিত কৰা হৈছে।

ভাৰতীয় দৰ্শনৰ মতে এই বিশ্ব প্ৰপঞ্চ এখন বিৰাট নাটঘৰ, এখন মঞ্চ। মানুহ ইয়াৰ ভাৱৰীয়া। জীৱ এই নাটঘৰৰূপী পৃথিৱীলৈ কতবাৰ আহিছে গৈছে, নিজৰ নিৰ্দ্ধাৰিত ভাও দিছে, অতীত কৰ্ম্মৰ ফল ভোগ কৰি পুনৰ উলটিছে—নিজৰ স্থায়ী ঘৰলৈ। নিজ কৰ্ম্মফল অনুযায়ী মানুহে পৃথিৱীত জন্ম গ্ৰহণ কৰে। আধৰুৱা কৰ্ম্ম সমাপন কৰি পুনৰ উলটি যায়। জীৱৰ জন্ম-মৃত্যুৰ এই অনন্ত প্ৰবাহ চলি থাকিব অনন্ত কাললৈ অৰ্থাৎ সেই দিনলৈ যিদিনালৈকে জীৱৰ কৰ্ম্মফলৰ সমাপ্তি নঘটে আৰু জীৱৰ মোক্ষ প্ৰাপ্তি নহয়। এই তত্ত্বজ্ঞানেৰে আমাৰ মহিলা কবি গৰাকীয়েও কৈছে—

**"কতবাৰ জনমিলো তোমাৰ কোলাতে**
**গৈছিলো আকৌ উভতি**
**অপূৰণ কৰমৰ ভাৰবান্ধি লৈ**
**ঘূৰি ঘূৰি আহিলো উভতি।"**

কবিয়ে আকৌ কৈছে যে মৃত্যুয়েই জীৱনৰ শেষ নহয়। ই ক্ষণভঙ্গুৰ জীৱনৰ খণ্ডেকীয়া সমাধি মাথোন।

**"মৰণ নহয় শেষ জীৱন সমাধি**
**আৰু আছে জীৱনৰ অসীম পৰিধি।"**

সংসাৰ নাটঘৰত ভুৱা অভিনয় কৰি কৰি কবিগৰাকী ভাগৰি পৰিছে। অভিনয়ৰ অসাৰ্থকতাই কবিৰ মন বিষাদেৰে ভৰাই তুলিছে।

**"জীৱনৰ ভাওলৈ লাগিছে বেজাৰ আজি**

**ভুৱা দেখি লাগিছে ভাগৰ**
**সাগৰ বালিত সাজি খেমালিৰ বালিঘৰ**
**পাহৰিলো ৰূপ সাগৰৰ।"**

নলিনীকাব্যত ভগৱৎ প্ৰেমৰ সুৰ অতি মধুৰ। তেওঁৰ কবিতাবোৰৰ করুণতম সুৰৰ মাজতে মূৰ্ত্ত হৈ উঠিছে তেওঁৰ আধ্যাত্মিক গৰিমা। কবিয়ে জানে যে তেওঁক সকলো দুঃখ ভগৱানেই দিছে। তথাপিও তেওঁ ভগৱৎ প্ৰেম বিসৰ্জ্জন দিব নোৱাৰে। ভগৱৎ প্ৰেম তথা ভগৱান বিশ্বাসে তেওৰ জীৱনত উপলব্ধিৰ গভীৰতা প্ৰদান কৰিছে। সত্য-সুন্দৰৰ আৰাধনাই তেওঁক ইমান দুঃখৰ মাজতো থিৰেৰে থাকিবলৈ শক্তি দিছে আৰু দিছে সৃষ্টিৰ বাবে অন্তহীন প্ৰেৰণা। ভগৱানে কবিক দুঃখত সান্ত্বনা দিছে, শোকত ম্ৰিয়মান হলে কাষত থিয় হৈছে, আৰু পথভ্ৰান্ত হ'লে পথৰো নিৰ্দ্দেশ দিছে তেৱেঁই। ভগৱানেই তেওঁৰ পৰম আশ্ৰয়ৰ থল আৰু শান্তিৰ শেতেলি।

**"নিৰাশাৰ হুমুনিয়া বুকুভাঙি আহিলে ওলাই**
**জনোৱা নীৰৱে তুমি আছো মই, নাই যোৱা নাই।"**

জীৱ ভগৱানৰ অংশ স্বৰূপ, সৃষ্টিৰ দিনৰেপৰা জীৱ আৰু স্ৰষ্টাৰ সম্পৰ্ক নিবিড়। বেদান্ত দৰ্শনেও কয় যে মানুহেই ব্যৱহাৰিক আৰু পৰমাৰ্থিক জগতৰ মাজত যোগসূত্ৰ স্থাপন কৰে, কাৰণ মানুহৰ মাজতেই আছে অসীম আত্মা আৰু সসীম দেহ।

**"কোনো কালে তুমি মই**
**কোনোৰূপে হোৱা নাই ভিন**
**হিয়াৰ উচ্ছাস মোৰ হ'ব খোজে তোমাতে বিলীন।"**

নিজৰ সমগ্ৰ সত্তা ঈশ্বৰ সত্তাত সপি দিয়াটোয়েই এজন প্ৰকৃত ভক্তৰ কৰ্ত্তব্য। কবি নলিনীবালায়ো তাকেই বিছাৰে। দুদিনীয়া পঞ্চভৌতিক দেহৰ সীমা অতিক্ৰম কৰি, জীৱনৰ দুঃখ-যাতনা, হতাশা নিৰাশাৰ উৰ্দ্ধলৈ গৈ পৰম জনৰ লগত মিলিত হোৱাটোয়েই তেওঁৰ জীৱনৰ অন্তিম লক্ষ। সংসাৰৰ মায়াৰ বান্ধোনৰ পৰা কবিয়ে মুক্তি বিছাৰে। সেয়ে জীৱনৰ দুঃখ-যন্ত্ৰনাক কবিয়ে ভগৱানৰ আশীষ নিৰ্মালি বুলি গ্ৰহণ কৰিছে। জীৱনৰ পূৰ্ণতা প্ৰাপ্তিৰ বাবে পৰম প্ৰিয়ৰ সান্নিধ্য বিছাৰি তেওঁ আগবাঢ়িছে। কবিয়ে ভিক্ষাৰ সজুলি আগবঢ়াইছে পৰমজনৰ অমৃত হাতৰ নিৰ্মালিৰ বাবে।

**"নিদিবানে শেষবাৰ শোক-দুঃখ সন্তাপ পাহৰা**
**শান্তিময় চৰণত স্থান।"**

এইখন পৃথিৱীত কবিয়ে ভগৱানক বিছাৰি পোৱা নাই। অপাৰ্থিৱ কৰুণা বিছাৰি তেওঁ আগবাঢ়িছে আধ্যাত্মিকতাৰ উন্নত স্তৰলৈ, অতীন্দ্ৰীয় জগতলৈ। অতীন্দ্ৰীয় অনুভূতিৰে কবিয়ে ভগৱানক পাইছে, তেওঁক স্পৰ্শ কৰিছে, পৰম প্ৰিয়ৰ সৈতে তেওঁ মিলিত হৈছে, একান্তভাৱে একাত্মা হৈ পৰিছে তেওঁৰ লগত।

**"শিতানত ফুলা বকুল জুপিত**
**শুনিলো বাহীৰ মাত**
**সাৰপায় দেখো চন্দন সুবাস**
**আমোল-মোলায় গাত।"**

সেই ৰহস্যময় জগতখনেই কবিৰ অন্তৰত জগাই তোলে জ্ঞানৰ অনন্ত তৃষ্ণা, যাক তেওঁ "পৰমতৃষ্ণা" বুলি কৈছে। কবিৰ এই তৃষ্ণা "প্ৰাণৰো নহয়, মনৰো নহয়, ৰূপৰো নহয়।" বাস্তৱ দৃষ্টিৰে এই জগতত এই তৃষ্ণা উপশম কৰিব নোৱাৰি। ইয়াৰ বাবে লাগিব পৰমাৰ্থিক দিব্য দৃষ্টি।

মানুহৰ জীৱন এক অন্তহীন অন্বেষণ। জীৱন অপূৰ্ণ, অতৃপ্ত, চিৰ অশান্ত আৰু উদ্বেলিত। সেয়ে ওৰেটো জীৱন মানুহে পূৰ্ণতাৰ সন্ধান কৰে। মানুহৰ বাসনাৰো অন্ত নাই।

**"তৃষাৰ সমষ্টি মাথো মানুহ জীৱন**
**মানুহৰ জীৱনৰ তৃষা চিৰন্তন।"**

বহুতো পোৱাৰ পিচতো অতৃপ্ত আত্মা তৃপ্ত নহয়। এই অতৃপ্তিয়ে দিয়ে বেদনা আৰু বেদনাই হাঁহাকাৰ ধ্বনি তোলে। জীৱনলৈ নমাই আনে শুণ্যতা। সেয়ে এই তৃষ্ণা তথা বাসনাৰ নিবৃত্তি নহলে দুঃখৰো অন্ত নপৰে।

পৰমাত্মা আৰু মানুহৰ ক্ষুদ্ৰ আত্মাৰ মিলনৰ অৰ্থ মোক্ষ লাভ। মানৱৰ মন পৰমপদৰ সুখ আশাত চিৰকালেই কাতৰ। সেই পৰমজনেই সৎ, চিৎ আৰু আনন্দৰ সমাহাৰ। মনৰ জড়তা আৰু অন্ধতা দূৰীভূত হ'লে মন এক গভীৰ সত্যৰ উপলব্ধিৰ চেষ্টাত নিমগ্ন হৈ পৰে। চিত্ত আৰু মন ক্ৰমে ক্ৰমে ভগৱৎ প্ৰাপ্তিৰ প্ৰতি আকৰ্ষিত হৈ আগবাঢ়ে। এই চেষ্টাকে ভাৰতীয় দৰ্শনত জিজ্ঞাসা বুলি কোৱা হৈছে। এই জিজ্ঞাসাৰ উদ্ৰেক হ'লেই মানুহে ভগৱৎ সত্তা লাভ কৰিবৰ বাবে হাঁহাকাৰ কৰি উঠে। ভাৰতীয় দৰ্শনৰ আধ্যাত্মিক জ্ঞান গৰিমাৰে শক্তিসতী নন্দিনীবালাৰ কবিতাৰ ভাষাতো প্ৰকাশমান হৈছে এই গভীৰ জীৱন জিজ্ঞাসা, অনন্ত সত্তাত বিলীন হোৱাৰ দুৰ্বাৰ আকুলতা আৰু

পৰম সুন্দৰৰ তৃষ্ণা।

অমৃতসন্ধানী নলিনীবালা দেবীৰ জীৱন সাৰ্থক হৈছে। তেওঁৰ 'পৰমতৃষ্ণা'ই পৰিতৃপ্তি লাভ কৰক আজিৰ দিনত সেয়ে আমাৰ ঐকান্তিক প্ৰাৰ্থনা।

নলিনীবালা দেবীৰ জন্ম শতবৰ্ষৰ অৰ্ঘ্য স্বৰূপে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ তৰফৰ পৰা কেইটামান কাম হাতত লোৱা হৈছিল। তাৰ ভিতৰত প্ৰধানকৈ তেজপুৰৰ কেন্দ্ৰীয় কাৰ্য্যালয়ত এটি আবক্ষমূৰ্ত্তি স্থাপন, প্ৰকাশিত আৰু অপ্ৰকাশিত লেখনীখিনিৰে দুটি সংকলন প্ৰকাশ আৰু এই "মহাশ্বেতা"ও আছে।

"মহাশ্বেতা" নলিনীবালা দেবীৰ প্ৰকাশিত আৰু অপ্ৰকাশিত লেখনীসমূহৰ ভিত্তিত যুগত কৰা প্ৰৱন্ধাৱলীৰ সমষ্টি। আগতে প্ৰকাশহোৱা দুটামান প্ৰৱন্ধও ইয়াত পুনৰমুদ্ৰণ কৰা হৈছে। প্ৰৱন্ধবোৰত লেখক-লেখিকাসকলে দেবী আৰু দেৱী দুয়োটা শব্দকে প্ৰয়োগ কৰাৰ বাবে তেনেদৰেই ৰখা হ'ল। নলিনীবালা দেবীৰ নিজৰ লেখনীৰ পৰা যিখিনি উদ্ধৃতি দিয়া হৈছে সেইখিনিৰ বানানত হাত দিয়া হোৱা নাই।

যোৱা পাঁচ আৰু ছয় এপ্ৰিল (১৯৯৭)ত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ পৰিচালনাত অনুষ্ঠিত হোৱা কবিগৰাকীৰ জন্মশতবৰ্ষৰ উদ্বোধনী সভাত কেন্দ্ৰীয় কাৰ্য্যালয়ৰ চৌহদৰ ভিতৰত নলিনীবালা দেবীৰ এটি আবক্ষমূৰ্ত্তি প্ৰতিষ্ঠা কৰা হয়। উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কবি শ্ৰী নৱকান্ত বৰুৱাই এই মূৰ্ত্তি উন্মোচন কৰে আৰু তেজপুৰ শাখাৰ প্ৰাক্তন সভানেত্ৰী শ্ৰীমতী প্ৰমীলা বৰুৱাই এই মূৰ্ত্তিটি দান কৰে। এই ক্ষেত্ৰত তেজপুৰ শাখা তথা অভ্যৰ্থনা সমিতিয়ে যি উদ্যোগ লৈছিল সেয়া শলাগিব লগীয়া।

উক্ত উদ্বোধনী সভাতে 'মহাশ্বেতা'খনো প্ৰকাশ কৰিবলৈ স্থিৰ কৰা হৈছিল। কিন্তু সময়মতে প্ৰৱন্ধপাতি আহি হাতত নপৰাত যেই সময়ত কামটো হৈ নুঠিল। সৰ্ব্বশ্ৰীমতী মৃণালী চেতিয়া, (ড°) স্বাধীনতা মহন্ত, আৰতি বৰা, ৰেণু শৰ্ম্মা, শ্ৰীগুণকান্ত বৰুৱা আদিয়ে এই বিষয়ত দায়িত্ব সহকাৰে ভালেখিনি কাম আগবঢ়াই থৈছিল। তাতোকৈ উল্লেখযোগ্য কথা এয়ে যে তেজপুৰৰে অতি উদ্যোগী, শিক্ষা-সাহিত্যনুৰাগী মহিলা শ্ৰীমতী মীৰা ৰাজকুমাৰ 'মহাশ্বেতা'ৰ বাবে অৰ্থ সাহায্যৰ প্ৰতিশ্ৰুতি দি থোৱাৰ বাবে এতিয়া কিতাপখন প্ৰকাশ কৰাত যথেষ্ট সহায় হৈছে। তাৰ বাবে আমি তেওঁক অশেষ ধন্যবাদ জনাইছো। তেজপুৰৰে আন এগৰাকী সাহিত্য-সঙ্গীতপ্ৰেমী মহিলা শ্ৰীমতী ৰূপশ্ৰী শইকীয়াই আন এটা ধনৰ টোপোলা আগবঢ়াই আমাক সহায় কৰিছে।

তেওঁলৈকো আমাৰ ধন্যবাদ থাকিল। তেজপুৰ শাখায়ো আমাক ভালেখিনি ধন দি সহায় কৰিছে।

অসমৰ ভিন ভিন ঠাইৰ লেখক-লেখিকাসকলে 'মহাশ্বেতা' লৈ অধ্যয়নপুষ্ট প্ৰবন্ধ পাতিৰ যোগান ধৰিছে। শ্ৰীমতী হিমাদ্ৰি দেবীয়ে এটি আপুৰুগীয়া প্ৰবন্ধ পঠাইছে। এই সকলোলৈকে আমাৰ কৃতজ্ঞতা জনাইছো। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰধান সম্পাদিকা শ্ৰীমতী বিনীতা দত্ত আৰু সম্পাদিকা শ্ৰীমতী মাধুৰী কলিতা চৌধুৰীৰ পৰাও সহায় পাইছো।

শেষত পাঠকসকলৰ সহাৰিৰ বাবে অপেক্ষা কৰি সম্পাদিকাৰ শিতানৰ সামৰণি মাৰিলো।

শীলা বৰঠাকুৰ
সম্পাদিকা, 'মহাশ্বেতা'।

| সূচীপত্ৰ | পৃষ্ঠা |
|---|---|

| সূচীপত্ৰ | | পৃষ্ঠা |
|---|---|---|





# নলিনীবালা দেৱীৰ স্মৃতি ৰোমন্থন

অৰুণা বৰদলৈ

**তোমাৰ আশাতে বাট চাই চাই**
**গণিছো সদাই যাত্ৰা পথ**
**কোন সি ক্ষণত মোৰ বাবে বাক**
**আহিব তোমাৰ বিজয় ৰথ।**
**বৰণ মালাৰ পাৰিজাত লৈ**
**শান্তি ৰূপেৰে দিবাহি দেখা**
**অনন্ত নিদ্ৰাৰ অমিয়া তোমাৰ**
**কাহানি নো মোক পিয়াবা সখা—**

চিৰ বাঞ্ছিত সেই দিনটো ১৯৭৭চনৰ ৰাতি ৯.৩০ মিনিটত মোৰ আই (বৌটিয়ে) অনন্ত নিদ্ৰাৰ অমিয়া পি চিৰ নিদ্ৰাত টোপনি গ'ল। অমাৰ হৃদয়ৰ স্তৰে স্তৰে আঁকি থৈ গ'ল তেখেতৰ স্নেহৰ পৰশ, তেখেতৰ ধৰ্মীয় জীৱনৰ আলোকপাত। সকলো দিশতে পথ দেখুৱাওতা এগৰাকী মাতৃক হেৰুৱাই আমি আজি দিশহাৰা হৈ পাৰিছো।

তেখেতৰ স্নেহ-ফল্গুধাৰা নিগৰিছিল কেৱল তেখেতৰ সন্তান কেইটিৰ প্ৰতিয়েই এনে নহয়, গোটেই বিশ্বৰ সন্তানকে তেখেতে মাতৃস্নেহেৰে উপচাই ৰাখিছিল, সেয়েহে শুনিবলৈ পাইছিলো ৰোগ শয্যাত পাৰিথকা অৱস্থাত সকলো মানুহৰ মুখতেই এষাৰেই কথা "আইতাই আমাক কিযে মৰম কৰিছিল। কিমান যে ভাল পাইছিল।

পৰিয়ালৰ ভতিজা নাতি-নাতিনী বেছি ভাগেই বৌটি বুলিয়েই মাতিছিল। সেয়েহে বৌটি আছিল উমৈহতীয়া আইতা আৰু বৌটি। প্ৰতিটি সন্তানেই তেওঁৰ বুকুৰ আপোন। কলেজীয়া, স্কুলীয়া লৰাছোৱালীবোৰে কিবা সমস্যাত পৰিলে তেখেতৰ ওচৰলৈ দৌৰি আহে। সমস্যা সমাধানৰ উপাই বিচাৰি তেখেতৰ লগত কথা পাতি ইমান যে ভাল পায় কথাৰ যেন শেষেই নহব। সাধাৰণ কথা এটাৰ পৰাই আৰম্ভ হয়, সেই সূত্ৰেই গভীৰৰ পৰা গভীৰতম কথা তেখেতৰ মুখেৰে, অহৰ্নিশে ওলাবলৈ ধৰে। বৌটিয়ে ইমান

জ্ঞানৰ কথা ক'ৰপৰা আহৰণ কৰিছিল ভাবি আচৰিত লাগে। যেতিয়া এইবোৰ আলোচনাত বহে বৌটিয়ে সকলো পাহৰি যায়।

বৌটিয়ে নিজৰ ৰন্ধাবঢ়া নিজেই কৰিছিল। কেতিয়াবা দিনৰ ১২/১ বাজি যায়, তেখেতে ইমান বিভোৰ হৈ পৰে যে ৰাতিপুৱাৰ পৰা যে তেখেতে একো খোৱা নাই সকলো পাহৰি যায়। তেখেতে পূজা সেৱা কৰিহে নিজে ভাতপানী ৰান্ধি খায়। তেখেতে সদায় সাত্তিক জীৱন যাপন কৰিছিল, কাৰো হাতে নাখাইছিল।

বৌটিৰ বিচাৰ বোধ জীৱন বোধ অতীত আৰু বৰ্ত্তমানৰ এটি যেন যোগসূত্ৰ। অতীতৰ পৰম্পৰাৰ প্ৰতি যিদৰে বিশ্বাস আছিল নতুনৰ প্ৰতি নপুৰুষৰ ৰন্ধ্ৰে ৰন্ধ্ৰে বৈছিল। সেয়েহে দেখিবলৈ পাওঁ বৌটিৰ কাষলৈ অহা মানুহবোৰ চাকৰিৰ পৰা অবসৰ লোৱা মানুহৰ পৰা কলেজৰ ছাত্ৰ-ছাত্ৰীৰ বয়সলৈকে ব্যাপ্ত। বৌটিৰ ওচৰলৈ আহি আলোচনা কৰা বিষয়বোৰো আছিল ৰাজনীতি, সাহিত্য ইত্যাদি ধৰণৰ। সকলো বিষয়তে প্ৰাঞ্জল ভাষাৰে সমস্যা সমাধানৰ সূত্ৰ উলিয়াইছিল।

আমি দেখিবলৈ পাইছিলো ভাষা সমস্যাৰ সময়ত পণ্ডিত নেহেৰুলৈ লিখা চিঠি, গোবিন্দ পন্তলৈ দিয়া চিঠি। বৌটি বৰ নিৰ্ভীক আছিল। সেয়েহে ৰাইজৰ হক কথাত নেতাসকল আহিলে চিঠিপত্ৰ দি কথা পাতি নেতাসকলৰ মুখৰ আশ্বাসবাণী নোপোৱালৈকে ক্ষান্ত নহৈছিল।

বৌটিয়ে যেনেকৈ ৰাইজৰ কামত গুৰি ধৰিছিল আমাৰ ককা-দেউতাৰ (নবীন বৰদলৈ)ৰ ঘৰখনতো প্ৰতি ক্ষেত্ৰত বৌটিয়ে তদাৰক কৰিছিল। আজি মনত পৰিছে অতীতৰ সেই দিনবোৰ। যদিও মই পিতৃমুখ নেদেখো, পিতৃৰ অভাব মই বুজি নাপালো। পিতৃৰ সন্তানৰ প্ৰতি যিখিনি কৰ্ত্তব্য, অফুৰন্ত মাতৃৰ স্নেহৰ ধাৰাৰে বৌটিৰ স্নেহ আচলৰ ছাঁয়াৰ তলত আবৰি ৰাখি পিতৃৰ অভাব কোনোদিনে অনুভব কৰিব নিদিলে।

বৌটিয়ে সুক্ষ্ম-কলাৰ চৰ্চাত সদায় প্ৰেৰণা যোগাইছিল, নিজৰ কণ্ঠস্বৰ সুমধুৰ আছিল। ঘৰখনৰ সঙ্গীত মুখৰ পৰিবেশত তেখেতে মনত আনন্দ পাইছিল। সেয়েহে আমাৰ ঘৰৰ লৰাছোৱালীবোৰক গীত গোৱাইছিল, অৰ্গেন বজাবলৈ শিকাইছিল। বৌটিৰ পৰাই আমি সঙ্গীতৰ প্ৰেৰণা পাইছিলো, সেইখিনি সময়ত আমাৰ ঘৰখনত সঙ্গীতৰ ধাৰা বৈছিল।

তেখেতৰ উচ্চাৰণ অতি সুন্দৰ আছিল। আমাৰো উচ্চাৰণ শুদ্ধ কৰিবলৈ চেষ্টা কৰিছিল। ভূল উচ্চাৰণ কৰিলে তেখেতৰ বৰ খং উঠে। আমি যেতিয়া ছাত্ৰী অৱস্থাত

আছিলো আজৰি সময়ত তেখেতে গীতা ব্যাখ্যা কৰি শুনাই, চৰিত্ৰত সহায় হোৱা শাস্ত্ৰ ভাগৱতৰ, বেদ উপনিষদৰ উপাখ্যানবোৰ আমাক পঢ়ি শুনাই ধৰ্মকথাৰে আমাৰ মনবোৰ ধৰ্মৰ প্ৰতি ঢাল খুৱাইছিল। আমাৰ মনৰ ধাৰণা বৌটিয়ে যেন নজনা একো নাই, সেয়েহে বিয়া বাৰুৰ ক্ষেত্ৰত আমাৰ পৰিয়ালৰ লৰাছোৱালীৰ সোঁৱৰণী বিচাৰ কৰি ভাল বুলি কলেহে আমি সেই লৰাছোৱালীৰ বিয়াবাৰুলৈ আগবাঢ়ো। তেখেতে জ্যোতিষ শাস্ত্ৰও অধ্যয়ন কৰিছিল।

সেইখিনি সময়ত আমাৰ ঘৰখনত নানান কথা আলোচনা হয়। সেই সময়খিনি আছিল অহসযোগ আন্দোলনৰ সময়। ককা-দেউতা আছিল গুৰি ধৰোতা। সেই কাৰণে তাৰ বতাহে ভালকৈ ঘৰখন কোবাইছিল। বৌটিয়ে সক্ৰিয় অংশ গ্ৰহণ কৰিব লগা হৈছিল। ঘৰখনত এফালে যেনেকৈ ডাঙৰ নেতাসকলৰ আগমনত এটি ঐতিহ্যপূৰ্ণ পৰিবেশৰ সৃষ্টি হয়, আনফালে সাধু সন্যাসীসকলৰ আগমনত ধৰ্মীয় আলোচনাত ঘৰখন মুখৰ হৈ থাকে। বৌটিৰ তাপিত প্ৰাণত শান্তিৰ সুধা ঢালেহি এই সাধু সন্যাসী সকলো বৌটিয়ে যোগানন্দ নামেৰে এজন সন্যাসীৰ পৰা দীক্ষা মন্ত্ৰ গ্ৰহণ কৰিছিল। তেখেত আমাৰ ঘৰলৈ প্ৰায়েই আহে। গোঁসাই ঘৰত বহি সৎ আলোচনা হয়। এই সকলোবোৰৰ প্ৰভাৱে আমাৰ নৈতিক জীৱনত বহুতো সহায় কৰিছিল।

বৌটিৰ ৰুচিবোধ বৰ বেছি আছিল, ঘৰদুৱাৰ সজোৱা, কাপোৰ কাণি চিলোৱা, আনকি আমাক সজাই পৰাই দিয়াত বৌটিয়েহে আগভাগ লৈছিল।

বৌটি যেনেকৈ মৰমিয়াল আছিল তেনেকৈ শাসনো কৰিছিল। আমি সকলোৱে তেখেতক যেনেকৈ ভয় কৰিছিলো, তেখেতৰ কথা আখৰে আখৰে পালন কৰিছিলো, সেইদৰে শ্ৰদ্ধা স্নেহৰ সীমা নাছিল। বৌটিয়ে কিন্তু কেতিয়াও শাৰীৰিক শাস্তি নিবিহিছিল।

বৌটিৰ হেমিওপেথিক চিকিৎসাৰ কিছু জ্ঞান আছিল। তেখেতৰ প্ৰতি থকা সকলোৰে বিশ্বাস আৰু স্নেহৰ বাবে বৌটিয়ে দিয়া প্ৰাথমিক ঔষধতে প্ৰায়েই আৰোগ্য হয়।

বৌটিৰ চকুত বিশেষ ব্যক্তিত্ব আছিল। অন্যায় অবিচাৰৰ বিৰুদ্ধে তেজস্বী কণ্ঠেৰে প্ৰতিবাদ কৰিছিল। এটা কথা মোৰ মনত আছে। ককাদেউতাই ছোৱালীয়ে স্কুলত পঢ়া পছন্দ নকৰিছিল। বৌটিয়ে ককাদেউতাৰ লগত একমত হব নোৱাৰি বহু যুক্তিৰে বুজাই ককাদেউতাৰ যুক্তিবোৰ খণ্ডন কৰি আমাক স্কুলত নাম লগাবলৈ সমৰ্থ হৈছিল। এনেকুৱা বহুত ঘটনা, অন্যায়ৰ বিৰুদ্ধে যুঁজ কৰা আমি দেখিবলৈ পাইছিলো।

এই গৰাকী মাতৃৰ স্মৃতি ৰোমন্থনে মনটো বিষাদপূৰ্ণ কৰি তোলে। এই গৰাকী মাতৃৰ মৃত্যুয়ে যেন এটি যুগৰ অৱসান ঘটালে। সেয়ে মই বৌটিৰ "অতীত" কবিতাটিয়েই সোঁৱৰো—

**কতনো ৰঙৰ কত ছবি**
**আঁকা আছে লুপ্ত অতীতৰ**
**সেয়ে মোৰ সুন্দৰ অতীত**
**মৌন বাণী বিস্মৃত মুখৰ**
**অচেতন চিন্তাৰ মাজত**
**পাৰ দিয়ে হেৰোৱা সুৰৰ**
**এয়ে মোৰ হিয়া দাপোনত**
**অতীতৰ অলেখ কাহিনী**



# নলিনীবালা দেৱীলৈ ভক্তি অঞ্জলি

## ৰেণু শৰ্ম্মা

জয় জয়তে অসম তথা ভাৰতৰ এগৰাকী মহিয়সী নাৰী নলিনীবালা দেৱী আইতালৈ আমাৰ ভক্তি অঞ্জলি আগবঢ়ালোঁ।

**"জীবনেৰ যা কিছু ধন,**
**কিছুই যাবেনা ফেলা"।** *(ৰবীন্দ্ৰনাথ ঠাকুৰ)*

সেয়ে আজি আইতাৰ শতবাৰ্ষিকী পালন কৰা হৈছে। আইতা আছিল সুগঠিত। কেতেকী ফুলৰ দৰে গাৰ বৰণ। মধ্যমীয়া জোখৰ শকত আবত, সৰু সৰু হাত ভৰিৰে, কোকিল কণ্ঠেৰে আইতা দেখিবলৈ বৰ শুৱনী আছিল। এগৰাকী নৈষ্ঠিক ব্ৰাহ্মণ বিধবাৰ দৰে কপাহী শুধ বগা সাজেৰে আইতাৰ অবয়বৰ পৰা যেন এটা জ্যোতিৰ বিকিৰণ হৈছিল। য'তেই থাকে তাতেই তেখেতৰ সাত্বিক পবিত্ৰতাৰে ঠাইখন শুচি কৰি দিয়ে। যেতিয়ালৈকে পাৰিছিল তেতিয়ালৈকে নিজেই নিৰামিষ ৰান্ধি খাইছিল। পিচলৈ সুযোগ্যা আইতাৰ সুযোগ্যা বোৱাৰী মামী (ৰেণুকা চাংকাকতি) য়ে ৰান্ধি দিছিল। আজি ভাবি নিজকে ধন্য মানিছোঁ যে এই গৰাকী বিৰল ব্যক্তিত্বৰ মহিলাৰ সতে থাকিবলৈ জন্মসূত্ৰে সুবিধা পাইছিলোঁ।

আইতাৰ কথা মনত পেলালেই প্ৰথমেই চকুত ভাঁহি উঠে-এগৰাকী গৃহী সন্ন্যাসিনীৰ এই ক্ষণস্থায়ী জীৱনক মহা জীৱনলৈ ৰূপান্তৰিত কৰাৰ অহৰহ সাধনাৰ কথা। পৰমজনৰ সতে মিলন ঘটাবলৈ কৰা চেষ্টাৰ কথা। আইতাই ব্ৰহ্মমুহূৰ্ত্ততে উঠি ইষ্ট দেৱতাৰ জপ ধ্যান কৰিহে এটোপা চাহপানী খাইছিল। তাৰ পিচত গুণগুনাই ফুল বুটলি গা-পা ধুই নিজৰ পূজা অৰ্চনা কৰিহে জা-জলপান খাইছিল। সেয়ে লিখিছিল

**"এই তৃষা সীমিত নহয়,**
**জীৱন পৰিধি জোৰা আশা,**
**দিগন্তৰ পাৰ ভাঙি ভাঙি,**
**অসীম বিচাৰি যায় বৈ"।** *(অলকানন্দা)*

পূবাৰে পৰা ৰাতিলৈকে আইতাৰ ওচৰলৈ নানা কথাৰ বাবে বহুজন ব্যক্তি আহিছিল কেতিয়াবা ভাতমুঠি বহাবলৈকে সময় নহয় গৈ। আইতাৰ মাতষাৰত কি যাদুসনা আছিল নাজানোঁ। "আহিলা মইনা, আহিলিবাছা" মৌসনা সম্বোধনত সকলো মন্ত্রমুগ্ধৰ দৰে হৈ পৰিছিল। আজিৰ অসম তথা ভাৰতৰ বহু নামী গুণী ব্যক্তি ডেকা কালত আইতাৰ ওচৰলৈ অহা, নানা কথা আলোচনা কৰা আমি দেখিছিলো— ˘˘বীৰেণ ভট্টাচাৰ্য্য, সৰ্ব্বশ্ৰী পৰাগ চলিহা, নবকান্ত বৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষ্মহীৰা দাস, ˘হেমন্ত শৰ্মা আদিকৈ বহুজন। সকলোকে আইতাই প্ৰশংসা কৰি উৎসাহ দিছিল। সাধু-সন্ন্যাসীৰ সঙ্গ আইতাৰ বৰ প্ৰিয় আছিল। তেতিয়াৰ ডিব্ৰুগড বিশ্ববিদ্যালয়ৰ ব্ৰহ্মচাৰী, পণ্ডিত প্ৰবৰ যোগীৰাজ বসু আইতাৰ ওচৰলৈ আহোঁতে আমাক সেৱা কৰিবলৈ দিছিল। আইতা উত্তৰ গুৱাহাটীৰ কানাইশিলৰ বাবা ˘যোগানন্দ পৰমহংস দেবৰ শিষ্যা আছিল। আমাৰ মা দেউতাও তেখেতৰ শিষ্য আছিল। আমাৰ ঘৰলৈ আহোঁতে বাবাই নানা ধৰ্ম্মমূলক কথা কোৱাৰ লগতে কৈছিলে যে আইতাই হেনো সিদ্ধি লাভ কৰিছে।

আইতা আছিল অতি উদাৰ, বৰ মৰমীয়াল। পৰিয়ালৰ সকলোকে আনকি ওচৰ চুবুৰীয়াকো আইতাই নিঃস্বাৰ্থ ভাবে ভাল পাইছিল। গধূলি সদায় ওচৰৰ পৰিয়ালৰ গাভৰু ছোৱালী জাক আইতাৰ ওচৰলৈ আহিছিল। আইতাই সকলোকে সৎ উপদেশ উৎসাহ দি এক উচ্চস্তৰৰ চিন্তা সিঁচি দিছিল। নাৰী মুক্তিৰ প্ৰতীক আইতাই সদায় কৈছিল "নাৰী কেতিয়াও হীন হব নোৱাৰে। মাতৃজাতি সকলোৰে ওপৰত। নাৰীয়ে উচ্চশিক্ষা লবই লাগিব।"

**"চিৰ অপৰাজিতা উজ্বলিতা মই অনিন্দিতা,**
**প্ৰাণত জ্বলিছে মোৰ প্ৰতিভাৰ জ্বলন্ত সবিতা"**

***(মই ভাৰতৰ নাৰী)***

অসমী আইৰ সুযোগ্যপুত্ৰ স্বাধীনতা সংগ্ৰামৰ আগশাৰীৰ নেতা, ˘কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেবৰ সুযোগ্যা জীয়ৰী আইতা স্বদেশ প্ৰেমৰ ৰাগীত উদ্বাউল আছিল, স্বাধীনতা সংগ্ৰামত জপিয়াই পৰিছিল। দেশত কোনো সমস্যাই দেখা দিলে তেখেতে নেতা সকলৰ লগত আলোচনা কৰিছিল। মই বহুবাৰ আইতাৰ লগত যাবলৈ পাইছিলোঁ। তেখেতৰ 'যুগ দেবতা'ৰ কবিতা সমূহত স্বদেশ প্ৰেমৰ সুন্দৰ প্ৰকাশ পাইছে। আইতা একাধাৰে উচ্চ মানৰ কবি, নিপুণ চিত্ৰকাৰিনী, গায়িকা, সমাজ

সেবিকা, স্বদেশপ্ৰেমিকা, সাধিকা, প্ৰকৃত মাতৃ, হোমিওপেথিক চিকিৎসা আদি নানা গুণৰ অধিকাৰিনী আছিল। আইতাই জ্যোতিষ বিদ্যাও জানিছিল। আইতাই অকা "উষা চিত্ৰলেখা" চিত্ৰখনিয়ে পুৰস্কাৰ পাইছিল। তেখেতৰ কবিতা পুঁথি এসময়ত বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত আছিল। "মইনা পাৰিজাত" শান্তিভবনৰ সমুখৰ বননিত আইতাই পাতিছিল। আমিও পাৰিজাতত আছিলোঁ, আইতাৰ ওচৰত দুঃখী সকলে সান্ত্বনা, আতুৰে সহায়, সুখীয়ে জীৱনৰ মূল্যবোধ পাইছিল। জীৱনৰ সকলো ভোগ বাসনা ত্যাগ কৰি অতি সহজ সৰল জীৱন যাপন কৰি উচ্চ চিন্তাত ব্ৰতী আছিল। আইতাৰ ভায়েক ঁউমেশচন্দ্ৰ বৰদলৈ আৰু ভনীয়েক মৃণালিনী দেৱীৰ মাতৃহাৰা ল'ৰা-ছোৱালীকেইটিক মাতৃৰ মৰমেৰে ডাঙৰ কৰি বিয়াবাৰু দিছিল। অথচ আজিৰ মানুহ পৰস্পৰৰ ভিতৰত কিমান আঁতৰত।

আইতা আছিল সুন্দৰৰ ঁপূজাৰী। অতি সূক্ষ্ম অনুভূতিৰে যি কোনো সুন্দৰ বস্তু দেখিলে শিশুৰ দৰে আনন্দ প্ৰকাশ কৰিছিল। আইতাৰ লিখা পঢ়া আছিল অতি অনাড়ম্বৰ। ইমান উৎকৃষ্ট কবিতা সমূহ কেতিয়ানো লিখিছিল আমি গমকে পোৱা নাছিলোঁ। বন্ধাবঢ়াত পাকৈত, আইতাই আলহীক নানা ব্যঞ্জন ৰান্ধি খুৱাই বৰ আনন্দ পাইছিল। বিলাহীৰে মগু দাইলখন, আৰু ছানাৰ সন্দেশ খাই আইতাই বৰ ভাল পাইছিল।

কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেৱৰ প্ৰসিদ্ধ শান্তি ভবনৰ তলৰ তলাৰ মাজৰ বিৰাট কোঠাটোত আইতা প্ৰায়ে আছিল। মোকো তাতেই এফালে বিছনা দিছিল। কোঠালিৰ ডাঙৰ ডাঙৰ খোলা দৰজাৰে বেলফুল, ৰবাব ফুলৰ গোন্ধ বই থাকে। আইতাই জীয়ৰী আৰু বোৱাৰী কালৰ নানা ঘটনা, ৰীতি বেৱাজৰ কথা কয়। বিয়াৰ পানী তুলিবলৈ যাঁওতে তেতিয়া কেনেকৈ জীয়ৰী বোৱাৰীবোৰ আঠুৱাৰ তলত যাব লাগিছিল, আকৌ শিৱসাগৰত বোৱাৰী হৈ থাকোতে মাটিৰ চৰুত লুচি ভাজি খুৱাবলৈ লওতে কেনেকৈ ঘিউবোৰ শুহি গৈছিল, আদি কথাবোৰ মধুৰ হাঁহিটো মাৰি আইতাই কৈছিল—শৰত কালত জোনাকে ধোৱা ৰাতি শেৱালিৰ সুবাসেৰে ভৰা সময় বোৰত আইতাই অতীত-বৰ্ত্তমানৰ নানা কথা কৈছিল। যিবোৰ কথা আইতাৰ "এৰি অহা দিন বোৰত" আছে। তেতিয়া কিতাপখন প্ৰকাশ হোৱা নাছিল। আজি ভাবো আইতাৰ ব্যক্তিত্বৰ কোনটো ৰূপ বেছি প্ৰকট ? হয়তোবা তাক বিচাৰ কৰাতো ইমান সহজ নহয়। এই পৃথিবীত আইতাই প্ৰেমৰ এখন বিশাল অন্তৰেৰে বিচাৰিছিল জীৱনৰ বিস্তাৰ। মানুহৰ হৃদয়ৰ

দুৱাৰে দুৱাৰে দিব বিচাৰিছিল ভালপোৱাৰ, প্ৰেমৰ মৃত্যুহীন বাৰ্তা। আইতাৰ লগত থকা সেই দিনবোৰৰ মধুৰ স্মৃতিৰ উমত আজি মোৰ বুকুখনিয়ে এখন্তেক জিৰণি লয়। আহিলে যাবই লাগিব। মৃত্যুৰ সতে কোনো বুজাপৰা নচলে। আইতাও গ'লগৈ নিজৰ ঠাইলৈ। আইতাৰ জীৱনী, লেখনী আদিৰ বহু আলোচনা গুণীজনে কৰিছে। মোৰ কি সাধ্য এনে এগৰাকী দেৱী তুল্যা নাৰীৰ বিষয়ে লিখোঁ ? মাথোন মোৰ ভক্তি অঞ্জলি আগবঢ়াই এই শুভদিনত কৃতজ্ঞতা যাচিলোঁ। কৰ্ম্ম, বাক্য, চিন্তা একেডালি সূতাৰে গঁঠা আইতাৰ জীৱন আদৰ্শই যেন কৈ আছে, আইতাৰ প্ৰিয় কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাষাৰে ঃ-

**"কোনোদিন কৰ্মহীন পূৰ্ণ অবকাশে**
**বসন্ত বাতাসে**
**অতীতেৰ তীৰ হতে**
**যে ৰাত্ৰে বহিবে দীৰ্ঘ শ্বাস**
**ঝৰা বকুলেৰ কান্না ব্যথিবে আকাশ**
**সেই ক্ষণে খুজে দেখো**
**কিছু মোৰ ৰহিলে সে**
**তোমাৰ প্ৰাণেৰ প্ৰান্তে।**
**সবচেয়ে সত্য মোৰ সেই মৃত্যুঞ্জয়**
**সে আমাৰ প্ৰেম।**
**তাৰে আমি ৰাখিয়া এলেম**
**অপৰিবৰ্ত্তন অৰ্ঘ্য তোমাৰ উদ্দেশ্যে।"**
**ওম শান্তি, ওম শান্তি।**



# নলিনীবালা দেৱীৰ জীৱন আৰু সমাজসেৱা

মৃণালী চেতিয়া

ভাৰতীয় দৰ্শন, আধ্যাত্মিকতাবাদ, অতীন্দ্ৰীয়বাদি আৰু স্বদেশ প্ৰেমৰ ভাবেৰে সমৃদ্ধ কবি নলিনীবালা দেৱীৰ কাব্য-প্ৰতিভাৰ পটভূমি বহুপৰিমাণে তেখেতৰ ব্যক্তিগত জীৱনৰ ঘটনা আৰু সমাজ খনৰ প্ৰতিথকা সেৱাৰ মনোভাবক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল।

আজিৰ আলোচ্য বিষয় কবিৰ সমাজ-সেৱিকা জীৱনৰ ওপৰত ভিত্তি কৰি যুগুত কৰা হৈছে যদিও, এইখিনিতে এটা কথা উল্লেখ কৰিব লগিব যে নানা নদী-উপনদীৰ মিলনক্ষেত্ৰ বিশাল বহল সমুদ্ৰৰ দৰেই তেখেতৰ বহুমুখী প্ৰতিভাময় জীৱনৰ যিকোনো এছোৱাৰ কথা লিখিবলৈ হলে জীৱনত পোৱা ঘাট-প্ৰতিঘাট আৰু কাব্য প্ৰতিভাৰ সুগভীৰ সাগৰ গৰ্ভৰ মাজেদিহে আলোকপাত কৰিব লাগিব।

মানুহে এফালে জন্মগত, বংশগত গুণৰ ফলত আৰু আনফালে পাৰিপাৰ্শ্বিক অৱস্থাৰ দ্বাৰা প্ৰভাবান্বিত হৈ প্ৰতিভা, দক্ষতা লাভ কৰিব পাৰে। সেয়ে,মানুহৰ চৰিত্ৰ গঠণত সুস্থ পৰিবেশৰ প্ৰভাব অশেষ শক্তিশালী।

নলিনীবালা দেৱীৰ জন্ম হৈছিল এক সম্ভ্ৰান্ত পৰিয়ালত আৰু ডাঙৰ দীৰ্ঘল হৈছিল এক সুস্থ, সুন্দৰ আৰু আদৰ্শ বিৰজিত পৰিবেশত। ইয়াৰ প্ৰভাবতেই তেখেতে জন্মগত কবিসুলভ গুণৰ উপৰিও লাভ কৰিছিল দেশৰ প্ৰতি গভীৰ প্ৰেম, সমাজ সংস্কাৰী আৰু সমাজসেৱাৰ প্ৰতি আগ্ৰহশীল এটি উদাৰ মন।

নলিনীবালা দেৱী কৰ্ম্মবীৰ ঁনবীন চন্দ্ৰ বৰদলৈ আৰু ঁহেমন্ত কুমাৰী দেৱীৰ প্ৰথম সন্তান। এখেত সকলৰ প্ৰথম পুত্ৰৰ জন্ম হৈয়েই মৃত্যুৰ মুখত পৰে। সেয়েহে, সন্তান ৰক্ষা হোৱাৰ মানস কৰি ককাদেউতাক ঁমাধব চন্দ্ৰ বৰদলৈয়ে বৰপেটাৰ কীৰ্ত্তণ ঘৰত এভাগ ডাঙৰ নাম পাতে। নামৰ শেষত কীৰ্ত্তণ ঘৰৰ বুঢ়া 'আতাই' মাতৃ হেমন্তী দেৱীক এপাহি পদুম ফুল নিৰ্ম্মালি স্বৰূপে দি সন্তান ৰক্ষা হবৰ কাৰণে আশীৰ্ব্বাদ কৰিলে। বুঢ়া ভাগৱতী 'আতাৰ' আশীৰ্ব্বাদ সফল হ'ল। ১৮৯৮ চনত, চ'ত মাহৰ মদন একাদশী

তিথিৰ নিচেই পুৱতি ক্ষণত নলিনী বালা দেৱীয়ে অসমৰ কোলাত জন্ম লভিলে। ককাদেউতাকে আশীৰ্ব্বাদ নিৰ্মালিৰ মাহাত্যৰ লগত সঙ্গতি ৰাখি কন্যাটিৰ নাম থলে 'পদ্মিণী'। কিন্তু কলেজীয়া ছাত্ৰ (তেতিয়া লৰায়ো সোনকালে বিয়া কৰাইছিল) নবীনচন্দ্ৰ বৰদলৈয়ে আধুনিক ৰুচিবোধেৰে কন্যাৰ নাম থলে 'নলিনী'।

চাৰিকুৰি পৰিয়ালৰ মাজত প্ৰথম নাতিনী নলিনী বালা দেৱী ডাঙৰ দীৰ্ঘল হৈছিল মৰম চেনেহ আৰু নদনবদন এখন ভৰপূৰ গৃহস্থালীত। গুৱাহাটীৰ উজান বজাৰত নিৰ্মিত হাউলিৰ বঙলাটোৰ চাৰিওফালে ফলমূল, শ্যাক-পাচলি, ফুলনিবাৰীৰে এখন চকুত লগা বাগিছা আৰু ধানমাহৰ খেতিৰে নদন-বদন আছিল।

সৰুৰে পৰা নলিনীবালা দেৱী আছিল ককাদেউতাকৰ অতি আদৰৰ আৰু প্ৰিয় লগৰী। এখেত আছিল সেই সময়ৰ উচ্চ পদবীৰ বৰ হাকিম। ককাকে চৰাই ভালপোৱা নাতিনীয়েকক কলিকতাৰ পৰা বিধে বিধে ভাটো, মইনা, ডাউক, ডৰিক, কাম চৰাই, শালিকা, টুনী আদি বাৰে বৰণীয়া চৰাই আনি যেন এখন পক্ষী জগতৰহে সৃষ্টি কৰিছিল। সৰুৰে পৰা ফলমূল, খেতিবাতি, গছ-গছনি, ফুল ফুলনি, আৰু পখী জগতৰ লগত নিবিড় সম্বন্ধ গঢ়ি উঠাত এটা সময়ত হযতো এনেবিলাক নিৰ্ম্মল বস্তুৱেও কবি হৃদয়ত ছন্দময় ভাবৰ প্ৰতিধ্বনি তুলিছিল।

ককাদেউতাক ঁমাধবচন্দ্ৰ বৰদলৈয়ে সকলোতকৈ মৰমৰ নাতিনীয়েক নলিনী বালা দেৱীক এডাল মূল্যবান সাতসৰী আৰু মৃত্যুৰ সময়ত দিছিল এধাৰী আপুৰুগীয়া আশীৰ্ব্বাদ মালা। জনা যায় যে মৃত্যুৰ আগ মুহুৰ্ত্তত ককাদেউতাকে আউনিআটী সত্ৰৰ তুলসীমালা আৰু জগন্নাথ মন্দিৰৰ পৰা অনা চন্দনৰ মালা লৈ জপমন্ত্ৰ কৰি তুলসীৰ মালাধাৰ মাজু লৰা ঁনবীন চন্দ্ৰ বৰদলৈ আৰু চন্দনৰ মালাধাৰ চেনেহৰ নাতিনী নলিনীবালাৰ মুৰত পিন্ধাই আশীৰ্ব্বাদ দিছিল। তাৰ পিছত ককাদেউতাকে ইহলীলা সম্বৰণ কৰিলে। ককাদেউতাকৰ ভৰিত ধৰি কান্দি-কাটি অস্থিৰ হৈ পৰা নলিনী দেৱীৰ জীৱনত এইটো প্ৰথম সন্তাপ। জীৱনৰ পৰম ক্ষণত তেখেতে উপলব্ধি কৰিলে যে জীৱনৰ পৱিত্ৰতা ৰক্ষা কৰিবলৈ যেন ন-বছৰ বয়সত ককাকে আশীৰ্ব্বাদী তুলসী মালাধাৰ পিন্ধাইছিল।

সেই সময়ত অসমত প্ৰচলিত পৰ্দা প্ৰথাই কবিৰ মনত গভীৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। কাৰণ, এনেবিলাক কুসংস্কাৰৰ ফলত নলিনী দেৱীৰ স্কুলত পঢ়াৰ সৌভাগ্য নহল। সেয়েই হয়তো এটা সময়ত মহিলাৰ কল্যাণৰ হকে, সমাজ সংস্কাৰৰ কাৰণে

কাম কৰিবলৈ মনত অনুপ্ৰেৰণা জাগিছিল। স্কুলত নপঢ়িলেও নলিনী বালা দেবী আৰু তেখেতৰ ভগ্নী মৃণালিনীক দেউতাকে সংস্কৃতজ্ঞ গোপালকৃষ্ণ দেৱ ওচৰত সংস্কৃত বিষয়ৰ শিক্ষা দিয়ে। লগে লগে ইংৰাজী, ভূগোল, অংক, বুৰঞ্জী আদিৰো শিক্ষা দিয়ে। এই ক্ষেত্ৰত সেই সময়ৰ কলেজিয়েট স্কুলৰ হেড্‌মাস্টৰ নিশিকান্ত সেন আৰু যজ্ঞেশ্বৰ বৰুৱায়ো শিক্ষা দান কৰিছিল। লগতে ধৰ্ম্মীয় পৰিবেশ, শাস্ত্ৰ, স্তোত্ৰ, কীৰ্ত্তনৰ ধ্যান বৰ্ণনা, বৰগীত আৰু গোসাইঘৰৰ কাম কাৰ্জত নিজকে অৰ্পণ কৰা কাৰ্য্যই সততে কবিৰ মনত কৃষ্ণ ভক্তিৰ গোজ মেলিছিল।

শৈশৱ কালতেই নলিনী বালা দেবীয়ে ছবি অকা বিদ্যাতো পাৰ্গতালি দেখুৱাইছিল। কৃষ্ণ, ভাৰতমাতা, ঊষা-চিত্ৰলেখাৰ ধুনীয়া ছবি অংকন কৰিছিল। সেই সময়ত ছোৱালীয়ে গীত গোৱাত বাধা আছিল। কিন্তু পিতৃৰ যত্নত কবি আৰু তেখেতৰ ভণীয়েক মৃণালিনীয়ে বৰগীত, ঘোষা, ৰামায়ণ, মহাভাৰত, দুৰ্গাবৰী গীত, বঙালী গীত গাবলৈ শিকিছিল। গীত গাবলৈ অনুপ্ৰেৰণা পাইছিল মোমায়েক, সঙ্গীত বিশাৰদ, কীৰ্তি নাথ বৰদলৈৰ পৰা। কবিয়ে "এৰি অহা দিনবোৰ" পুঁথিৰ এঠাইত কৈছে— "সেই মান্ধাতা যুগত আমি দুজনী বাই-ভনীয়েহে প্ৰথমে অসমীয়া সমাজত গায়িকা নামেৰে জনাজাত হব পৰাটো আমাৰ সৌভাগ্য বুলি ভাবো।"

ঘৰুৱা কাম-কাজৰ উপৰিও সৰুকালতেই আইতাকৰ পৰা তাঁতশালৰ বিদ্যাও শিকিছিল। ফুলাম গামোছাৰে বিহুৱান বৈ মাক-আইতাকক আনন্দিত কৰিছিল।

সময় পাৰ হৈ গৈছিল। সেই সময়ৰ নিয়ম অনুসৰি এঘাৰ বছৰ পূৰ হোৱাত, পিতৃ-মাতৃয়ে উপযুক্ত পাত্ৰত বিয়া স্থিৰ কৰে। সেই মৰ্ম্মে নিত্যানন্দ চতুৰ্ব্বেদী বংশৰ শিৱসাগৰৰ সম্ভ্ৰান্ত আৰু অৱস্থাপন্ন লোক ঁকৃষ্ণপ্ৰাণ চাংকাকতীৰ মাজুপুত্ৰ জীৱেশ্বৰ চাংকাকতীৰ লগত ১৯০৯ চনত, যোল্ল জুলাইত নলিনী বালা দেবীৰ বিবাহ কাৰ্য্য সম্পাদন হয়। পিতৃ-মাতৃ, পৰিয়ালৰ জ্যেষ্ঠজন, গুৰুজনাৰ আশীৰ্ব্বাদেৰে নলিনীবালা দেবী শহুৰৰ ঘৰত প্ৰবেশ কৰিলে। শাহু-শহুৰৰ মৰম চেনেহৰ মাজত কবিৰ বোৱাৰী জীৱন আৰম্ভ হ'ল। লগতে গুণী, জ্ঞানী স্বামীৰ পৰা সকলো সময়তে পাইছিল উৎসাহ, সৎ পৰামৰ্শ। বিবাহিত জীৱনত তেখেত তিনিটি পুত্ৰ আৰু দুটি কন্যা সন্তানৰ মাতৃত্বৰ গৌৰৱৰ অধিকাৰী হয়।

**জীৱনৰ পৰিবৰ্তন :**— কিন্তু সময় বৰ নিষ্ঠুৰ; এই নিৰ্দ্দয় সময়ে কবিৰ জীৱনত সৃষ্টি কৰিলে বিপদ-বিপৰ্য্যয়ৰ।

এবাৰ ভাদ মাহত শিৱসাগৰৰ পুৰণি আমোলাপট্টিৰ নামঘৰত গীত-মাত, নাম-কীৰ্ত্তনেৰে জন্মাষ্টমী তিথি পালন কৰা হৈছিল। সুকণ্ঠী জীৱেশ্বৰ চাংকাকতীয়ে জন্মাষ্টমীৰ ভক্তিমূলক গীত গাই ভাওনা পৰিচালনা কৰিছিল। ভাওনা অতি সুন্দৰ ভাবে পৰিচালিত হোৱাত শিৱসাগৰৰ ৰাইজে সন্তুষ্টি লাভ কৰিছিল।

কিন্তু ভাদ মাহৰ শেষত কবিয়ে এনিশা এক ভয়ঙ্কৰ সপোন দেখি আতঙ্কত অস্থিৰ হৈ উঠিল। সপোনত শুভ্ৰ বস্ত্ৰ পৰিহিতা বয়সীয়াল মহিলা এগৰাকীয়ে আকৌ এবাৰ নামঘৰত এটি ভাওনা তেখেতৰ স্বামীৰ দ্বাৰাই অনুষ্ঠিত কৰাব লাগে বুলি কলে। নহ'লে ভীষণ বিপদ হব। ই "ভবানীৰ ভবিষ্যৎ দৈববাণী" এই বুলি তিনি বাৰ কৈ মহিলা গৰাকী অৰ্ন্তধান হ'ল। সেই ভয়ঙ্কৰ ভবিষ্যৎ বাণীয়ে নলিনীবালা দেবীৰ অন্তৰাত্মা কঁপাই তুলিলে। ৰাতিপুৱা সপোনৰ কথা শাহুৱেক আৰু স্বামীক কোৱাত কোনেও কথাটোত গুৰুত্ব নিদিলে। এই সপোন দেখাৰ পিচতে কবিৰ ভীষণ অসুখ হ'ল। কিন্তু সপোন তেখেতৰ ক্ষেত্ৰত নফলিয়ালে।

কবিৰ জীৱনলৈ ভয়ঙ্কৰী দিন সোনকালেই আহিল। ১৯১৭ চনৰ, কাতিমাহৰ দুৰ্গাপূজাৰ মহাষ্টমীৰ দিনা তেখেতৰ স্বামীৰ পুৱাৰে পৰা ভেদ-বমি আৰম্ভ হয় আৰু দুৰ্গাপূজাৰ মহাষ্টমীৰ সন্ধ্যাবেলাত মাত্ৰ তেত্ৰিছ বছৰ বয়সত সকলোকে শোক সাগৰত পেলাই স্বামী জীৱেশ্বৰ চাংকাকতীয়ে অকালতে মৃত্যু বৰণ কৰে।

এই শোকাবহ ঘটনাই নলিনীবালা দেবীৰ জীৱনত দুঃখ-বেদনাৰ ঢৌৱে ভালকৈয়ে জোকাৰণি মাৰিলে। কবিৰ মনত উদয় হ'ল আত্মা-পৰমাত্মাৰ অনন্ত সন্ধান। এই দুখ সাগৰৰ পৰা পৰিত্ৰাণ কৰিবলৈ আগবাঢ়ি আহিল পিতৃ নবীনচন্দ্ৰ বৰদলৈ। স্বামীৰ শ্ৰাদ্ধ শান্তি সম্পন্ন কৰি নলিনী দেবীয়ে বেদনা গধূৰ অন্তৰেৰে কন্যা-পুত্ৰ সহ পিতৃ গৃহলৈ উলটি আহিল। ভৰপূৰ একৈশ বছৰ বয়সত শুভ্ৰ-বসনা কবিক দেখি ঘৰৰ সকলোৱে দুঃখত মৰ্ম্মাহত হ'ল। সহিব নোৱাৰি আইতাকে পাতৰ ৰিহামেখেলা পিন্ধিবলৈ কৈছিল। কিন্তু দেউতাকে দৃঢ় মনেৰে "সৰ্ব্বশুক্লা মহাশ্বেতা" ৰূপে শুভ্ৰ বসন পৰিধান কৰিবলৈ কলে। কবিৰ মনত পিতৃ-উপদেশ প্ৰতিধ্বনিত হ'ল— "মই মহাশ্বেতা, মই মহাশ্বেতা, পৃথিবীৰ কোনো কালিমাই মোক স্পৰ্শ কৰিব নোৱাৰে, সমুখত বিস্তীৰ্ণ কৰ্ম্মপথ, কৰ্ত্তব্যপথ অকলশৰে অতিক্ৰম কৰিব লাগিব, পিতৃদত্ত মহামন্ত্ৰৰ সম্মান ৰাখিব লাগিব।"

পিতৃগৃহত কবিৰ জীৱনৰ আন এটি কৰ্ম্মময় আৰু সাহিত্যিক জীৱনৰ নতুন

আধ্যায়ৰ সূচনা হয়। বৈধব্য জীৱনত গীতা, ধৰ্ম্মালোচনা, নাম কীৰ্ত্তণৰ ভক্তিমূলক কৰ্ম্মসাধনাৰ সময়তে নলিনী বালা দেবীৰ কেইবাজনো যোগীসাধকৰ লগত সাক্ষাৎ লাভ হয় আৰু সেই সকলৰ আশীৰ্ব্বাদ লাভ কৰি কৰ্ম্মপথত আগবাঢ়ি যাবলৈ প্ৰেৰণা লাভ কৰে। সেই সকল হ'ল স্বামী সুৰেশানন্দ, স্বামী অভেদানন্দ, স্বামী যোগানন্দ। স্বামী যোগানন্দই যোগ সাধনাৰ এক অলৌকিক শক্তি লাৰ্ভ কৰিছিল আৰু কবিক কৈছিল যে নিবিড়ভাবে বাবাক চিন্তা কৰিলে বাবা যিকোনো সময়তে আবিৰ্ভাব হয়। ইয়াৰ প্ৰমাণ স্বৰূপে নলিনীদেবীয়ে বাবাৰ সাক্ষাত লাভ কৰিছিল। সেইজন যোগী পুৰুষে এসময়ত কবিক শান্তিবাণী শুনাইছিল এই বুলি যে—"দেশসেৱা, মানৱ কল্যাণ সমাজৰ সেৱাই ভগৱানৰ সেৱা।"

নলিনীবালা দেবীয়ে পিতৃ ঁনবীনচন্দ্ৰ বৰদলৈৰ দেশসেৱাৰ অনুপ্ৰেৰণাত স্বাধীনতা আন্দোলনৰ কামতো অংশ লবলৈ সুযোগ পাইছিল। তেখেতে নিজে যঁতৰত সূতা কাটি মহাত্মা গান্ধীৰ আদৰ্শ লৈছিল আৰু দেশকৰ্ম্মী সকলৰ যথাসাধ্যে আলপৈচন ধৰিছিল।

দেশৰ জাগৰণৰ প্ৰথম সূত্ৰপাত হয় অসমৰ জাতীয় সভা "অসম এছোছিয়েচন" ৰ ১৯১৫ চনৰ অধিবেশনৰ পৰা। পিতৃ নবীন চন্দ্ৰ বৰদলৈয়ে দেশৰ মুক্তি আন্দোলন আৰম্ভ কৰিলে। সেই প্ৰসঙ্গতে তেখেতৰ ঘৰলৈ অসমৰ বহুসংখ্যক মুক্তি যুঁজাৰু, দেশপ্ৰেমীৰ আগমণ হৈছিল আৰু সেই ঘৰতেই প্ৰথম কংগেছ অফিছ বহিছিল। দেশভক্ত তৰুণৰাম ফুকন, কুলধৰ চলিহা, বিষ্ণু ৰাম মেধি, দেবেশ্বৰ শৰ্মাই নবীন চন্দ্ৰ বৰদলৈক অসম কংগ্ৰেছৰ প্ৰধান সম্পাদক পাতে। সেই সময়ৰ কংগ্ৰেছৰ সৰ্ব্বত্যাগী নেতা আছিল নবীনচন্দ্ৰ বৰদলৈ, তৰুণ ৰাম ফুকণ আৰু ৰোহিণী কান্ত হাতী বৰুৱা।

স্বাধীনতা আন্দোলনৰ সময়ত নলিনীবালা দেবী পিতৃগৃহত থাকোতে মহাত্মা গান্ধী, ড. ৰাজেন্দ্ৰপ্ৰসাদ, নেতাজী সুভাস চন্দ্ৰ বসু, ম: আলি আৰু তেখেতৰ সহধৰ্ম্মিণী বেগমক লগ পোৱাৰ সৌভাগ্য ঘটিছিল। তেখেতৰ সৰুপুত্ৰ ৰামমুৰ্ত্তি (পুতলী) যে দেশ জাগৰণৰ গীত গাই মহাত্মা গান্ধীক মুগ্ধ কৰিছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে মাত্ৰ ৫ বছৰ বয়সতে নুমলীয়া পুত্ৰ পুতলীৰ আকস্মিক ভাবে জুই লাগি মৃত্যু ঘটে। সেই নিদাৰুণ শোকে কবিক মৰ্ম্মাহত কৰিলে। তাৰ পিছত ১৯৩৬ চনৰ ১৬ ফেব্ৰুৱাৰীতে পিতৃ নবীনচন্দ্ৰ বৰদলৈ স্বৰ্গগামী হয়। কবিৰ জীৱনকালতে মাজুলৰা পবিত্ৰৰ কলেজত পঢ়ি থকা অৱস্থাতে টাইফয়ড্ ৰোগত অকাল বিয়োগ ঘটে। এটাৰ পিচত এটাকৈ পোৱা এই সকলোবিলাক নিদাৰুণ দুঃখে কবিৰ হৃদয়মন থকা-সৰকা কৰিলে।

তেখেতে মনৰ শান্তিৰ হকে নানা তীৰ্থস্থান দৰ্শণ কৰিলে। সোণ পুৰি চিকুণ হোৱাৰ দৰে জীৱনৰ দুঃখ যাতনাই কবিৰ অন্তৰাত্মাত সৃষ্টি কৰিলে ছন্দময় ভাব-গধূৰ, তত্ত্বদৰ্শী কাব্য-গাথাৰ। আত্মা, পৰমাত্মা, পৰজন্ম, পূৰ্ব্বজন্মৰ আধ্যাত্মিক, ৰহস্যবাদৰ চিন্তাধাৰাই কবিক আকুল কৰিলে। এই গভীৰ ভাবত নিমগ্ন কবিয়ে ৰচনা কৰিলে কবিতা পুথি, গীত আৰু আদৰি ললে সমাজ সেৱাৰ পবিত্ৰ কৰ্ম্মৰাজিক। কাব্য-সাহিত্যত কবিতাপুথি সন্ধিয়াৰ সুৰ, সপোনৰ সুৰ, পৰশমনি, অলকানন্দা, যুগদেৱতা আৰু পিতৃৰ জীৱনী "স্মৃতি-তীৰ্থৰ, লগতে ভালেসংখ্যক প্ৰৱন্ধ, আত্মজীৱনী 'এৰি অহা দিনবোৰ', আৰু গীত ৰচনাৰে এটি সমৃদ্ধ সাহিত্য ৰচনাৱলী অসমীয়া সাহিত্যলৈ অৱদান দি গৈছে।

**সমাজসেৱা**— শৈশৱ কালতেই নাৰীৰ পৰ্দ্দা প্ৰথা, স্কুলত পঢ়া নিষেধ আদি প্ৰথা বিলাকে নলিনীবালা দেবীক আঘাত দিয়াই নহয়, ছোৱালীৰ প্ৰতি থকা সংস্কাৰ বিলাকে সচেতন কৰি তুলিছিল। সেয়েই হয়তো চালুকীয়া কালতে ককাদেউতাকৰ পৰা পোৱা আশীৰ্ব্বাদ স্বৰূপ তুলসীমালা, বোৱাৰীকালত শহুৰেক কৃষ্ণপ্ৰাণ চাংকাকতীৰ পৰা পোৱা "সোন পানী ৰোৱা" পুৰণি সোণৰ কলম, দেউতাকৰ পৰা পোৱা কৰ্ম্মপ্ৰেৰণা, দেশপ্ৰেমৰ ভাব আৰু অনুপ্ৰেৰণাই কবিক কৰ্ম্মপ্ৰেৰণা যোগালে, আগুৱাই লৈ গ'ল বিশাল দেশসেৱা, সমাজসেৱাৰ কৰ্মক্ষেত্ৰলৈ।

নাৰী শিক্ষাৰ প্ৰতি থকা বাধা-বিঘ্নতাই সৰুতেই কবিৰ মনত গভীৰ ৰেখাপাত কৰিছিল। ভাৰতৰ জাগ্ৰত সচেতনতাৰ মাজতো ১৯১৯ চনলৈকে অসমত স্ত্ৰীশিক্ষাৰ প্ৰসাৰতা নাছিল। ডিব্ৰুগড়ত মাথোন এখন উচ্চ প্ৰাইমাৰী স্কুল স্থাপিত হৈছিল। সেয়েহে উজান বজাৰত এখন ছোৱালীৰ বিদ্যালয় স্থাপন কৰিবলৈ মনত আকাঙ্খা কৰি বৰদেউতাক প্ৰবোধচন্দ্ৰ ৰৰদলৈক সেই কথা অৱগত কৰাত বৰদেউতাকে এই কথাত বৰ উৎসাহ দিলে। ককাদেউতাক মাধবচন্দ্ৰ বৰদলৈৰ পুৰণি বঙলাটোত কবিয়ে এখন ছোৱালী স্কুল আৰম্ভ কৰে। কমলাকান্ত ভট্টাচাৰ্য্যৰ বৰ কন্যা স্নেহলতা ভট্টাচাৰ্য্য আৰু নলিনীবালা দেবীয়ে শিক্ষয়িত্ৰীৰ দায়িত্ব ললে। স্কুলৰ যাৱতীয় খৰচ বৰদেউতাকে বহন কৰাত উজান বজাৰৰ আগ্ৰহী ছোৱালীক লৈ স্কুল আৰম্ভ কৰা হ'ল। ফিজ মাত্ৰ চাৰি অনা ধাৰ্য্য কৰা হ'ল। ছমাহ মানৰ ভিতৰতে ছাত্ৰীসকলৰ যথেষ্ঠ উৎসাহ দেখা গৈছিল। কিন্তু অভিভাবকৰ চাৰিঅনা মাছুল দিবলৈকো আগ্ৰহ কমি যোৱাত স্কুল খন অচল হৈ পৰিল। তথাপিও স্কুল-প্ৰতিষ্ঠা কাৰ্যত স্ত্ৰীশিক্ষাৰ দিশত এটি গঠনমূলক কাৰ্য্যই সচেতন মহলক অণুপ্ৰাণিত কৰিছিল।

১৯৩১ চনত অসমৰ সমাজ সেৱিকা সকলে মহিলাৰ কল্যাণাৰ্থে কামৰূপ মহিলা সমিতি গঠণ কৰে। প্ৰতিষ্ঠাপক সদস্যা ৺স্বৰ্ণলতা শইকীয়া, শশীপ্ৰভা হাজৰিকা, ৺চন্দ্ৰপ্ৰভা বৰুৱা, ৰঘনকান্তি ফুকননী আদি বিশিষ্ট সদস্যা সকলে নলিনী দেৱীক এইখন মহিলা সমিতিৰ সভানেত্ৰীৰ দায়িত্ব দিছিল আৰু তেখেতে এবছৰ কাল সভানেত্ৰীৰ দায়িত্বেৰে কাম চলাই গৈছিল। কামৰূপ মহিলা সমিতিয়ে অনুষ্ঠিত কৰা প্ৰদৰ্শনীত নলিনীবালা দেৱীৰ জয়মতী ছবিখনে প্ৰথম পুৰস্কাৰ পায়।

**সাৰদা বিল আৰু সমাজসংস্কাৰ :—** অসমত সেই সময়ত কুমাৰী কন্যাৰ বিয়াৰ প্ৰচলন আছিল। এই প্ৰথাই নাৰী জাতিৰ অন্যায় কৰা হৈছিল বুলি নলিনীবালা দেৱীয়ে উপলব্ধি কৰিছিল।

১৯৩০ চনত ভাৰতীয় কেন্দ্ৰীয় সভাত সাৰদা বিল গৃহীত হয়। বাল্য বিবাহ, অপৰিণত বয়সৰ ছোৱালীক ১৪ বছৰৰ আগতে বিয়া দিয়া দণ্ডনীয় বুলি ঘোষণা কৰা হ'ল। এই বিলৰ হাত সাৰিবলৈ অসমৰ কামৰূপ ব্ৰাহ্মণ সমাজ তথা সূৰ্যবিপ্ৰ, চন্দ্ৰবিপ্ৰ আৰু কায়স্থ কুলত সকলো শিশুকন্যাৰে পুষ্পিতা হোৱাৰ আগতে বিয়া দিয়াৰ নিয়ম ৰক্ষা কৰিবলৈ কন কন শিশুকন্যাক বুঢ়া আদহীয়া মানুহৰ লগত বিয়া দি চৈধ্য পুৰুষ উদ্ধাৰ কৰাত আগ ভাগ ললে। এবাৰ এই সময়তে কবিয়ে কামাখ্যা দৰ্শণ কৰিবলৈ গৈ সৰু সৰু ছোৱালীবোৰে মূৰত ওৰণি লৈ খেলি ফুৰা দেখি পাণ্ডাৰ পৰা জানিব পাৰিলে যে সাৰদা বিলৰ পৰা ৰক্ষা পাবলৈ পিতৃ-মাতৃয়ে কুমাৰী বিবাহ পতাৰ ফলত তাহাতে শহুৰ শাহুৱেকৰ আগত এনেদৰে ওৰণি লৈ ফুৰিব লগা হৈছে। এনে অন্ধবিশ্বাসৰ কু-ফল নলিনীবালা দেৱীয়ে নিজঘৰতে অকালতে ১৪ বছৰ বয়সত বিধবা হোৱা পেহীয়েক ধৰ্মদা দেৱী, ভতিজা বাল-বিধবা অন্নদাৰ সৰ্ব্বহাৰা দুঃখৰ জীৱন দেখি মনতে সংকল্প লৈছিল যে সাৰদা বিল অসমত প্ৰচলন কৰাব লাগিব। সেই ভাবি তেখেতৰ সৰু ছোৱালী অৰুণাক যোল্ল বছৰ নহলে বিয়া নিদিয়াটো ঠিক কৰিলে আৰু সেইমতেই অৰুণাক মেট্ৰিক পাছ কৰাৰ পাছতহে ৺ৰজনীকান্ত বৰদলৈৰ পুত্ৰ দেবকান্ত বৰদলৈৰ লগত বিয়া দিয়া হয়। লগতে সাৰদা কটকীৰ ভণীয়েক বুলুকো এনে প্ৰেৰণাতে যোল্ল বছৰ বয়সত বিয়া দিয়া হৈছিল। অসমত পোন প্ৰথম অৰুণা আৰু বুলুৰ যোল্ল বছৰ পূৰ্ণ হোৱাত বিয়া হৈছিল। এই কাৰ্যই অসমীয়া সমাজত এক নতুন সংস্কাৰ আনিলে। কাৰণ, ইয়াৰ পিছৰে পৰা উপযুক্ত বয়সত ছোৱালীৰ বিয়াৰ প্ৰচলন হয়।

নলিনী বালা দেৱী কামৰূপ মহিলা সমিতিৰ যত্নত স্থাপিত কস্তুৰবা সমিতিৰ এবছৰ কাল সভানেত্ৰী আছিল। ১৯৪৭ চনত নগাঁৱত অনুষ্ঠিত সদৌ অসম প্ৰাদেশিক মহিলা সমিতিৰ সভানেত্ৰী স্বৰূপে দায়িত্বভাৰ গ্ৰহণ কৰে। এই সমিতিৰ অধিবেশনত সভানেত্ৰীৰ ভাষণত তেখেতে কৈছিল যে— "আজি জাতি গঠণৰ সময়ত নাৰী সমাজৰ ওপৰত গধূৰ দায়িত্ব আহি পৰিছে। ধৰ্ম, সম্প্ৰদায় নিৰ্বিশেষে সকলো অসমবাসীৰ মাজত মিলা প্ৰীতিৰ বান্ধোন দৃঢ় কৰি ৰখাটোত তিৰোতা সকলৰ যথেষ্ট কৰ্ত্তব্য আছে। তিৰোতা সমাজ আজি অন্ধবিশ্বাস, কুসংস্কাৰ আদিৰ কুহকত পৰি থাকিব নেলাগে।... অসমীয়া সাহিত্যৰ উন্নতিৰ কাৰণে তিৰোতাসকলেও সাহিত্যসভাত যোগদি সাহিত্য সভাৰ প্ৰতি মনোযোগ দিয়া উচিত।"

তেখেতে ১৯৪৭ চনত সদৌ অসম ছাত্ৰ সম্মিলনৰ কৃষ্টি সভাত সভানেতৃত্ব কৰিবলৈ গোলাঘাটলৈ যাত্ৰা কৰে। এই সভাতেই ছাত্ৰসকলৰ মাজত সংগঠণমূলক একত্ৰিত ভাব জগাই তেজস্বী ভাষণেৰে সভাৰ কাম সফলতাৰে সম্পাদন কৰে। সেইখন সভাতেই সভানেত্ৰীৰ ভাষণত তেখেতে কৈছিল— "সাহিত্যত ললিত কলাৰ কেনেকৈ সৃষ্টি হয় ? আনন্দই মানুহৰ প্ৰাণ আৰু জীৱনীশক্তি। ললিত কলাৰ আনন্দই মানুহৰ প্ৰাণত প্ৰকৃত মানৱত্বৰ সূক্ষ্ম অনুভূতিবোৰ জগাই তোলে।" সেই যাত্ৰাতেই শিৱসাগৰত স্থাপিত "সেউজী-সমাজ" অনুষ্ঠানতো যোগদান কৰি সাৰুৱা ভাষণ দিয়ে।

১৯৪৮ চনত তেখেত অসম টেক্সট্‌বুক কমিটীৰ সদস্যা ৰূপে থাকি তিনিবছৰ কাল কাৰ্য্য চলায়। ১৯৫৪ চনত ৰাজ্যিক ষ্টেটবোৰ্ডৰ চৰকাৰ মনোনীত সভ্যা হয়।

১৯৪৯ চনত শংকৰদেৱৰ পঞ্চশত বাৰ্ষিকীৰ যোৰহাটত বহা অধিবেশনত নলিনীবালা দেৱীয়ে সভানেত্ৰীৰ দায়িত্ব লয়। সভানেত্ৰীৰ ভাষণত তেখেতে শংকৰদেৱৰ জন্ম, শংকৰী ধৰ্মৰ প্ৰচাৰ আৰু শংকৰদেৱে কৰা সমাজ-সংস্কাৰ, ধৰ্মপ্ৰচাৰৰ যোগেদি দেশলৈ অনা শান্তি-প্ৰগতিৰ কথা বিশদভাবে কয়। লগতে অসমৰ আপুৰুগীয়া শংকৰী সম্পদ বৰগীত, সত্ৰীয়া নৃত্য আদি অসমৰ জাতীয় সংস্কৃতি কেনেদৰে ৰক্ষা কৰিব পাৰি, তাৰে এটি চিন্তাগধূৰ ভাষণ-ভাণ্ডি ধৰে।

১৯৪১ চনত পুত্ৰ উপেন চাংকাকতীৰ লগত তেজপুৰলৈ আহি কিছুদিন তাতে আছিল। সেই সময়তেই পদ্মনাথ গোহাঞি-বৰুৱা, বিষ্ণুপ্ৰসাদ ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালাক লগ পাইছিল আৰু তেখেতসকলৰ লগত সাহিত্য সঙ্গীত বিষয়ক দিশৰ

সান্নিধ্যলৈ আহিছিল। তেজপুৰত সেই সময় ছোৱাত বহুবছৰৰ পৰা অনুভূত সঙ্গীত বিদ্যালয়ৰ অভাৱ মোচন হৈছিল। বহুকেইজন শিল্পী, সমাজসেৱকৰ মিলিত চেষ্টাত জন্ম হোৱা সঙ্গীত বিদ্যালয়ৰ যোগেদি। সেইখন বিদ্যালয় উদ্বোধন কৰি "সুৰৰ জন্ম" নামৰ সুন্দৰ অৰ্থপূৰ্ণ ভাষণ দি কৈছিল—"মানুহৰ চেতন অৱচেতন মনৰ মাজত দিব্য অনুভূতিৰ জন্ম। এই দিব্য অনুভূতিৰ মাজতে সুৰে ধৰা দিয়ে। কোনো কোনো মুহূৰ্তত পঞ্চেন্দ্ৰিয় প্ৰবাহক সংযত কৰি ষষ্ঠেন্দ্ৰিয় ক্ৰিয়াক প্ৰবল কৰি তুলিব পাৰি।..." জ্যোতি প্ৰসাদ আগৰৱালাই ভাষণৰ প্ৰশংসা কৰি এইটোৱেই চিৰন্তন সত্য বুলি ব্যক্ত কৰে। তেজপুৰ সঙ্গীত বিদ্যালয় মহাসমাৰোহৰে মাঙ্গলিক কাৰ্য্যসূচীৰ মাজেৰে উদ্বোধন কৰা হ'ল। কালক্ৰমত এই বিদ্যালয়ৰ নাম হ'ল জ্যোতি কলা কেন্দ্ৰ আৰু বৰ্তমান ই হ'ল জ্যোতি কলা সঙ্গীত মহাবিদ্যালয়।

১৯৫২ চনত কবি চৰকাৰ মনোনীত সদস্যা ৰূপে গুৱাহাটী মিউনিচিপেলিটিৰ সদস্যা পদত থাকি এবছৰ কাল পৌৰসভাৰ কাম চলাইছিল।

১৯৪৯ চনত হিন্দী প্ৰচাৰ সমিতিৰ কাৰ্য্যকৰী সভাৰ সদস্যা, ১৯৫০ চনত প্ৰতিষ্ঠিত গান্ধী সাহিত্য পৰিষদৰ কাৰ্য্যকৰী সদস্যা হিচাবে মনোনীত হৈছিল।

কলিকতাত পুত্ৰ উপেন চাংকাকতী চাকৰিৰ খাতিৰত কেবাবছৰো থাকিব লগা হোৱাত মাককো লগত লৈ গৈছিল। কলিকতাত নলিনীবালা দেবী "আসামেৰ ঠাকুৰমা" বুলি জনাজাত হৈ পৰিছিল। কাৰণ, পাৰা-প্ৰতিবেশী, চিনাকি লোকৰ প্ৰতি তেখেতে সহায় সহানুভূতি আগবঢ়াইছিল। নলিনীবালা দেবীয়ে দেউতাকৰ পৰা হোমিওপ্যাথি চিকিৎসা শিকিছিল। এবাৰ দুৰ্ঘীয়া প্ৰতিবেশী সুবোধ বসু নামৰ ব্যক্তি এজনৰ মাজ ৰাতি মূৰ্চ্ছা গৈ সংকটজনক অৱস্থা হৈছিল। ৰাতি উপায়ন্তৰ হোৱা মানুহঘৰলৈ নলিনীবালা দেবী গৈ দেখে যে তেওঁৰ উচ্চ ৰক্ত চাপ আৰু লগতে সন্ন্যাস ৰোগ হৈছে। তেখেতৰ হাতত থকা (বেলেডোনাত) এপালি কৰি ঔষধ খুৱাই থাকিল। এঘণ্টাৰ পিছত মানুহজনৰ মুখৰ ঘোৰঘোৰণি, হাত ভৰি কঁপা কমি গ'ল আৰু টোপনি আহিল। পিচদিনা ডাক্তৰ আহি আচৰিত হৈ কৈছিল যে ৰাতিটো ৰোগীজন কেনেকৈ বাচি থাকিল। কাৰণ, তেঁওৰ মূৰৰ শিৰ চিগি গৈছিল। এমাহৰ পিচত মানুহজন সম্পূৰ্ণ সুস্থ হৈ উঠিল। কবিৰ কাৰণে এইটো এটা স্মৰণীয় সফল ঘটনা। তদুপৰি সেই সময়ত শ্যামবজাৰৰ কোনো কোনোৰ ঘৰত সৰস্বতী পূজা সম্পন্ন কৰি ল'ৰা-ছোৱালীক আনন্দিত কৰিছিল।

এই গৰাকী মহিলাই ১৯৫৩ চনত দিল্লী কেন্দ্ৰৰ পৰা অঁনাতাৰ বিভাগৰ উপদেষ্টা সমিতিৰ সদস্যা হিচাবে নিৰ্ব্বাচিত হোৱাত কেইবছৰমান অঁনাতাৰ বিভাগলৈ সেৱা আগবঢ়াবলৈ সক্ষম হৈছিল। তদুপৰি ১৯৫৫ চনত সাহিত্য একাডমী, ১৯৬৬ চনত সঙ্গীত একাডমীৰ বিষয়বাবত থাকি সেৱা আগবঢ়াইছিল। সদৌ অসম সঙ্গীত একাডমী অনুষ্ঠানতো এখেত সহ: সভানেত্ৰী আছিল।

১৯৫০ চনত গুৱাহাটী উইভিং স্কুলৰ সভানেত্ৰীৰূপে উইভিং স্কুলৰ সমাৰোহত যোগ দিয়ে। পাছত কাৰ্য্যকৰী সভাৰ সদস্যাৰূপে কেবাবছৰো উক্ত স্কুলৰ কামত অগ্ৰণী ভূমিকা লয়।

১৯৫০ চনতে ববপেটাত অনুষ্ঠিত ৰাধিকা শান্তি উৎসবত সভানেত্ৰীৰূপে সভাৰ কামত যোগদান কৰি সভাৰ কাম সমাধা কৰে।

অসমলৈ পাকিস্তানৰ পৰা অহা ভগনীয়াৰ সংখ্যাবৃদ্ধিয়ে অসমত এক বিৰাট সমস্যাৰ সৃষ্টি কৰিছিল। নলিনীবালা দেবীয়ে এই সমস্যাৰ সমাধানাৰ্থে ১৯৪৯ চনত জাতীয় মহাসভাৰ অধিবেশনত যোগ দিয়ে আৰু বিষয়টো সেই সময়ৰ দেশকৰ্মী নেতাৰ লগত গুৰুত্ব সহকাৰে আলোচনা কৰে।

অসমক সমষ্টিভূক্ত কৰিবলৈ লোৱা ষড়যন্ত্ৰৰ সময়ত নলিনীবালা দেবীৰ পৰিয়াল কলিকতাত আছিল। অসমৰ এই বিপদৰ বাতৰি শুনি কলিকতা প্ৰবাসী অসমীয়া পৰিয়াল, ছাত্ৰ-ছাত্ৰী মিলি "অসম সংঘ" নামৰ এটা সংঘ স্থাপন কৰি বিভাজনৰ পৰা অসমক ৰক্ষা কৰাৰ চিন্তা কৰিলে। অসমক মনে-প্ৰাণে ভাল পাওতা কমল গোহাঞিক সভাপতি, নলিনীবালা দেবীক উপসভানেত্ৰী, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যক সম্পাদক, যোগেশ শইকীয়াক সহ:সম্পাদক হিচাবে লৈ অন্যান্য সভ্য/সভ্যাৰে "অসম সংঘ" স্থাপিত হ'ল। উদ্দেশ্য হ'ল অসমৰ এনে বিপদৰ সময়ত অসমৰ বাতৰি প্ৰচাৰ কৰা। সপ্তাহত এবাৰকৈ 'অসমসংঘৰ' মুকলি সভা পতা হৈছিল। দুখন সৰু পুস্তিকা ইংৰাজীত প্ৰকাশ কৰি ভাৰতৰ প্ৰত্যেক জন নেতালৈ পঠোৱা হৈছিল। অম্বিকাগিৰি ৰায় চৌধুৰী, পুস্পলতা দাস, হৰেশ্বৰ গোস্বামী, দেবেশ্বৰ শৰ্মায়ো সংঘৰ কাৰ্য্যত সহায়তা কৰি দিহা পৰামৰ্শ দিছিল।

নলিনীবালা দেবীয়ে অসমৰ ভাষা-আন্দোলনত আগভাগ লৈ "সাহিত্যপৰিষদ" গঠন কৰিছিল। এই প্ৰসঙ্গত তেখেতে কৈছিল যে— "এই সাহিত্য মহাসভাৰ মূল কেন্দ্ৰ ৰূপে আজি অসমৰ সমবেত সাহিত্যিক শক্তিয়ে এখন সাহিত্য পৰিষদ গঠন কৰা আঁচনি লবলৈ মই বিদ্বান সুধী সমাজলৈ গোহাৰি জনালো।"

স্বামীৰ বিয়োগৰ পিছত দুটিকৈ পুত্ৰৰ অকাল বিয়োগত মৰ্ম্মাহিতা হৈ পৰা কবিক পিতৃয়ে উপদেশ দিছিল যে শিশু পুত্ৰ পুতলী আৰু ডেকাপুত্ৰ পবিত্ৰৰ বিয়োগৰ তাপ মোচন কৰিবৰ হলে তেঁও শিশু আৰু ছাত্ৰ সমাজৰ মাজত নিজকে বিলাই দিব লাগিব। তেতিয়াহে সেই শিশু আৰু ছাত্ৰসকলৰ মাজত পুতলী আৰু পবিত্ৰক বিচাৰি পাব। সৰুৰে পৰা শিশু-চেমনীয়াৰ প্ৰতি থকা মৰম আৰু পুত্ৰ শোকৰ জ্বালাত পিতৃ উপদেশ মতে শিশুৰ কল্যাণৰ হকে সংগঠনমূলক কাম কৰিছিল। তেখেতে উপলব্ধি কৰিছিল যে শিশুৰ সৰ্ব্বাঙ্গীন উন্নতিয়েহে স্বাধীন ভাৰতৰ সংগঠনমূলক কামত সহায়তা কৰিব।

নলিনী দেবী ১৯৫৪ চনত আৰ্ন্তজাতিক শিশু অনুষ্ঠান চিলড্ৰেন অব ষ্টেট কাউঞ্চিলৰ অসমৰ সভানেত্ৰী মনোনীত হয়। শিশু উন্নয়নমূলক কামৰ কাৰণে শিশুৰ মানসিক আৰু চাৰিত্ৰিক উন্নতিৰ কাৰণে কেইবাটাও শিশু আৰু চেমনীয়াৰ কল্যাণকামী অনুষ্ঠান গঠন কৰে।

১৯৫২ চনত "সদৌ অসম শিশু অনুষ্ঠান পাৰিজাত কানন" গঠন কৰে। পিছত এই অনুষ্ঠানৰ নাম সলনি হৈ "মইনা পাৰিজাত" নামেৰে সদৌ অসমতে গঠন হয়। বৰ্ত্তমান অসমত মইনা পাৰিজাতৰ কাৰ্য্য আঁচনিয়ে শিশু চেমনীয়া সকলক মানসিক আৰু বৌদ্ধিক দিশত যথেষ্ঠ অৰিহণা আগবঢাইছে। মইনা পাৰিজাতৰ প্ৰতিষ্ঠাত্ৰী আছিল নলিনীবালা দেবী। ১৯৪৪ চনত সদৌ অসম মইনা পাৰিজাতৰ সভানেত্ৰী মনোনীত হয়। শিশুৰ কাৰণে তেখেতে কেইবাটাও মনোগ্ৰাহী কবিতা আৰু শিশু নাট ৰচনা কৰে।

নলিনীবালা দেবী কেইবাবাৰো বিভিন্ন ছাত্ৰ সভা আৰু মুছলমান সকলৰ পবিত্ৰ ঈদগাহ সভাৰো সভানেত্ৰী মনোনীত হৈছিল।

তেখেতৰ উপস্থিত বুদ্ধি আৰু সাহসো শলাগিব লগীয়া। এবাৰ কবি তীৰ্থ যাত্ৰা কৰি কাশীৰ পৰা কলিকতালৈ ৰাওণা হোৱাৰ সময়ত দেশত ঘটিছিল সাম্প্ৰদায়িক সংঘৰ্ষ। সেই যাত্ৰাত আসানসোল ষ্টেচন পোৱাৰ লগে লগেই এজাক লাঠি লোৱা ভয়ংকৰ মানুহে অসংখ্য লেতেৰা কপোৰ পিন্ধা তিৰোতা মানুহ ডবাত বহুৱাই দিলে আৰু ৰেলৰ বেঞ্চত বহা মানুহখিনিক ধমকি দি অশালীন ব্যৱহাৰ কৰিবলৈ ধৰিলে। লগতে হাতত ডেগাৰ আৰু পিষ্টল লোৱা দুজন মানুহে ভয় দেখুৱাত ৰেলৰ ডবাটোত মানুহৰ হাঁহাকাৰ লাগিল। নলিনীবালা দেবীয়ে সাহস কৰি বিপদসংকেত শিকলি দাল টানি ধৰাত সিহঁত দুটা ৰেলৰ পৰা জাপ মাৰি পলাই গ'ল। তেতিয়া তেখেতে এজনী পাঞ্জাবী

ছোৱালীৰ লগ লাগি তিৰোতা মানুহবোৰক বহুত দাবি-ধমকি দি ভয় দেখুৱাত সেই মানুহ খিনিয়েও ভয়তে বেঞ্চৰ পৰা নামি মাটিত বহি শান্ত হৈ পৰিল। তেতিয়া ডবাটোৰ পাঞ্জাবী, বঙালী আটাইকেইজনী মহিলাই নলিনীবালা দেবীক কৃতজ্ঞতা জনালে। অসমৰ কামাখ্যামাৰ দেশৰ বুলি জানি আৰু সেইসময়ত তেখেতৰ ৰণচণ্ডী ৰূপ দেখি কোনো কোনোৱে ভৰি চুই সেৱাওজনালে।

১৯৭৩ চনত গুৱাহাটীত গুৱাহাটী নগৰ মহিলা সমিতিয়ে অসমৰ বিশেষকৈ গুৱাহাটীৰ বিশিষ্টা দহ গৰাকী সমাজ সেবিকা মহিলাক সম্বৰ্দ্ধনা জনায়। তাৰ ভিতৰত প্ৰথম গৰাকী আছিল পদ্মশ্ৰী নলিলীবালা দেবী। তেখেতে অসমীয়া জীয়াৰী-বোৱাৰীক উৎসাহ দি ভাষণত কৈছিল— "প্ৰত্যেক গৰাকী অসমীয়া মাতৃৰ মনত মাতৃভাষাৰ সেৱাৰ ভাব জাগি উঠিলে বোৱতী নৈৰ দৰে নাৰী সাহিত্যৰ সংখ্যা বাঢ়ি আহিব, নাৰীচৰিত্ৰ সৃষ্টিময়ী কৰি বিধতাই স্ৰজন কৰিছে। নাৰীৰ অন্তৰত সৃষ্টিৰ উপাদান বিৰাজমান। সেয়েহে নাৰীক উদ্দেশ্য কৰি তেখেতে কৈছিল— "নাৰী তুমি সৃষ্টি স্থিতি প্ৰলয়কাৰিণী।"

কবি গৰাকীৰ ঐকান্তিক একাগ্ৰতা আৰু মনোবলৰ ফলত এবাৰ এটি আত্মাহ্বান বিষয়ক কাম কৰিছিল। অৰ্থাৎ পিতৃৰ জীৱনী লেখিবলৈ লোৱাৰ সময়ত হাতত বিশেষ একো সমল নথকাত তেখেত বিমোৰত পৰিল। তেনেতে কবি তেজপুৰত থকা কালত শুনিলে যে স্বৰ্গীয় মনমোহন লাহিড়ীৰ পৰিবাৰে আত্মা আনয়ন কৰি অজ্ঞাত কথা পোহৰলৈ আনিব পাৰে। কবিয়ে লাহিড়ী পত্নীৰ সাহাৰ্য্যতে পিতৃ নবীনচন্দ্ৰ বৰদলৈৰ আত্মা আনি সমস্যাৰ কথা কলত পিতৃ আত্মাই জনালে যে - পদ্মধৰ চলিহাব হাতত তেখেতৰ এখন ডায়েৰী আছে। তাৰ পৰাই বৰদলৈৰ জীৱনৰ এটি চমু আভাষ দিব পৰা যাব। আচৰিত কথা যে পদ্মধৰ চলিহাৰ হাতত উল্লেখিত ডায়েৰীখন আছিল আৰু সেই ডায়েৰীখন আনি অন্যান্য সমল গোটাই নলিনীবালা দেবীয়ে ৰচনা কৰিলে পিতৃজীৱনী "স্মৃতি তীৰ্থ"।

কবিয়ে পিতৃৰ উপদেশমতে ছাত্ৰ-ছাত্ৰীৰ কল্যাণাৰ্থে আত্মনিয়োগ কৰে। ১৯৪১ চনত ২য় মহাযুদ্ধত সহায় কৰিবলৈ বৃটিশ প্ৰেমীসকলে কটন কলেজত এখন প্ৰদৰ্শনী পাতে। কটন কলেজৰ ছাত্ৰসকলে এই কাৰ্য্যত বাধা দিয়াত পুলিছে জধে মধে লাঠি চাৰ্জ কৰাত বহু ছাত্ৰ-ছাত্ৰী আহত হয় আৰু গুৱাহাটী চিভিল হস্পিটেলত আহত সকলক চিকিৎসা কৰা হয়। অসম মহিলা সমিতিয়ে এনে কাৰ্যৰ প্ৰতিবাদ জনাই কুমাৰ [illegible]

নাট্য মন্দিৰত এখন সভা পাতে। সেই সভাত নলিনীবালা দেৱীয়ে সভানেত্ৰীৰ দায়িত্বৰে চৰকাৰৰ বিৰুদ্ধে কেইটামান প্ৰস্তাব লৈছিল এনেদৰে যতেই ছাত্ৰৰ বিপদ ঘটে, তাতেই তেখেতে ছাত্ৰৰ মঙ্গলাৰ্থে কাম কৰিছিল।

১৯৫৪ চনত কেন্দ্ৰীয় চৰকাৰৰ পৰা এবছৰৰ কাৰণে বৃত্তি লাভ কৰিছিল। ১৯৪৭ চনত অসম চৰকাৰে নলিনীবালা দেৱীলৈ সাহিত্যিক পেঞ্চন আগবঢ়ায়। ১৯৫৬ চনৰ ২৫ জানুৱাৰীত দিল্লীত অনুষ্ঠিত সৰ্বভাৰতীয় কবি সম্মিলনলৈ তেখেতক আমন্ত্ৰণ কৰিছিল। সেই সম্মিলনত কবিতা পাঠ কৰি প্ৰধানমন্ত্ৰী নেহৰুৰ পৰা সম্মান পাইছিল। কবি হিচাবে ৰাষ্ট্ৰপতিৰ পৰাও সম্মানিত হৈছিল।

১৯৫৬ চনত সংস্কৃত সঞ্জীৱনী সভাৰ পৰা নলিনীবালা দেৱীক কাব্য-ভাৰতী উপাধি আৰু ১৯৫৭ চনত দিল্লীৰ ৰাজদৰবাৰত ৰাষ্ট্ৰপতিয়ে সৰ্ব্বভাৰতীয় পদ্মশ্ৰী উপাধি প্ৰদান কৰে।

১৯৬০ চনত গুৱাহাটীৰ মিৰ্জ্জাত অসম সাহিত্য সভাৰ অষ্টদশ অধিবেশন বহিছিল। এই অধিবেশনৰ কবি সম্মিলনত নলিনী দেৱীক সভানেত্ৰী নিৰ্ব্বাচিত কৰা হৈছিল।

অসমৰ কাৰণে গৌৰৱৰ কথা যে ১৯৫৫ চনত যোৰহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ ২৩তম্ অধিবেশনত তেখেত সৰ্বপ্ৰথম মহিলা সভানেত্ৰী হিচাবে নিৰ্ব্বাচিত হৈছিল। তেখেতৰ সুৱদী ভাষণত স্বদেশ প্ৰেমৰ ভাব ফুটি উঠিছিল। কাব্যিক ভাষাৰে তেখেতে কৈছিল— "আজি মোৰ জীৱনৰ পৰম স্মৰণীয় দিন। মোৰ অসম জননীৰ গৌৰৱ-মণ্ডিত পূজাৰ মণ্ডপত ঠিয় হৈ হিয়া মোৰ আবেগত উপচি পৰিছে। মোৰ অসম, মোৰ কৌটী পুৰুষৰ ওপজা ঠাই, প্ৰকৃতিৰ পূণ্যভূমি, মৰতৰ স্বৰ্গ, লোক কল্পনাৰ কল্পলোক অসম, মোৰ জীৱনৰ মহাতীৰ্থ। মোৰ জীৱনৰ দুকুৰি সোতৰ বছৰৰ এই মাহেন্দ্ৰ ক্ষণত এই নিঃকিন জীৱনটি উচৰ্গিবলৈ পাই মোৰ আজি আবেগত, উলাহত চিঞৰি উঠিবৰ মন গৈছে...।"

এই গৰাকী মহীয়সী নাৰীক ব্যক্তিগত ভাবে দুবাৰো লগ পোৱাৰ আমাৰ সৌভাগ্য ঘটিছিল। ১৯৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে বিস্তৃত কাৰ্যসূচীৰে আয়োজন কৰা সাহিত্যকাণ্ডাৰী পদ্মনাথ গোহাঞি বৰুৱা জন্ম শতবাৰ্ষিকী অনুষ্ঠানত তেখেতে মুখ্য অতিথিৰ যি তেজস্বী ভাষণ দিছিল, তাত গোহাঞিবৰুৱাৰ জীৱনৰ মাৰ্জিত আধ্যাত্মিকতাবোধ ফুটাই তুলিছিল। [illegible] অসমৰ সমস্যা [illegible] গোহাঞিবৰুৱাৰ

সৈতে নিমন্ত্রিত অতিথি হিচাবে সভাত যোগদান কৰোতে তেখেতক লগ পাইছিলো। তাৰ দুবছৰমান পিছত পুণৰ গুৱাহাটী মেডিকেল হস্পিটেলত (বৰ্ত্তমান মহেন্দ্ৰ মোহন চৌধুৰী হস্পিটেল) নলিনীবালা দেবীৰ চকুৰ অপাৰেশ্যান কৰাৰ সময়ত লগ পাই খা-খবৰ লৈ কথা-বতৰা পাতিছিলো। ব্যৱহাৰ, কথা-বাৰ্তাত নম্ৰ, বিনয়ী এগৰাকী সহজ, সৰল মৰমীয়াল মাতৃৰ ছবি ফুটি উঠিছিল।

১৯৭৭ চনৰ, ২৪ ডিচেম্বৰৰ দিনা এই গৰাকী যশস্বী কবি, সমাজসেবিকাৰ দেহাৱসান ঘটে। সদ্যস্মৰণীয় নলিনীবালা দেবীৰ জীৱন কথাৰ মাজেদি প্ৰকাশ পোৱা প্ৰতিভা এই চমু প্ৰৱন্ধৰে লিখি শেষ কৰিব নোৱাৰি। এই লিখনী এসাগৰ পানীৰ এটোপাল বিন্দুকণাহে মাত্ৰ। শেষত এই চমুচিত্ৰৰেই তেখেতলৈ জন্ম শতবৰ্ষৰ প্ৰণাম জনাই অশেষ শ্ৰদ্ধাঞ্জলী নিবেদন কৰিলো।

(প্ৰবন্ধটি যুগুত কৰাত শ্ৰীমতী ৰেণু শৰ্ম্মাই কিছু তথ্যপাতি দি সহায় কৰিছে)



# সন্ধিয়াৰ সুৰৰ সমালোচনা

## লক্ষ্মীনাথ বেজবৰুৱা

**বাঁহী, ২২শ বছৰ, ১৮৫৫ শক ঃ** সন্ধিয়াৰ সুৰ — শ্ৰীমতী নলিনী বালা দেবী প্ৰণীত। বেচ আঠ অনা।

চল্লিশটি সৰু সৰু কবিতাৰ সকৰুণ সুৰ; তাল, মান, লয়েৰে সৈতে মিলি সন্ধিয়াৰ সুৰ বাজি উঠিছে। কবিয়ে তেঁওৰ পিতৃদেৱতাৰ চৰণত এই ঐক্যতান উছৰ্গা কৰি এই দৰে লিখিছে —

**পিতা মোৰ ! গুৰু মোৰ**
**আনিছোঁ সজাই**
**পূজোঁ বুলি দুটি চৰণত**
**ৰচা দুটি গীত মোৰ**
**বিষাদ সুৰৰ**
**জীৱনৰ সাঁজৰ পৰত।**

**নহয় নহয় গোৱা**
**অমিয়া কণ্ঠৰ**
**সুখ গীত সুৱলা সুৰৰ**
**দীপক আৰতি মোৰ**
**বেথা ওপচোৱা**
**অৰপিলোঁ সন্ধিয়াৰ সুৰ।**

কি মনোৰম উছৰ্গা। আমি কওঁ কবিৰ গীত সুৱলা আৰু মধুৰ নিঃসন্দেহে। কাৰণ তেঁওৰ গীত চৰম সুখৰ গীত; ক্ষন্তেকীয়া সাংসাৰিক সুখৰ গীত নহয়। সেই গীতে সংসাৰৰ বিষাদ পাৰ হৈ গৈ আনন্দময়ৰ চৰণ চুইছে। তেওঁ তেওঁৰ পাৰ্থিৱ পিতাৰ পদত সাংসাৰিক সমন্ধত ওপজা ভক্তিৰ দেয় পুষ্পাঞ্জলি দি গোটেই অন্তৰৰ চিৰ প্ৰস্ফুটিত কুসুম কানন লৈ আচল পিতাৰ পৰম পদত সমৰ্পণ কৰিবলৈ একনিষ্ঠ ভাৱে লৰিছে।

নলিনী আমাৰ অশেষ শ্ৰদ্ধাৰ আৰু স্নেহভাজন শ্ৰীযুত নবীন বৰদলৈৰ প্ৰথমা কন্যা। কিছুমান দিনৰ আগেয়েই মই কিতাপখন পাইছিলোঁ। কিন্তু পঢ়ি চোৱা নাছিলোঁ। তাৰ কাৰণ তেতিয়া মোৰ বিদেশলৈ যোৱাৰ খদমদম। তাৰ উপৰি বয়স সুলভ এলাহ, চকুমুদি সাৰে থকা ব্যাধি, ত্ৰেতা যুগৰ লঙ্কাৰ ৰাৱণৰ নিচিনাকৈ আজি থাকক, কাইলৈ কৰিম জাতৰ গোকাট অভ্যাস। বিদেশৰ পৰা উভতি আহি সম্বলপুৰত পুণৰ থিতি। মোৰ মাজু ছোৱালী জনীৰ পৰা চিঠি এখন পালোঁ — তেওঁ সুধিছে — মই সন্ধিয়াৰ সুৰ পঢ়িছোনেআৰু কেনে লাগিল ? চিঠি পাই মোৰ মেজত পৰি থকা কিতাপখন তুলি লৈ পঢ়িবলৈ ধৰিলোঁ। পঢ়ি গৈছোঁ আৰু মোৰ মনত খেলাই গৈছে—বাঃ এইখন কি চমৎকাৰ কবিতাৰ কিতাপ। আমাৰ অসমৰ মহিলা কবি এজনায়ে এইখন লেখিছে নে ? মই তাহানি যেতিয়া কলিকতাত পঢ়িবলৈ আহিছিলোঁ কামিনী সেনৰ (পিছত ৰায়) নকৈ ওলোৱা কবিতাৰ কিতাপ "আলো ও ছায়াই" বঙ্গৰ সাহিত্যিক সমাজক তবধ লগাই দিছিল। তেওঁলোকে ভাবি আচৰিত মানিছিল যে বঙালী তিৰোতায়ো এনে কবিতা লিখিব পাৰে নে ? আজিও মোৰ মনত তেনে অৱস্থাই। এনে সুন্দৰ ভাষাত, ললিত ছন্দত, আঁৰ নথকা অন্তৰৰ গোটেই অনুভূতিৰে যিজনা অসমীয়া মহিলাই এনে সুকোমল অথচ অন্তস্পৰ্শী কবিতা ৰচনা কৰিব পাৰে সেইজনা অসমীয়া সমাজৰ সমাদৰ আৰু শ্ৰদ্ধাৰ সমল নহব কিয় ? মোৰ মানত এইজনা অসমীয়া মহিলা কবি আধ্যাত্মিক কাব্য কুসুম সংগ্ৰহ বিষয়ত বঙ্গৰ কামিনী কবিতকৈও ওপৰৰ খাপত। অন্তৰৰ অপূৰ্ণ অথচ পূৰ্ণ আবেগৰ জীৱন্ত জাগ্ৰত অনুভূতি, উচ্চতম আদৰ্শ আৰু ভাবৰ অৱস্থিতি ছন্দত প্ৰকাশ কৰিবৰ ক্ষমতা আমাৰ এই মহিলা কবিৰ নিশ্চয় আছে।

মোৰ এই প্ৰশংসা বঢ়াবঢ়ি বিধৰ বুলি কোনোৱে কব পাৰে। কওক। কিন্তু মোৰ ধাৰণাৰ বিষয়ে নিৰ্ভয়ে কবলৈ মই সাজু। আজিকালি আমাৰে অসমত ওলোৱা অসমীয়া কবিৰ (দুই চাৰিজনৰ বাহিৰে) যি সকলে বিদেশী কবিৰ ডাঠ ৰহণ মুখত সানি ভাৱনাত ভীম ওলোৱাদি আস্ফালন কৰি ওলায়, সেই সকলৰ অনেকক পাছলৈ ঠেলি এই মহিলা কবি আগ বাঢ়িছে বুলি মোৰ বিশ্বাস। ইয়াৰ কাৰণ একো নহয়। মাথোন এই কবিৰ অকৃত্ৰিম আন্তৰিকতা, সৰল অন্তঃকৰণ, সুখদুখ সকলো সৰ্বনিয়ন্তাৰ ইচ্ছাত সমৰ্পণ আৰু তেঁওৰ অভয় চৰণত আত্ম নিবেদন। নলিনী আইটিৰ কবিতাত Sincerity আছে, আড়ম্বৰ নাই। প্ৰাণত সৰল ভাবৰ সম্বল আছে, ঢাকোনৰ আৱৰণ নাই। মনত দেৱতাৰ চৰণত অন্তৰৰ অৰ্ঘ্য আছে; লোকক দেখুৱা ৰাজসিক পূজাৰ

প্ৰদৰ্শনী নাই। মুঠতে সন্ধিয়াৰ সুৰ ভাব ভাষাৰে বৰ্ত্তমান অসমীয়া কাব্য সাহিত্যত এখন অনুপম পুথি হৈছে। আমি আয়ুষ্মতী নলিনী আইটিক অসমীয়া সাহিত্য সভাঁলৈ স্বাগত আহ্বান কৰি সাদৰ সম্ভাষণ জনাইছোঁ। তেঁও আগশাৰীৰ কবি সাহিত্যিক সকলৰ শাৰীত বহি তেঁওৰ প্ৰাপ্য সম্মান গ্ৰহণ কৰক। তেঁওৰ সুগন্ধ শুভ্ৰ কুসুম আৰু শুভ্ৰ বৰণ ডলাত ঈশ্বৰৰ আশীৰ্ব্বাদ বৰষক।

শেহত কওঁ তেঁওৰ কিতাপখনত দেউল, খেৱা (খেয়া) হব শেষ, থামি গল, এনেকুৱা দুই চাৰিটা কথাৰ সলনি নিভাঁজ অসমীয়া শব্দ থকা হেতেঁন আমি ভাল পালোঁ হেতেঁন।

(আলোচনাটি হিমাদ্ৰি দেবীৰ পৰা পোৱা হৈছে)



# নলিনীবালাৰ কবিতাত স্বদেশ প্ৰেম
## (অলকানন্দা আৰু জাগৃতিৰ প্ৰসঙ্গেৰে)
### হিমাদ্ৰি দেৱী

অসমীয়া কবিতাৰ ইতিহাসত নলিনীবালা দেৱী এটি অবিস্মৰণীয় নাম। 'মনৰ মাজত জাগি উঠা উখল মাখল কথা' বোৰেৰে তেখেতে জীৱনৰ বিভিন্ন সময়ত বিভিন্ন ভাব আৰু ৰসৰ মাধুৰ্য্যৰে কাব্য সৃষ্টি কৰি অসমীয়া কাব্য জগতত চিৰ স্মৰণীয় হৈ আছে। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ আদৰৰ দুহিতা নলিনীবালাই মাত্ৰ দহ বছৰ বয়সত 'পিতা' নামৰ কবিতা এটি ৰচনা কৰি কাব্য জগতত ভুমুকি মাৰিছিল। কিন্তু অকাল বৈধব্য আৰু সন্তানৰ মৃত্যুৱে তেখেতক যি যাতনা দিছিল সেই যাতনা উপশমৰ বাবে কলম হাতত তুলি লৈ নিৰবচ্ছিন্ন ভাবে ৰচনা কৰি গৈছিল কবিতা, যি কবিতাত প্ৰকাশ পাইছিল ভাৰতীয় দৰ্শনৰ প্ৰজ্ঞা।

জীৱনৰ বিভিন্ন সময়ত প্ৰকাশ পোৱা নলিনীবালা দেৱীৰ কবিতাসংকলন সমূহ হ'ল— সন্ধিয়াৰ সুৰ (১৯২৮), সপোনৰ সুৰ (১৯৪৮), পৰশমণি (১৯৫৫), যুগ দেৱতা (১৯৫৮), জাগৃতি (১৯৬২), অলকানন্দা (১৯৬৪) আৰু অন্তিম সুৰ (১৯৭৭)। অৱশ্যে কেইখনমান অপ্ৰকাশিত কবিতা পুথিও আছে— যি কেইখন বৰ্ত্তমান বৰ্ষত সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে প্ৰকাশৰ দিহা কৰিছে। সেই কেইখন হ'ল সন্ধিয়াৰ সপোন পৰশ, সাঁজৰ পূৰৱী, জোনাকী স্বপ্ন সুৰভি,মন্দাকিনী, মেঘদূত (অনুবাদ)।

নলিনীবালা মূলতঃ অতীন্দ্ৰীয়বাদী কবি। তেখেতৰ কবিতাত প্ৰকৃতিৰ বৰ্ণনা বা মানৱ জীৱনৰ সমস্যাতকৈ 'তত্ত্ব জিজ্ঞাসা'ই প্ৰাধান্য লাভ কৰিছে। ভাৰতীয় দৰ্শনৰ আত্মা-পৰমাত্মাৰ ৰহস্যময় সম্পৰ্ক তেখেতৰ প্ৰায় বোৰ কবিতাৰে মূল বিষয় বস্তু। অবিনাশী আত্মা, পৰমাত্মাৰ এক ক্ষুদ্ৰ সংস্কৰণ —

**"তোমাৰ অসীম আকাশত**
**অযুত শিখাৰে দীপ জ্বলিছে।**

**মোৰ হিয়াৰ গহন গুহাত**
**প্ৰেমৰ প্ৰদীপ এটি জ্বলিছে।”**

*(তোমাৰ অসীম আকাশত : অলকানন্দা)*

পৰমাত্মাৰ লগত আত্মাৰ মিলনৰ যি আকাংক্ষা, সেই আকাংক্ষা প্ৰকাশ পাইছে এই কবিতা সমূহত —

**“ই জীৱন হওক ধূলিৰ তলৰ ধূলি**
**তোমাৰ প্ৰসাদ অনুৰঞ্জিত**
**পাই যদি পদধূলি**
**নিষ্পেষিত প্ৰাণ বেদনত**
**হয় যদি মোহনীয়।”**

*(অ মোৰ পৰম প্ৰিয় : অলকানন্দা)*

ৰহস্যবাদ বা অতীন্দ্ৰীয় বাদৰ উপৰিও নলিনীবালা দেৱীৰ কবিতাৰ আন এটি মূল উপজীব্য হ’ল স্বদেশ প্ৰেম। স্বাধীনতা আন্দোলনৰ নেতৃস্থানীয় ব্যক্তি কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ জীযৰী নলিনীবালাই ঘৰতেই পিতৃৰ পৰা স্বদেশ প্ৰেমৰ পাঠ গ্ৰহণ কৰিছিল। ভাৰতীয দৰ্শনৰ পুনৰ জন্মবাদত বিশ্বাসী নলিনী বালাই ‘মৰিলে পুনৰ আহি দুখীযা দেশতে মোৰ লওঁ যেন পুনৰ জনম’ বুলি যি ইচ্ছা প্ৰকাশ কৰিছে সি তুলনা বিহীন। ‘জাগৃতি’ৰ আগ কথাত কবিয়ে স্বীকাৰ কৰিছে— “বিশ্ব কবিৰ ভাষাৰেই আমাৰ চিৰ চেনেহী ভাৰতী আইক মাতিবলৈ মন যায “অয়ি ভুবন মন মোহিনী।” ৰবীন্দ্ৰ নাথৰ ভাষাৰে ভাৰতী আইক সম্বোধন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিয়েই তেখেত ক্ষান্ত থকা নাই, ৰবীন্দ্ৰ নাথৰ দৰেই তেখেতে বৰ্ণনা কৰিছে—

**“প্ৰথম উষাৰ উদয় সূৰ্য্য**
**দিগন্ত উজ্বলায়।”**

*(আমাৰ ভাৰতী আই : অলকানন্দা)*

**“প্ৰথম প্ৰভাত উদয় তব গগনে....**
**অয়ি ভুবন মন মোহিনী”**

*(গীত বিতান)*

"বিজয়িনী ভাৰতৰ নাই পৰাজয়' নামৰ কবিতাত কবিয়ে ভাৰতবৰ্ষৰ প্ৰাকৃতিক সৌন্দৰ্য্য এইদৰে বৰ্ণনা কৰিছে— . . . . . .

**"কুমাৰী উষাই দিলে কপালত অৰুণ তিলক**
**হিমালয়ে ৰত্ন কিৰীটি পিন্ধালে শিৰত**
**উত্তৰ মলয়ে শ্যামঞ্চল পিন্ধালে অঙ্গত।"**

*(জাগৃতি)*

'সেই একে সুৰ বাজিছে অ **শুৱনী, অ মৰমী**' নামৰ কবিতাত—

**সাগৰে ধুৱাই চৰণ কমল — চিৰ শ্যামলা সুনীল অঞ্চল।"**

*(জাগৃতি)*

একে ধৰণৰ বৰ্ণনা পোৱা যায় দণ্ডিনাথ কলিতা দেবৰ 'আই' নামৰ কবিতাত—

**"হিমালয় গিৰি যাৰ কিৰীটি শিৰৰ**
**সাগৰে ধুইছে যাৰ মলি চৰণৰ**
**মলয়াই বিচি যাৰ বুকু চেঁচা কৰে**
**শ্যামল আঁচল জুৰি সৌন্দৰ্য্য বাগৰে।"**

মনোৰমা ভাৰতবৰ্ষৰ অপূৰ্ব সৌন্দৰ্য্যত মোহিত কবিয়ে কিন্তু ভাৰতীয় দৰ্শনৰ প্ৰেম আৰু ত্যাগৰ কথা পাহৰি যোৱা নাই — যি প্ৰেম আৰু ত্যাগ আৰু শান্তিৰ অমিয়া মাধুৰীৰে ভাৰতবৰ্ষক স্বৰ্গত পৰিণত কৰা যাব—

**"মহিমাৰে ভৰা স্বৰ্গ ভাৰত**
**লুকাই ছদ্ম বেশ**
**মৰম ত্যাগৰ প্ৰেমৰ আমাৰ**
**শান্তিৰ অমিয়া দেশ।"**

***(মাতৃ কবচে সজ্জিত আমি: অলকানন্দা)***

কবি-প্ৰাণ কেৱল যে স্বদেশ-প্ৰেমৰ দ্বাৰা উদ্বুদ্ধ হৈছিল, তেনে নহয়, যি সকল বীৰ শ্বহীদে মাতৃভূমিৰ স্বাধীনতাৰ বাবে সৰ্বস্ব ত্যাগ কৰি প্ৰাণ বলি দিলে, তেওঁলোকৰ প্ৰতিও অশ্ৰু নীৰৰ মুকুতা মালাৰে শ্ৰদ্ধা নিবেদন কৰিছে—

**"লোৱা বীৰ মাতৃপ্ৰাণৰ মন্দাৰ মালা**
**মুকুতা অশ্ৰুনীৰ**

**সমুখ ৰণত হৈ সৈনিক বীৰ**
**সৰ্ব্ব তিয়াগী বলি দিলা লাখ শিৰ**
**তোমাৰ ৰাঙলী শিখাৰ পোহৰে**
**স্বাধীনতা জননীৰ।"**

***(লোৱা বীৰ মাতৃ প্ৰাণৰ মন্দাৰ মালা : অলকানন্দা)***

ভাৰতবৰ্ষৰ জাতি ধৰ্মৰ ভেদা ভেদ, সাম্প্ৰদায়িকতাৰ প্ৰতিও কবি সজাগ। এইবোৰ আঁতৰাব নোৱাৰিলে একতা প্ৰতিষ্ঠা কৰাটো সম্ভৱপৰ নহয়—

**"সাম্প্ৰদায়িক কলুষে ভৰা**
**এপিনে পাশৱ দৃষ্টি**
**সৰ্ব্ব ধৰ্ম্ম জাতি এক কৰা**
**মহান ভাৰত সৃষ্টি।"**

***(জাগা বীৰ পিতা, বীৰৰ জননী : অলকানন্দা)***

মুক্তিকামী জনগণৰ পথ বন্ধুৰ — দুৰ্গম অন্ধকাৰ অৰণ্যেৰে ভৰা। এই সকলোবোৰ বাধা অতিক্ৰম কৰিব পাৰিলেহে মুক্তিৰ ৰাঙলী আভা দেখিবলৈ পোৱা যাব—

**"দুৰ্গম গিৰি সংকট পথ**
**আমি মুক্তিৰ অভিযাত্ৰী**

**অৰণ্য ভাঙি গিৰি সংকটত**
**জ্বলাওঁ ৰাঙলী বন্তি**
**মাতৃ আমাৰ ভাৰতবৰ্ষ**
**গৌৰৱ জয় যাত্ৰী।"**

***(দুৰ্গম গিৰি সংকট পথ : অলকানন্দা)***

এই খিনিতেই উল্লেখ কৰিব পাৰি কবি নলিনী বালা কাজি নজৰুল ইচলামৰ সেই বিখ্যাত গীত টি—

**"দুৰ্গম গিৰি কান্তাৰ মৰু**
**দুস্তৰ পাৰাবাৰ**
**লঙ্ঘিবতে হবে ৰাত্ৰি নিশীথে**
**যাত্ৰীৰা হুচিয়াৰ।"**

নাইবা কবি গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ

**"চলো দুৰ্গম দূৰ পথ যাত্ৰী, চলো দিবাৰাত্ৰি**
**কৰো জয় যাত্ৰা**
**দূৰ কৰো সংশয় শংকাৰ ভাৰ**
**যাঁও চলি তিমিৰ দিগন্তেৰ পাৰ।"**

*(গীতবিতান)*

এই গীতটিৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল।

'মৃত্যু বিজয়ী নৱ জোৱান, নৱ জোৱান' (অলকানন্দা) নামৰ কবিতাটিত কবিয়ে ভাৰত মাতৃৰ মুক্তিৰ বাবে প্ৰাণ আহুতি দিয়া শ্বহিদৰ ত্যাগৰ কথা স্মৰণ কৰি তেওঁলোকক এইদৰে বন্দনা কৰিছে—

**"আকাশ চমকে সাগৰ খলকে**
**গৰৱী হিন্দুস্থান**
**হে বীৰ তোমাৰ ত্যাগ গৌৰৱে**
**জননী মহীয়ান**
**লোৱা বন্দন নৱ জোৱান, নৱ জোৱান।"**

ভাৰতে যি অভিনৱ সত্যাগ্ৰহ পন্থাৰে স্বাধীনতা অৰ্জন কৰিলে সি বিশ্বক বিস্ময়ান্বিত কৰি তুলিলে—

**"অভিনৱ সত্যাগ্ৰহ ৰণ নীতি লৈ ভাৰতে লভিলে মুক্তি**
**বিশ্বক কৰি বিস্ময়...।"**

***(বিজয়িনী ভাৰতৰ নাই পৰাজয় : জাগৃতি)***

কবি নলিনীবালা দেবীৰ জাগৃতি নামৰ কবিতা আৰু গীতৰ সংকলন খন ১৯৬৩ চনত প্ৰকাশ পাইছে। অৰ্থাৎ ১৯৬২ চনৰ চীনৰ ভাৰতবৰ্ষ আক্ৰমণৰ প্ৰেক্ষাপটত এই কবিতা সমূহ ৰচিত হৈছিল। কবিতা সংকলন খনৰ আগকথাত কবিয়ে উল্লেখ কৰিছে। —"ৰণ সমস্যাৰে বাধা জন্মোৱা পন্থা গ্ৰহণ কৰি ভাৰতৰ চিৰকলীয়া বন্ধু ৰাষ্ট্ৰ চীনে ভাৰতৰ প্ৰতি বিশ্বাসঘাটকতা কৰি ভাৰত সীমান্ত আক্ৰমণ কৰি ভাৰতক বিপদত পেলালে।" সেয়েহে এই পুথিত "শত্ৰু আক্ৰমণৰ আবেগ সুৰত বাজি উঠা কেইটিমান গীত দেশৰক্ষী বীৰ জোৱান সকললৈ" আগবঢ়াইছে। এই পুথি খনৰ প্ৰথম গীতটিয়েই

হৈছে ভাৰত বন্দনা—য'ত কবিয়ে ভাৰতৰ তিনি ৰঙী পতাকা উৰুৱাই দেশৰ সন্মান ৰক্ষাৰ প্ৰতিজ্ঞা গ্ৰহণ কৰিছে—

**"তিনি ৰঙে ৰঙা পতাকা আমাৰ জাতীয় গৌৰৱৰ**
**যুগে যুগে উৰাম পতাকা স্বাধীন ভাৰত মান**
**দেশ সন্মান ৰক্ষা আমাৰ হব জীৱনৰ ধ্যান**
**বন্দে ভাৰত মাতৰম ....।"**

ভাৰতৰ নিৰ্ভীক সন্তানক 'অতীত শৌৰ্য্য কাহিনী-সুঁৱৰি মাতৃভূমিৰ মান ৰক্ষা কৰিবলৈ কবিয়ে আহ্বান জনাইছে—

**"চিৰ গৰবিনী ভাৰত মাতৃৰ ৰাখিব লাগিব মান**
**আগবাঢ়ি যোৱা বিজয় সেনানী**
**আগবাঢ়ি যোৱা নও জোৱান**
**চিৰ গৰবিনী মাতৃভূমিৰ নিৰ্ভীক সন্তান**
**ৰাখিব লাগিব মান।"**

***(চিৰ গৰবিনী ভাৰত মাতৃৰ : জাগৃতি)***

**"দেশৰ গৌৰৱ অক্ষয় কৰি**
**অমৰ জীৱন উজ্জ্বল কৰি**
**সীমান্তৰ বীৰ জীৱন জেউতি**
**জিলিকোৱা জলমল**
**আগ বাঢ়া বীৰ সৈনিক দল।"**

***(মহাজীৱনৰ শুনা আহ্বান : জাগৃতি)***

আগতেই উল্লেখ কৰা হৈছে ১৯৬২ চনৰ চীনা- আক্ৰমণৰ পটভূমিত জাগৃতিৰ গীত আৰু কবিতা সমূহ ৰচনা কৰা হৈছিল। যুগ যুগ ধৰি ভাৰতে চীনৰ নগত বন্ধুত্বপূৰ্ণ সম্পৰ্ক গঢ়ি তুলিছিল। বৌদ্ধধৰ্মৰ অহিংস বাণী প্ৰচাৰৰ বাবে ভাৰতবৰ্ষই চীনলৈ বৌদ্ধভিক্ষু পঠাইছিল—

**"তোমাৰ দেশলৈ পঠিয়ালোঁ বহুজ্ঞানী**
**মাণিকৰ থোপা ভৰি জ্ঞানৰ কৰণি।"**

***(চীন তুমি নোৱাৰিবা মোক পৰাজিব : জাগৃতি)***

সেই চীনেই বিশ্বক চমকিত কৰি ভাৰতক আক্ৰমণ কৰিলে —

**"বিশ্বক বিস্মিত কৰি ভাৰতৰ হিংসাহীন কোমল প্ৰাণত**
**ভাৰতৰ চিৰ বন্ধু চীনে হিংসাৰ শাণিত অস্ত্ৰ হানি**
**ৰচিলে যুগৰ এটি পৃথিৱীত নতুন অধ্যায়।"**

***(বিজয়িনী ভাৰতৰ নাই পৰাজয় : জাগৃতি)***

কিন্তু ভাৰতবৰ্ষক যে চীনে পৰাজিত কৰিব নোৱাৰিব, সেই বিষয়ে কবিয়ে চীনক সতৰ্ক কৰি দিছে—

**"কিন্তু চীন জানি থবা**
**নোৱাৰিবা মোক পৰাজিব**

**সত্যাশ্ৰয়ী বিজয়ী শক্তি মোৰ**
**তোমাৰ পাশৱ শক্তি**
**হেলাৰঙে কৰিম সংহাৰ।"**

***(চিন তুমি নোৱাৰিবা মোক পৰাজিব : জাগৃতি)***

মৈত্ৰী আৰু প্ৰেমৰ সাধনাৰে ভাৰতে নীল আকাশত চিৰ বিজয়ৰ ধ্বজা উৰুৱাব—

**"নাই নাই ভয় হব জয় হব জয়**

**বিশ্ব মৈত্ৰী প্ৰেম সাধনাৰে**
**ভাৰতে বিলালে দিব্য প্ৰেৰণা।"**

***(নাই ভয় নাই ভয় : জাগৃতি)***

এই গীতটিত বিশ্বকবিৰ গীত এটিৰ সুৰ ধ্বনিত হোৱা যেন লাগে—

**"নাই নাই ভয় হবে হবে জয়।"**

***(গীতবিতান)***

কবি নলিনী বালাৰ স্বদেশ প্ৰেম ইমান তীব্ৰ আছিল যে তেখেতে পাৰ্থসাৰথি সুদৰ্শন চক্ৰধাৰী ভগবানক ভাৰতৰ জয় যাত্ৰা অব্যাহত ৰাখিবলৈ প্ৰাৰ্থনা জনাইছে—

**"পাৰ্থসাৰথি কৰা জয় কৰা জয়**
**কৰা ভাৰত-ৰথ পৰিচালিত নিৰ্ভয়**
**সুদৰ্শনধাৰী কৰা জয় কৰা জয়।"**

***(পাৰ্থসাৰথি কৰা জয় : জাগৃতি)***

বিশ্ব কবি ৰবীন্দ্ৰ নাথেও ভাৰতক শুভ আশীৰ্ব্বাদ দিবলৈ ভগবানক প্ৰাৰ্থনা জনাইছে—

**“এ’ ভাৰতে ৰাখো নিত্য, তোমাৰ শুভ আশীৰ্ব্বাদ**
**তোমাৰ অভয়, তোমাৰ অজ্জিত অমৃত বাণী—।”**

*(গীতবিতান)*

জ্ঞান গম্ভীৰ ঋষি মুণিৰ দেশ এই ভাৰতবৰ্ষ। অতীত ভাৰতত ঋষি সকলে সাধনাৰ দ্বাৰা যি জ্ঞান আহৰণ কৰিছিল, সেই জ্ঞানে অজ্ঞান তমসা বিদীৰ্ণ কৰি জ্ঞান দীপ্ত সূৰ্য্যৰ ৰশ্মি বিকিৰিত কৰিছিল। সেয়ে কবিয়ে মাতৃভূমি ভাৰতক ৰূপ স্বৰ্গ বুলি সম্বোধন কৰিছে —

**“পৃথিৱীৰ ৰূপ স্বৰ্গ ! মাতৃভূমি মোৰ**
**ঋষি সাধনাৰ**
**যুগে যুগে কালজয়ী কীৰ্ত্তি তোমাৰ**
**মহা মনীষাৰ।”**

*(ৰূপ স্বৰ্গ : অলকানন্দা)*

ভাৰত মাতৃক কবি নলিনীবালাই বন্দনা কৰিলেও বা ভাৰতীয় দৰ্শনৰ প্ৰেম, ত্যাগ আদি আদৰ্শৰ দ্বাৰা জাতিক উদ্বুদ্ধ কৰিবলৈ আহ্বান জনালেও তেখেত যে ভাৰতৰ পূব প্ৰান্তৰ অসম জীয়ৰী, সেই কথা পাহৰি যোৱা নাই —

**“মোৰ প্ৰিয় বাসস্থান কামৰূপ বিশাল অসম**
**প্ৰকৃতি চিৰ ৰম্যস্থান কানন অঞ্চল।”**

*(নীলাচল : অলকানন্দা)*

ভাৰতবৰ্ষৰ পূব প্ৰান্তৰ ৰাজ্য অসম ভাৰতৰ পূব দিশৰ সীমান্ত প্ৰহৰী—

“আমি ভাৰতৰ আমি অসমৰ
সীমান্ত ৰখীয়া বীৰ
শিকা নাই আমি মূৰ দোৱাবলৈ
উচ্চ আমাৰ শিৰ।”

*(আমি ভাৰতৰ আমি অসমৰ : জাগৃতি)*

**"আমি পূব ভাৰতৰ দুৱাৰ ৰখীয়া**
**সীমান্ত প্ৰহৰী দল।"**

***(সীমান্ত প্ৰহৰী : জাগৃতি)***

বীৰ লাচিতৰ বাহুবলৰ কথা স্মৰণ কৰি কবিয়ে অসমীয়া ডেকাক লাচিতৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ ৰণুৱা, বনুৱা, অশ্বাৰোহী সেনা, বাঢ়ৈ, কমাৰ আদি বৃত্তি লৈ দেশৰ মান ৰাখিবলৈ আহ্বান জনাইছে—

**"লাচিত যুগৰ শিকনিৰে শিকা**
**আমি বিজয়ী ৰণুৱা দল**

**ৰ ণচালি ধৰি শতৰু বিনাশী**
**ৰাখিছোঁ দেশৰ মান।"**

***(লাচিত যুগৰ শিকনিৰে শিকা : জাগৃতি)***

অসম জীয়ৰী নলিনী বালাই অসমৰ অতিকৈ চেনেহৰ উৎসৱ বিহুৰ বৰ্ণনা দি অসমৰ জনগণক বিহুৰ দিনা শুচি হৈ অসমক আই বুলি মাতিবলৈ অনুৰোধ জনাইছে—

**"শুৱনী অসমী আইৰ মনোমোহা ৰূপ তুমি**
**মৰমে ৰাঙলী এই বিহুতে দেখিবা**
**শুচি কৰি দেহ মন অসম মাতৃক মোৰ**
**মৌ সনা আই মাতে এবাৰ মাতিবা।"**

***(বছৰৰ বিহুটিত আই বুলি মৌ মাতে এবাৰ মাতিবা : অলকানন্দা)***

'এইখনি শংকৰৰ দেশ' (অলকানন্দা) কবিতাত শংকৰ দেৱে যে ভোট, গাৰো যৱন চণ্ডাল সকলোকে ভাগৱতী ধৰ্মৰ জ্ঞান দি এক অসমীয়া জাতি গঢ়ি তুলিছিল সেই কথা বৰ্ণনা কৰিছে—

**"বৈ গল ভাগিৰথী ধাৰ মনোৰম অসমত**
**ভোট গাৰো যৱন চণ্ডাল**
**শংকৰে অসমত নৱযুগ ভূস্বৰ্গ কৰিলে স্থাপন**
**এয়ে দেশ শংকৰৰ পৃথিৱীত নহয় তুলনা**
**জগতৰ শ্ৰেষ্ঠ তীৰ্থ শুৱনী অসম।"**

মুঠতে কবি নলিনী বালাই পার্থিৱ জগতৰ ভোগ-তৃষ্ণা অতিক্রম কৰি এক অপাৰ্থিৱ জ্যোতিৰ সন্ধান কৰিলেও স্বদেশৰ প্ৰতি যি দুৰ্বাৰ আকৰ্ষণ তাক অতিক্ৰম কৰিব পৰা নাই। তেখেতৰ কবিতাত ভগৱৎ-প্ৰেম আৰু স্বদেশ প্ৰেম একাকাৰ হৈ পৰিছে। এই কবিতা বোৰৰ মাজত স্বদেশৰ প্ৰতি যি গভীৰ ভালপোৱা আৰু স্বদেশৰ মান আৰু আদৰ্শ ৰক্ষাৰ যি দায়িত্ব বোধ প্ৰকাশ পাইছে সি সঁচাকৈয়ে অতুলনীয়। ভাৰতীয় ঐতিহ্য আৰু মনীষাৰ প্ৰতি গভীৰ শ্ৰদ্ধা তেখেতৰ স্বদেশ প্ৰেমৰ মূল ভেঁটি। হয়তো কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ দৰেই তেখেতেও এই কবিতা সমূহৰ মাজেদি ব্যক্ত কৰিব খুজিছে—

> **"সাৰ্থক জনম আমাৰ জন্মেছি এই দেশে**
> **সাৰ্থক জনম মা' গো তোমায় ভালবেসে।"**

*(গীতবিতান)*



# নলিনী বালাৰ 'পৰশমণি' আৰু 'অন্তিমসুৰ'

## সবিতা কোঞৰ

অসমীয়া সাহিত্য বিশেষকৈ কাব্য সাহিত্যক স্ব-সৃষ্টি, এক অম্লান প্ৰতিভাৰে মহিমামণ্ডিত ও অত্যুজ্জ্বল কৰি যি কেইগৰাকী বৰেণ্য পুৰন্দৰে নিজাপীঁকৈ নিজৰ সিংহ আসনখন দখল কৰিবলৈ সক্ষম হৈছে; সেইসকলৰ ভিতৰত কাব্যযোগী নলিনী বালা দেৱীও অন্যতম।

কবিৰ কাব্য সুঁতি বহুধা বিভক্ত হলেও অসমীয়া কবিসকলৰ ভিতৰত, কাৰোবাৰ হাতত যদি আটাইতকৈ গভীৰ কৰুণ আত্মসম্পৰ্ণৰ ভাৱ ফুটি উঠিছে, ৰহস্যবাদ দাৰ্শনিক চিন্তাৰে পৰিপুষ্ট হৈ এক অনন্য ৰূপ পৰিগ্ৰহণ কৰিছে—সেইয়া অসম সাহিত্য সভাৰ প্ৰথম গৰাকী মহিলা সভানেত্ৰী, অসমত মইনা পাৰিজাতৰ সংগঠক, 'অলকানন্দা' গীতিকা আৰু কবিতা সংকলনটোৰ বাবে সাহিত্য অকাডেমী বঁটা লাভ কৰোঁতা; ভাৰত চৰকাৰৰ দ্বাৰা অসমীয়া কবিসকলৰ ভিতৰত প্ৰথম 'পদ্মশ্ৰী' সম্মানেৰে ভূষিতা আৰু নলবাৰী সংস্কৃত সঞ্জীৱনী সভাৰ দ্বাৰা 'কাব্যভাৰতী' উপাধি লাভ কৰোঁতা নলিনী বালা দেৱীৰ হাতত।

ৰহস্যবাদ, অতীন্দ্ৰীয়বাদ অথবা আধ্যাত্মিকতাবাদ কাব্য ৰচনাৰ ঘাই সুঁতি হলেও আৰু এই ক্ষেত্ৰত অসমীয়া কবিতা জগতত এক অদ্বিতীয় স্থান লাভ কৰিলেও সাহিত্যৰ ৰমন্যাসবাদ বা নৱন্যাসবাদ (Romanticism) ধাৰাৰ এক অন্যতম বৈশিষ্ট্য স্বদেশ প্ৰেমৰ সুৰটোও এই কবিয়িত্ৰী গৰাকীৰ কবিতাত বিৰাজমান; যিটোৱে আত্মসম্পৰ্ণৰ আধ্যাত্মিক জগতখনৰ পৰা কবিক লৈ আনি আপোন দেশ, আপোন মাটিৰ গোন্ধেৰে সুবাসিত কৰি তুলিছে আৰু এই সুবাসেৰে এই ৰাশি কবিতাক অনিন্দ্যসুন্দৰ কৰি তুলিছে। লগতে এক স্বক্ৰীয়তাৰ ঘোষণা কৰিছে।

কোনো আনুষ্ঠানিক শিক্ষা গ্ৰহণ নকৰা এই গৰাকী কবিয়ে ১৯০৮ চনত দহ বছৰ বয়সতে 'পিতা' নামৰ যিটো প্ৰথম কবিতা লিখিছিল আৰু যিটো কবিতা মাহেকীয়া 'আলোচনী' কাকতত প্ৰকাশ পাইছিল উক্ত কবিতাটোও আছিল ভগৱৎমুখী। সেই

শৈশৱতে কবি প্রতিভাৰ স্ফূৰণ ঘটা নলিনীবালা দেৱীয়ে বিশেষভাৱে কবিতাৰ অতীন্দ্ৰীয়বাদ ধাৰাটোত কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ কাব্য প্ৰেৰণাৰে উদ্বুদ্ধ হৈ অসমীয়া কবিতাৰ ভঁৰালটো চপচপীয়া কৰি দি থৈ গ'ল। এলানি প্ৰকাশিত কবিতা সংকলনৰে। 'সন্ধিয়াৰ সুৰ' (১৯২৮), 'সপোনৰ সুৰ' (১৯৪৮), 'পৰশমণি' (১৯৫৫), 'যুগদেৱতা' (১৯৫৮), 'অলকানন্দা' (১৯৬৪), 'জাগৃতি' (১৯৬২), আৰু অন্তিমসুৰ'ৰে (১৯৭৭)।

মূলগতভাৱে দাৰ্শনিক তত্ত্ব আৰু ৰহস্যবাদৰ মাজত পাৰ্থক্য পৰিলক্ষিত হ'লেও সাহিত্যত অতীন্দ্ৰীয়বাদ, আধ্যাত্মিকতাবাদ অথবা ৰহস্যবাদ দাৰ্শনিক চিন্তাধাৰাৰে প্ৰতিফলন বুলি কব পাৰি। সেয়েহে ভাৰতীয় ৰহস্যবাদী কবিসকলৰ মাজত দাৰ্শনিক ভাৱধাৰাৰ প্ৰকাশ পৰিলক্ষিত হয়। ইয়াৰ ব্যতিক্ৰম ঘটা নাই ভাৰতীয় বেদ-উপনিষদৰ নৈষ্ঠিক তাপসী নলিনী বালা দেৱীৰ কবিতাতো। অকাল বৈধব্য যন্ত্ৰণা, অগাপিছাকৈ দুজনকৈ পুত্ৰ হেৰুৱা যন্ত্ৰণা—এই ব্যক্তিগত দুখ-যন্ত্ৰণা অতীন্দ্ৰীয়বাদ আৰু দাৰ্শনিক চিন্তাধাৰাৰ সংমিশ্ৰনত আটাইতকৈ মনোৰম অভিব্যক্তি ৰূপে প্ৰকাশিত হৈ যিদৰে কবিৰ কবিতা ব্যক্তিকেন্দ্ৰীকতা পৰিহাৰ কৰি নৈৰ্ব্যক্তিক ৰূপত এক বিশ্বজনীনলৈ ৰূপান্তৰ ঘটিল; সেইদৰে কবিৰ স্বদেশ প্ৰীতিও নিৰ্দ্দিষ্ট সীমাৰ মাজতে কেন্দ্ৰীভূত নহৈ এক বিশাল পৰিধি ব্যাপ্ত হৈছিল বুলিব পাৰি।

আধ্যাত্মিকপ্ৰীতিমুখীতা আৰু স্বদেশপ্ৰীতিমুখীতা—এই সানমিহলিয়ে কবি নলিনী বালা দেৱীৰ কবিতাৰ এক বিশেষ ৰূপ প্ৰকাশ কৰিছে। তাৰেই সফল অভিব্যক্তি হ'ল 'পৰশমণি' আৰু 'অন্তিম সুৰ' কবিতা পুথি দুখন। বিশ্বৰ ৰহস্যময় প্ৰহেলিকাৰ সমাহাৰ মানুহৰ জীৱন, জীৱন প্ৰবাহ ভেদ কৰি অশান্ত মানুহৰ আত্মাই অনন্ত যাত্ৰাপথেদি শান্তি পথৰ সন্ধানী—এই সত্য অন্বেষাৰ পূৰ্ণতম প্ৰকাশ কবিৰ 'পৰশমণি।' এই সংকলনটোত অধিক গভীৰ আৰু সংযত আধ্যাত্মিক চিন্তাৰ প্ৰতিফলন ঘটিছে। সেয়েহে 'পৰশমণি'ৰ লেখিকাই মনোভাৱ ব্যক্ত কৰিছে—'সত্য উপলব্ধি বা অনুভূতিৰ বস্তু। জীৱনৰ এনে মধু মুহূৰ্তত লাভ কৰা এটি পৰম সত্যৰ সন্ধান মোৰ "পৰশমণি।" যি পৰশমণিৰ পৰশত জীৱনে উপলব্ধি কৰিলে, "মানুহে তপস্যা নিবিচাৰে, তপস্যাইহে মানুহ বিচাৰি ফুৰে।" মানুহৰ অনন্ত প্ৰতিভাময় আত্মাক অৱলম্ব নকৰিলে তপস্যাৰ প্ৰকাশৰ পথ নাই।'

এইটো সংকলনৰ ঘাই সুঁতিটো হ'ল অতীন্দ্ৰীয়বাদ। 'উছৰ্গা', 'পৰশমণি', 'পূজা',

'প্ৰতিদান', 'দেৱদাসী', 'নৱচেতনা', 'তপস্যা-শিখা', 'মৰুফুল', 'ৰূপান্তৰ', 'উপাচাৰ', 'ৰূপৰ পৰশ' আদি কবিতাই ইয়াৰেই স্বাক্ষৰ কঢ়িয়াইছে। 'পৰশমণি' কবিতাটোত তীৰ্থযাত্ৰীক সম্বোধি কবিয়ে নিজ অন্তৰলৈ দৃষ্টি ৰাখি—

**'জীৱন প্ৰদীপ শিখা**
**জ্বালি তোলা কৰি উৰ্দ্ধমুখী**
**প্ৰাণ কৰা হোমানল,—**
**ইন্দ্ৰধনুৰ সাত ৰঙে—**
**ৰূপে ৰসে প্ৰেমৰ ৰহণে।'**

দুচকুত পিন্ধোৱা কাজল' বুলি আহ্বান জনাইছে। এনে উপলব্ধিৰ জৰিয়তে কবি, শিল্পী, তপস্বী, সাধকক অৰূপ ৰূপৰ সন্ধান পোৱাৰ পথ নিৰ্দ্দেশনা দিছে যাৰ জৰিয়তে 'মধুময় শান্তিময় চিৰসুন্দৰৰ পৰশমণৰ মন্দাকিনী বব' বুলি কবিয়ে আত্মতৃপ্তি লাভ কৰি বিভোৰ হৈছে।

'ৰূপান্তৰ' কবিতাত পৰম সত্বাৰ চিৰ-চঞ্চল পদধ্বনিত 'কমল-চৰণ পৰাগ উৰে (মোৰ) মন সাগৰৰ পাৰে পাৰে' বুলি কবিয়ে আত্মপ্ৰকাশিছে। জীৱন যেতিয়া অবাঞ্চিত হয়, তেতিয়া কবি নলিনী দেৱীৰ ভাষাত—'মৃত্যু হয় বাঞ্চিত সুন্দৰ।' সেয়েহে মৃত্যুৰ ভয়াবহ মুহূৰ্তকো আদৰি, সমুজ্জ্বল অপৰূপ ৰূপত মৃত্যুক সজাই 'তপস্যা-শিখা' কবিতাত গাইছে—

**'ৰূপহীন বিনাশী মৃত্যুক—**
**সমুজ্জ্বল অপৰূপ দানি**
**মৰ্ম্মৰ মাজত শুনো**
**তোমাৰেই চৰণ ধ্বনি।'**

'পৰশমণি' পুথিখন আৰম্ভণিৰ পৰাই সত্য-সুন্দৰ সন্ধান আৰু আৰাধনামুখৰ। ছিন্ময় আৰু ছন্দময় সুৰ সুশোভিত সত্য সুন্দৰৰ পূজা আদিৰ পৰাই আৰম্ভ হৈছে যাৰ প্ৰকাশ ঘটিছে 'উছৰ্গা' নামৰ কবিতাত 'মই আৰাধনা পূজাৰিণী চিৰসুন্দৰৰ' পংক্তিত। কবিয়ে যি পৰশমণি লাভ কৰিছে তাৰ পৰশত কবিৰ আধ্যাত্মিক চিন্তা আৰু সাধনাই ক্ৰমে সাৰ্থকতা লাভ কৰিছে। কিয়নো সুন্দৰৰ প্ৰতি আত্মোৎসৰ্গ কৰি কবিয়ে অমৰ জীৱনৰ অমৃত পান কৰিছে 'দেৱদাসী' কবিতাত—

'অমৰ জীৱন মোৰ
সুন্দৰ সুমধুৰ
তোমাৰ অমৃত কৰি পান।'

'বাটকৰা' আৰু 'বিশ্ব খনিকৰ' কবিতা দুটা কবি নলিনী বালা দেৱীৰ দাৰ্শনিক চিন্তাধাৰাৰ সাৰ্থক প্ৰকাশেৰে সমৃদ্ধ। 'ওৰে বাট ভাৰ বান্ধি আনি দলিয়াই আশাৰ টুপলি শুদা হাতে যায় বাটকৰা' বুলি 'বাটকৰা' কবিতাত মানৱ জীৱন যে অসাৰ্থক - এই গূঢ় তত্বটো কবিয়ে ডাঙি ধৰিছে। 'বিশ্ব খনিকৰ' কবিতাত বিশ্বখনিকৰক বিভিন্ন ৰূপত কল্পনা কৰি 'শান্তিদূত' বুলি অভিহিত কৰিছে—

'তুমি বিশ্ব-শান্তিদূত
সত্য প্ৰতিনিধি !
কত মৰু হিমগিৰি
অলঙ্ঘ্য প্ৰান্তৰ বসুধাৰ·
যুগে-যুগে সত্য-অন্বেষণ সাধনাৰ।'

'পৰশমণি' পুথিৰ আনটো সুঁতি হ'ল নলিনী বালা দেৱীৰ দেশৰ প্ৰতি থকা প্ৰগাঢ় অনুৰাগ আৰু ঐকান্তিক হেঁপাহ। তাৰেই প্ৰকৃষ্ট নিদৰ্শন হ'ল পুথিখনৰ অন্তৰ্গত 'নাৰী', 'স্বাধীনতা', 'নৱোদয়', 'ভাৰত ৰত্ন-জওহৰ' আদি কবিতা। দেশপ্ৰেমক কবিয়ে নিজৰ মাজতে আবদ্ধ নাৰাখি সমতা-সংহতিৰ মাজেৰে এক বিশ্বৱীক্ষাত পৰিণত কৰাৰ হেঁপাহ কৰিছিল। সেয়েহে 'নাৰী' কবিতাত নাৰীক শান্তিৰ প্ৰতীক, মমতাময়ী আৰু কষ্টসহিষ্ণুৰ প্ৰতীক হিচাপে গণ্য কৰি নাৰীক বিভিন্ন আসনত বহুৱাই মহিয়সী ৰূপত চিত্ৰিত কৰাটোত কবিৰ স্বদেশ প্ৰেমেই প্ৰতীয়মান হৈছে। যিহেতু নাৰীৰ সৰ্বশক্তি প্ৰয়োগেৰে নাৰীক জাগ্ৰত হ'বলৈ আহ্বান জনাই কবিয়ে বিচাৰিছে—

'জৰ্জৰিতা ভাৰতক
আকৌ শোধন কৰা
আগৰ শ্বাশত মন্ত্ৰ
তপস্যা তেজেৰে।'

'স্বাধীনতা' কবিতাটোত কবিয়ে পৰাধীন ভাৰতবৰ্ষক 'অভিশপ্তা অহল্যা' ৰূপে কল্পনা কৰিছে। সেয়েহে ঘোৰ নিদ্ৰাত মগ্ন অভিশপ্ত ভাৰতবৰ্ষক দেশে স্বাধীন পোৱাৰ পাছত 'শাপমুক্ত' বুলি অভিহিত কৰি চিৰ তপস্বিনী বেশ ত্যাগি টোপনিৰ পৰা উঠিবলৈ

সকিয়াই দিয়াৰ লগতে স্বাধীনতাৰ মুকুতিৰ গৌৰৱৰ বিজয়ৰ আনন্দত কবিৰ কলম ভাস্বৰ হৈ উঠিছে আৰু সগৌৰৱেৰে ঘোষণা কৰিছে—

'বন্দিনী ভাৰতে পালে
বিশ্বৰ বন্দনা সতে
স্বাধীনতা!
মুকুতিৰ গৌৰৱ বিজয়।'

জননীৰ মুক্তি সংকল্পৰ বাণী লৈ বহুজনে ত্যাগী বেশত বিভিন্ন ত্যাগ কৰি ইতিহাস সোনালী কৰি থৈ গৈছে। ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰুকো এই ত্যাগী, সব্যসাচী, দেশৰ তৰুণ সেনাপতি ৰূপত অঙ্কণ কৰি কবিয়ে 'স্খলিত দলিত কৰি পৰাধীনতাৰ অৱসাদ দেখুৱালা নৱ পথ, নৱ পথ বিজয় যাত্ৰাৰ।' বুলি বৰেণ্য নেতাজনৰ কবিয়ে প্ৰশস্তি গাইছে 'ভাৰত বত্ন-জওহৰ' কবিতাত।

'পৰশমণি'ৰ আন কেইটামান কবিতা কিছু পৰিমাণে বিক্ষিপ্ত, দৃষ্টান্তমূলক আৰু প্ৰকৃতিবিষয়ক বুলি কব পাৰি। 'ছন্দজন্ম', 'চিত্ৰলেখা', 'ধৰাৰ পাৰিজাত', 'ধৰাৰ দেৱতা', 'সপ্তৰ্ষি' আদি কবিতাত সত্য-সুন্দৰৰ সাধক সকলৰ দৃষ্টান্ত আৰু 'ভোগালী বিহু', 'বগালী বিহু' আদি কবিতাত চিৰন্তন প্ৰকৃতিৰ বিনন্দীয়া ৰূপ প্ৰকাশ পাইছে।

কবি নলিনী বালা দেৱীৰ জীৱনৰ বিয়লি বেলা, জীৱনৰ অন্তিম ৰচনাৰ কবিতাৰ থুপ 'অন্তিম সুৰ'। 'কবিয়ে শেষ জীৱনত ৰচনা কৰা কবিতাৰ সংকলন 'মন্দাকিনী'। মন্দাকিনী তিনিটা ভাগত বিভক্ত — অন্তিম সুৰ, বিবিধ সুৰ আৰু কাহিনী ভাগ। ইয়াৰ 'অন্তিম সুৰ' কবিতা ভাগ মৃত্যুৰ কেইদিনমান আগতে মৃণীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাই প্ৰকাশ কৰি উলিয়াইছিল।'— নন্দ তালুকদাৰ।

'অন্তিম সুৰ'ত কবিয়ে 'শেষ জীৱনৰ বিদায়ৰ জাননীয়ে সুৰ তুলিছে' বুলি নিজেই মত প্ৰকাশ কৰি থৈ গৈছে। জীৱনৰ চিৰাচৰিত বাৰ্দ্ধক্য, নানান অসুখে কবিৰ জীৱন নাটৰ মেলানি মগাৰে ইঙ্গিত বহন কৰিছিল। 'মৰণ শ্যাম সমান প্ৰতীতি' কবিগুৰুৰ এই জীৱনাদৰ্শনেৰে উদ্বুদ্ধ ৰহস্যবাদী কবি নলিনী বালা দেৱীয়েও অসুন্দৰ মৃত্যুক সুন্দৰ ৰূপত আহ্বানি জীৱনৰ অন্তিম দিনটোলৈ অপেক্ষা কৰিছিল। সেয়েহে 'অন্তিম সুৰ' নামৰ সৰু পুথিখনত দাৰ্শনিক মনোভাব পৰিস্ফুট, পৰমাত্মাৰ লগত জীৱাত্মা একাত্মভাৱে বিলীন হৈ চৰম সৌন্দৰ্য্য লাভৰ আ'কাঙ্ক্ষা, অবিনাশী আত্মাৰ সনাতন, চিৰন্তন প্ৰকৃতি, জন্মান্তৰবাদত বিশ্বাস, জাগতিক সৌন্দৰ্য্যৰ বৈপ্যৰীতত অসীম অৰূপৰ

প্ৰতি উন্মনা ভাৱ—এই আত্মসমৰ্পণমুখী অতীন্দ্ৰীয় ভাৱটোৱেই মূলতঃ প্ৰকাশ পাইছে। এই ভাৱধাৰাই সসীম জগত পাৰ হৈ এক অসীমৰ সম্ভেদ দিয়ে, য'ৰ প্ৰতিটো অণু-পৰমাণু এক অলৌকিক আনন্দ আৰু অপাৰ্থিব সৌন্দৰ্য্যৰে সমুজ্জ্বল। 'অন্তিমসুৰ' সংকলণটোৰ 'অন্তিম সুৰ', 'কবি-স্বপ্ন', 'সত্যম শিৱম্ সুন্দৰম্', 'সময় নাই' ইত্যাদি কবিতাই ইয়াৰেই স্বাক্ষৰ কঢ়িয়াইছে।

'অন্তিম সুৰ' কবিতাটোৰ মাজেদি সত্য-শিৱ-সুন্দৰৰ প্ৰতি কবিৰ আত্মনিবেদনৰ একাগ্ৰতা প্ৰকাশিত হোৱাৰ লগতে এক আবেগিক অস্থিৰতা পৰিলক্ষিত হৈছে। তথাপি কবিৰ অন্তৰত অসীমৰ সন্ধান, আকুলতাই বিৰাজ কৰিছে।

'স্তিমিত আমাত
তোমাৰ প্ৰেমৰ স্পৰ্শে
প্ৰতিভাত পৰম জ্ঞানৰ
বিশ্ব বিয়াকুল তথু
এটি পৰমাণু মাগি
পৰ্শমণি মহাজীৱনৰ।'

আধ্যাত্মিকতাবাদী বা ৰহস্যবাদীসকলে চিতাগ্নিতহে মহাজীৱনৰ সাৰ্থকতা অনুভৱ কৰে; পৰম প্ৰাপ্তিৰ তৃপ্তি লাভ কৰে; এক অভিনৱ মহানন্দত বিভোৰ হৈ পৰে। সেয়েহে 'কবি স্বপ্ন' কবিতাটোত সেই পৰম প্ৰাপ্তিত 'মন্দাকিনীৰ জোৱাৰ বাগৰিল' বুলি কবিয়ে আত্মতৃপ্তি লাভ কৰিছে। লগতে ৰহস্যবাদী অৱস্থাত সময়ৰ স্থান নাই বুলি কোৱা হয় যদিও কবিৰ জীৱনৰ অন্তিম অৱস্থাত শেষ যাত্ৰাৰ খৰতকীয়া প্ৰস্তুতিৰ ওপৰত কবিয়ে গুৰুত্ব দিছে 'সময় নাই' কবিতাত—

'শুণাৰ পাৰে পাৰে
টোকাৰি বজাই যাবি গীত গাই
সুৰে দেখুৱাব চিনাকি পূৰ
এন্ধাৰ নামিল, ওলা বাটকৰা
আৰু যে সময় নাই।'

ভগবানৰ সুনীল ৰূপ ধ্যান কৰি সেই অনন্ত সুনীলৰ মাজত নিজ ক্ষুদ্ৰ নীল সত্তা লীন হৈ যোৱাটো ৰহস্যবাদীসকলৰ এক পৰম ব্যগ্ৰতা। গীতাত এই মৰ্ম্মে কোৱা আছে—'হে কুন্তীপুত্ৰ, যিজনে জীৱনৰ অন্তিম মুহূৰ্ত্ততো যোকেই স্মৰণ কৰি দেহ ত্যাগ কৰে,

তেওঁ মোৰ ভাৱকেই প্ৰাপ্ত হয়, তাত সন্দেহ নাই।' নলিনী বালা দেৱীৰ কবিতাত এই মিলনৰ যাত্ৰা পথ, ভগৱানৰ সুনীল ৰূপৰ ভাৱমূৰ্ত্তিৰ সানমিহলি ঘটিছে আৰু পৰমজন, কৃষ্ণৰ সুনীল ৰূপ ধ্যান কৰি সকলোতেই এই সুনীল ৰূপৰ আকৰ দেখা পাইছে—

**'নীলাত আচ্ছন্ন দৃষ্টি ৰূপ অভিনৱ**
**নীল বিন্দু বুৰ যায় নীলাৰ মাজত।'**

কবিৰ মৃত্যুৰ ছবিখন আৰু মৃত্যুৰ পিছত তেওঁৰ গতিপথৰ ইঙ্গিত বহন কৰিছে 'অন্তিমসুৰ' কবিতা সংগ্ৰহটোৱে। তাৰেই প্ৰকাশ ঘটিছে 'নীলাৰ স্বপ্ন' নামৰ কবিতাটোত, য'ত কবিয়ে মৃত্যু সম্বন্ধে এখন সুন্দৰ ছবি আঁকিছেঃ 'আৰোহী' নাৱত উঠি নীলাৰ অভিনৱ ৰূপ চাই চাই 'বিন্দু' ৰূপে নীল সিন্ধুত বিলীন হৈ গৈ আত্মপ্ৰকাশিছে, নীলাত আচ্ছন্ন দৃষ্টিৰূপ অভিনৱ, নীল বিন্দু বুৰ যায নীলাৰ মাজত'। সেইদৰে 'নিষ্প্ৰয়োজন' কবিতাত বিশ্বব্ৰহ্মাণ্ড জুৰি যি মহাধ্বনি ৰৈ ৰৈ বাজি আছে সেই সুৰক আহ্বানি, সেই সুৰৰ প্ৰভাৱত কবিয়ে 'মানুহ সজাৰ বাকলি খহি' পৰি 'মানুহৰ সঁচা দিব্য ৰূপ উজ্জ্বলি উঠিব বুলি আশা কৰিছে। জীৱনত অন্তিম সুৰৰ ৰাগিনী বাজিলেও কবিৰ নিজৰ দেশৰ প্ৰতি থকা মোহ ম্লান পৰা নাই। বিশ্ব সুন্দৰ যিদৰে অনন্তৰ প্ৰতীক, শ্যাম আৰু নীলাও সেইদৰে অনন্তৰ প্ৰতীক। সেয়েহে কবিৰ ধাৰণা মৃত্যুৰ পিছত তেওঁ—

**'জনমভূমিত মোৰ ন ৰূপ পৰশ বুলাই**
**সোনোৱালী জোনাক বাকিম**
**সুৰ বাকি নীলিমা মাজত ন ৰূপ ন প্ৰতিভাৰ**
**সুৰে সুৰে সপোন আঁকিম।'**

এই গৰাকী প্ৰতিভাময়ী কবি নলিনী বালা দেৱীৰ 'পৰশমণি' আৰু 'অন্তিম সুৰ'ৰ কবিতাসমূহত সুস্পষ্টভাৱে প্ৰকাশিত হৈছে—সংঘাটে আবৰা কবিৰ জীৱনে ভাৰতীয় দৰ্শনৰ মাজত শান্তি পথ বিচাৰি পোৱা এক পৰম প্ৰাপ্তি; 'অসীম তত্ত্ব'ৰ এক মোহনীয় তথা মহিমাময়ী ৰূপ আৰু তাৰ লগত বিলীন হৈ যোৱাৰ চৰম একাগ্ৰতা, ঐকান্তিকতা আৰু আপোন দেশৰ, আপোন মাটিৰ চিনাকী সুবাস। যথাৰ্থতে কবিতাৰ এই বহুধা ধাৰা এক হৈ নিভাঁজ ৰূপত পৰিস্ফুট হোৱাত সাৰ্থকতা লাভ কৰিছে। লগতে সৃষ্টি আৰু স্ৰষ্টাও অভিন্ন ৰূপত থাকি এখন সুকীয়া অসামান্য তথা সন্মানিত আসনত উপবিষ্ট হ'ব পাৰিছে।

# নলিনীবালাৰ 'যুগদেৱতা'

ললিত বৰুৱা

কবি নলিনী বালা দেৱীৰ ইতিমধ্যে 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি' 'যুগদেৱতা' আদি কেইবাখনো কাব্য পুথি প্ৰকাশিত হৈছে আৰু এইবোৰৰ ওপৰত বিস্তৃত আলোচনাও হৈছে। এইগৰাকী কবি তেওঁৰ অতীন্দ্ৰীয়বাদ আৰু স্বদেশানুৰাগৰ বাবে অসমীয়া পঢ়ুৱৈ সমাজৰ সুপৰিচিতা। তেওঁৰ অন্যতম কাব্য-গ্ৰন্থ 'যুগদেৱতা' মুঠ ৪৪ টা কবিতাৰ সমষ্টি। এই কবিতাসমূহৰ উৎস সম্পৰ্কে কবিয়ে 'ক'বলগীয়া দুআষাৰ'ত এইদৰে কৈছে— "মহাভাৰত ৰচনাকাৰী পুৰুষোত্তম ভগৱান শ্ৰীকৃষ্ণ, ভাৰতীয় সংস্কৃতিৰ জন্মদাতা মহামুনি কবি ব্যাসদেৱ, যুগদেৱতা অহিংস ধৰ্মৰ মন্ত্ৰস্ৰষ্টা ভগৱান বুদ্ধদেৱ, কুৰি শতিকাৰ যুগ-নিৰ্মাতা, নৱ ভাৰতৰ প্ৰতিষ্ঠাতা, জাতিৰ জনক বাপুজী আৰু পূৰ্বভাৰত অসমৰ ধৰ্ম-সংস্কৃতিৰ গুৰু শংকৰদেৱ, এইসকল মহাজীৱনৰ মহিমা স্মৰণতেই 'যুগদেৱতা'ৰ জন্ম। শেষত, যি সকল মহাপ্ৰাণে মুক্তিদেৱতা বাপুজীৰ অহিংস মন্ত্ৰত দীক্ষিত হৈ জীৱনৰ ঐহিক সুখ ত্যাগ কৰি পৰাধীন দেশৰ বন্ধনৰ নাগপাশ মুক্তিৰ অৰ্থে নিজৰ জীৱন উচৰ্গা কৰিছিল আৰু আত্মদানৰ প্ৰতিভাৱে অচেতন দেশত নৱ-চেতনাৰ সঞ্চাৰ কৰিবলৈ সমৰ্থ হৈছিল, সেই জাতীয় জাগৰণৰ দেশৰ পূজাৰীসকলৰ সোঁৱৰণ 'যুগদেৱতা'ৰ জাতীয় জাগৰণৰ অধ্যায়ত সন্নিবেশ কৰা হ'ল।

মানৱ সভ্যতাৰ বুৰঞ্জীত ভাৰতবৰ্ষৰ এখন বিশিষ্ট স্থান আছে। যুগে যুগে ইয়াত অনেক ঋষি-মুনিয়ে জন্ম গ্ৰহণ কৰি আহিছে। এই ঋষি-মুনিসকল ভাৰতবৰ্ষৰ জ্ঞান-জ্যোতিৰ আধাৰ। কবিয়ে এইসকল জ্ঞানৰ পুত্ৰক জন্ম দিয়াৰ বাবে ভাৰতমাতৃক পুথি খনৰ আৰম্ভণিতে 'ভাৰতবৰ্ষ' শীৰ্ষক কবিতাটোত এইদৰে বন্দনা কৰিছে :

> "হে মাতৃ ভাৰতবৰ্ষ ! ঋষি সাধনাৰ
> মনীষাৰ তীৰ্থভূমি তুমি

**কুমাৰী উষাই দিলে জ্ঞান দীপ জ্বালি**
**মানৱৰ চিত্ত সিন্ধু উঠিল উজ্বলি**
**প্ৰথম অৰুণ আভা**
**জয় টীকা জ্বলে কপালত**
**সৱিতাৰ দীপ্ত জ্যোতি লাগি।"**

কবি নলিনী বালা দেৱী বেদ-উপনিষদৰ পূজাৰিণী। গীতাৰ বাণী তেওঁৰ জীৱনৰ মহামন্ত্ৰ। পৃথিৱীত ধৰ্মৰ গ্লানি, অধৰ্মৰ প্ৰাদুৰ্ভাৱ আদি হ'লে ভগৱানে অৱতাৰী ৰূপ ধাৰণ কৰি ইয়াৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰে ঃ

**"যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।**
**অভ্যুৎথানম্ অধৰ্মস্য তদাত্মানং সৃজাম্যহম্ ॥৭**
**পৰিত্ৰাণায় সাধুনাং বিনাশায়চ দুষ্কৃতাম্।**
**ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥৮**

আমাৰ 'যুগদেৱতা'ৰ কবিয়ে এই শ্লোকৰ আধাৰত সহজ সৰল ভাষাৰে মানৱ সমাজক আকৌ এবাৰ সোঁৱৰাই দিছে ঃ

**অধৰ্মৰ অভ্যুৎথান ধৰ্মৰ গ্লানিত**
**নামি আহে যুগে যুগে যুগৰ দেৱতা,**
**তোমাৰ কণ্ঠত জাগে মৃত্যুহীন গান**
**নৱ ধৰ্মে জগতক দিয়া শিক্ষা দান।"**

***(ভাৰতবৰ্ষ)***

কবিয়ে এই উক্তিৰ উদাহৰণ কবিতা পুথিখনত দাঙি ধৰিছে। পুৰুষোত্তম শ্ৰীকৃষ্ণৰ মহান ৰূপ কবিৰ মানসপটত সমুজ্বল হৈ উঠিছে। অধৰ্মৰ গ্লানিক মষিমূৰ কৰি সত্যক সঞ্জীৱিত কৰি ৰখা এইগৰাকী যুগাৱতাৰক কবিয়ে বন্দনা কৰিছে ঃ

**"মানসৰ দেৱালয় জুৰি**
**মৰ্মৰ মাজত জ্বলে**
**মনোময় মনোহৰ পুৰী**
**অনাহত অমৃত উঁৰাল**
**তোমাৰ প্ৰেমৰ তাত ফুলে পাৰিজাত**
**তোমাৰ অমিয়া কৰুণাৰ শান্তি জলাধাৰ**

সিঁচি আছা নিৰ্মালি শিৰত
নন্দনৰ পাৰিজাত মণি-মুকুতাৰ।”

*(পুৰুষোত্তম শ্ৰীকৃষ্ণৰ ৰূপ)*

কবিৰ দৃষ্টিত পুৰুষোত্তম শ্ৰীকৃষ্ণ মানৱ জাতিৰ কল্যাণকামী আনন্দদায়ক এক বিৰাট শক্তি। ইংৰাজ কবি কীট্‌চে (Keats) "Beauty is truth, truth beauty" বুলি কোৱাৰ দৰে আমাৰ কবিয়েও আনন্দ মানে শ্ৰীকৃষ্ণ আৰু শ্ৰীকৃষ্ণ মানে আনন্দক বুজাইছে। এই বিষয়ে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱে 'নামঘোষা'ৰ 'নামাৰ্থ'য় খণ্ডত পৰিষ্কাৰকৈ বিশ্লেষণ কৰিছে ঃ

“কৃষ্ হেন শব্দ ইটো পৃথিবী বাচক ভৈলা
ণ আনন্দত প্ৰৱৰ্তয়।
দুইৰ এক পদ ভৈল পৰম ব্ৰহ্ম ৰূপ কৃষ্ণ
নাম আনন্দক মাত্ৰ কয়॥”

'যুগদেৱতা'ৰ কবিক 'নামঘোষা'ৰ এই ভাবধাৰাৰে উদ্বুদ্ধ হোৱা যেন লাগে। “হে কৃষ্ণ হে শ্যামল সুন্দৰ” আদি আবেগময়ী উক্তিবোৰ নিশ্চয় ইয়াৰে জ্বলন্ত দৃষ্টান্ত।

বেদব্যাস, বাল্মীকি আদি ঋষিসকলৰ মহান অৱদান লাভ কৰি ভাৰতীয় জাতিৰ সভ্যতাই বিকাশ লাভ কৰিছে। এইসকল ঋষিৰদ্বাৰা ৰচিত 'মহাভাৰত', 'ৰামায়ণ'ক যুগৰ বা-মাৰলিয়ে বিন্দু মাত্ৰও ক্ষতি সাধন কৰিব পৰা নাই। এইবিলাক ভাৰতীয় সভ্যতাৰ একো একোটা অক্ষয় সৌধ। আমাৰ কবিয়ে 'মহাভাৰত' প্ৰণেতা বেদব্যাসৰ সৃষ্টিত অভিভূত হৈ গাইছে ঃ

“জ্ঞানৰূপে সুৰঞ্জিত ভাৰত আকাশ
উদ্ভাসিত তপোশিখা
ধ্যান জ্ঞান কল্পনাৰ
মহাসাধনাত
তমসা আবৃত যুগ কৰি সমুজ্জ্বল
উদিল গৌৰৱ সূৰ্য মুনি বেদব্যাস।”

*(মহামুনি বেদব্যাস)*

কবিয়ে এইগৰাকী যুগ সংস্কৃতিৰ সংস্থাপক আদিম জনকৰ প্ৰতি প্ৰণিপাত জনাইছে ঃ

**"শ্ৰদ্ধাময় বিস্ময় প্ৰাণেৰে বিশ্বই বন্দনা কৰে**
**প্ৰতিভা তোমাৰ,**
**লোৱাঁ ক্ষুদ্ৰ হৃদয়ৰ ভক্তি অৱনত মোৰ**
**কোটি কোটি বাৰ নমস্কাৰ।"**

কবিৰ দৃষ্টি মহাকবি কালিদাৰ ওপৰতো পৰিছে। 'মেঘদূত', 'ৰঘুবংশ', 'কুমাৰ সম্ভৱ', 'অভিজ্ঞান শকুন্তলম্' আদিৰ ৰচয়িতা মহাকবি কালিদাস ভাৰতীয় তথা বিশ্বসাহিত্যৰ এটি উজ্জ্বল তাৰকা। আমাৰ কবিয়ে এইগৰাকী মহাকবিৰ গুণানুকীৰ্তন কৰিছে ঃ

**"ৰাজন্য সম্ভ্ৰমে তুমি**
**ৰাজসভা কৰি আলোকিত**
**নৱৰত্ন উজ্জয়িনী কবি**
**দশোদিশে বিয়পিল যশৰ সুৰভি।"**

***(কবি কালিদাস)***

অহিংসা বাণীৰ মহাবাহক বুদ্ধদেৱক কবিয়ে মানৱ জাতিৰ কল্যাণ সাধিবলৈ উদাত্ত আহ্বান জনাইছে। কবিৰ বিশ্বাস যে বৰ্তমানৰ হিংসাত উন্মত্ত পৃথিৱীক কেৱল বুদ্ধদেৱৰ মন্ত্ৰইহে প্ৰকৃত পথ নিৰ্দেশ কৰিবলৈ সক্ষম হ'ব। 'যুগদেৱতা বুদ্ধদেৱ' নামৰ কবিতাত কবিয়ে কৈছে ঃ

**"মক মৰতত তযুকল্যাণ বাণী**
**মহাচেতনাৰ বিতৰে পৰশমণি**
**প্ৰেম সংগীতে স্পন্দিত কৰা প্ৰাণ**
**মহামানৱতা জাগ্ৰত কৰা**
**অমৃত অভিযান**
**দিয়া নতুন দীক্ষা দান।"**

'গায়ক তানসেন' পুথিখনৰ এটা কৰুণ ৰসাত্মক কবিতা "দিল্লী পতিৰ বিশাল ৰাজাত" বুঢ়া ঢোকাৰীবাদক আৰু তেওঁৰ পুত্ৰটি লঘোনে থাকিবলগীয়া হোৱাটো নিতান্তই দুৰ্ভাগ্যৰ কথা। মিঞা তানসেন "বাদ্‌শা জাদাৰ শ্ৰেষ্ঠ গায়ক।" এইগৰাকী "শ্ৰেষ্ঠ গায়কে ক্ষুধাতুৰ বুঢ়া আৰু পুত্ৰৰ অশেষ কষ্টৰ কথা উপলব্ধি কৰি "দুটি দুৰ্ভগীয়া ভিক্ষাৰীৰ হকে দাতাৰ কৰুণা মাগি ঢোকাৰী হাতত ললোঁ।" ইয়াকে দেখি "ৰাজ-

দৰবাৰৰ উচ্চ সংগীতৰ সন্মান হ'ল হানি" বুলি অধৈৰ্য হৈ পৰা বাদ্‌শাহেও শেষত এইগৰাকী মহান গায়কক নৰ-দেৱতা বুলি স্বীকাৰ কৰিবলৈ বাধ্য হ'ল :

**"নোহোৱা অকল সুৰৰ সাধক**
**গীতৰ দেৱতা গুণি**
**বাদ্‌শা আদাৰ বিশাল ৰাজ্যৰ**
**হে মহাপ্ৰাণ ! নৰৰ দেৱতা তুমি।"**

[ দুই ]

কবিৰ কাৰণে ভাৰত-মাতৃৰ নুমলীয়া জী অসমখনি "তীৰ্থৰ প্ৰভাস।" শ্ৰীশ্ৰীশংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ ক্ষণজন্মা মহাপুৰুষসকলে অসমৰ ধৰ্ম, সাহিত্য, আদি বিপুলভাৱে চৰ্চা কৰি অসমক এটা নতুন ৰূপত গঢ় দিলে। আমাৰ কবি এইসকল মহাপুৰুষৰ প্ৰশংসাত শতমুখ। তেওঁ 'শংকৰ প্ৰণতি' নামৰ কবিতাত শ্ৰীশ্ৰীশংকৰদেৱক মানৱীয় সংস্কৃতিৰ কৰ্ণধাৰ" বুলি বিভূষিত কৰি প্ৰশস্তি কৰিছে :

**"সাজি গ'লা অসমত সৌন্দৰ্যৰ খনি**
**লুইতৰ বগা বালি সোণেৰে চৰাই**
**ধুনীয়া অসম জুৰি সোণালী ৰঙেৰে**
**থাপিলা অমিয়া ৰূপ বিবিধ ৰঙেৰে**
**সাত ৰঙে তুলিকা বুলাই।"**

কবিৰ কাৰণে "পৃথিবী মাজত মোৰ অসমতে সৰগ লুকাই আছে।" ইয়াৰ গুৰিতে আছে মহাপুৰুষৰ প্ৰচাৰিত ভাগৱতী ধৰ্ম। গাৰোৰ গোবিন্দ আতৈ, নগাৰ নৰোত্তম আদিক তেৰাৰ ধৰ্মত শৰণ দি অসমৰ (খণ্ডিত হোৱাৰ পূৰ্বে) পৰ্বত-ভৈয়ামৰ বিভিন্ন জনগোষ্ঠিক ঐক্যবদ্ধ কৰিবলৈ কৰা মহান প্ৰচেষ্টাক কবিয়ে 'সৰগ ক'তনো আছে' কবিতাত শ্ৰদ্ধাৰে স্মৰণ কৰিছে :

**"শংকৰে দিয়া ভাগৱতী জ্ঞান**
**হিয়াত জিলিকি আছে**
**পৰ্বতে-ভৈয়ামে একেটি সুৰৰ**
**একেটি সংগীতকল্প কাননৰ**
**কোমল মনৰ মৰমী প্ৰাণৰ**

**অমিয়া নিজৰি পৰে**
**কল্পনা সপোনে জীৱন সুৱদি যাচে**
**পৃথিবী মাজত এইখনি দেশতে**
**সৰগ লুকাই আছে।"**

কবিয়ে শ্রীশ্রীমাধৱ মহাপুৰুষকো সুঁৱৰিছে। অসমীয়া জাতিলৈ তেওঁৰ বৰঙনি প্রচুৰ। এই সন্দৰ্ভত ড° মহেশ্বৰ নেওগৰ মন্তব্য প্রণিধানযোগ্য। "শংকৰদেৱৰ প্রধান শিষ্য আৰু ধর্মৰ উত্তৰাধিকাৰীৰূপে মাধৱদেৱে সেই ধর্ম প্রতুলভাৱে প্রচাৰ কৰে আৰু সেই ধর্মৰ শাস্ত্রৰ থূলটি পূৰণ কৰে। সাহিত্য আৰু ভক্তি-দর্শনমূলক ৰচনা হিচাপে মাধৱদেৱৰ 'নামঘোষা' আদিৰ সৌন্দর্য অতি উচ্চ খাপৰ।" এইগৰাকী বহুমুখী মহাপুৰুষৰ প্রতিভাত বিমুগ্ধ হৈ আমাৰ কবিয়ে গাইছে ঃ

**"মাধৱ বান্ধৱ !**
**তোমাৰ জীৱন মাথো**
**এটি মধু গীত**
**মূর্তিময় আৰাধনা মধু কল্পনাৰ**
**এটি অনন্ত সংগীত।"** ***(মাধৱ বান্ধৱ)***

শ্রীশ্রীমাধৱদেৱৰ সকলো সৃষ্টিৰ ভিতৰত "নামঘোষা" ড° বাণীকান্ত কাকতিৰ ভাষাত ঃ "অসমীয়া জাতীয় সাহিত্যত গীতা, উপনিষদ আদিৰ ঠাই অধিকাৰ কৰি আছে।" আমাৰ কবিয়েও কৈছে ঃ

**"নামঘোষা অমিয়াৰে**
**হৃদয় উপচি পৰে**
**নিজৰি নিজৰি সুৰ**
**প্রাণ বন্ধু কৃষ্ণ চৰণত।"**

কবিৰ অসম-প্রীতিৰ তুলনা নাই। তেওঁ গৌৰৱান্বিতা। তুংখুঙীয়া ফৈদৰ বোৱাৰী মহাসতী জয়মতী ৰাজনৈতিক দৃষ্টিকোণৰপৰা অসম বুৰঞ্জীৰ এটা চিৰস্মৰণীয় চৰিত্র। জয়মতীয়ে দেশৰ মংগলৰ নিমিত্তে আত্মদান কৰাৰ কথা আমাৰ কবিয়ে 'সত্যাগ্রহী জয়মতী' নামৰ কবিতাত জয়মতীৰ মুখেৰে কোৱাইছে ঃ

**"অসমৰ কল্যাণ বিয়াই জীৱন তেজিম**
**অসম বীৰৰ প্রাণ জীয়াই ৰাখিম**
**নিজিওঁ নিদিওঁ মই স্বামীৰ সন্ধান।"**

কবিয়ে জয়মতীক সত্যাগ্ৰহী ৰূপত বৰ্ণনা কৰি উচিত কাম কৰিছে। দেশৰ দুৰ্দশা নাসিবৰ বাবে তেওঁ মুকলি জেৰেঙা পথাৰত অবৰ্ণনীয় শাস্তি ভোগ কৰি সত্যৰ প্ৰতি থকা তেওঁৰ মনৰ দৃঢ়তা প্ৰকাশ কৰে। শ্ৰীশ্ৰীশংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ, মহাসতী জয়মতী আদিৰ জন্মতে অসম-মাতৃৰ জন্মদায়িনীশক্তি নিঃশেষ হৈ যোৱা নাই। ইয়াৰ পাছতো নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, হেমচন্দ্ৰ বৰুৱা আদি অসংখ্য সুযোগ্য সন্তানে চামে চামে অসম-মাতৃৰ কোলাত জন্ম গ্ৰহণ কৰি আহিছে। এইসকলে পৰাধীন ভাৰতবৰ্ষক স্বাধীন কৰিবৰ মানসে গান্ধীজীৰ নেতৃত্বত হোৱা আন্দোলনত জপিয়াই পৰিছিল। আমাৰ কৰিয়ে নবীন চন্দ্ৰ বৰদলৈক "লাচিতৰ প্ৰতিনিধি অসমৰ বিক্ৰম কেশৰী" বুলি অভিহিত কৰি তেওঁৰ ত্যাগৰ কথা সুঁৰৰিছে :

**"অসম সন্তান অসমৰ স্বাৰ্থৰক্ষা**
**সেয়ে হ'ল জীৱনৰ ব্ৰত**
**নিৰ্ভীক যুদ্ধেৰে যুঁজি সিংহ বিক্ৰমত**
**উনৈছৰ উনৈছ চনত**
**ব্যৰ্থ কৰি বৃটিছৰ কুটিল কৌশল**
**অসমক বচুৱালে সিংহ আসনত।"**

***(কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ)***

লগতে নবীন চন্দ্ৰ বৰদলৈয়ে কিদৰে 'কৰ্মবীৰ' আৰু "মুকুটবিহীন ৰজা অসম সম্ৰাট" উপাধি লাভ কৰিলে, তাৰো বিবৰণ দিছে। সেইদৰে গান্ধীজীৰ আহ্বানত "পূৰ্বপ্ৰান্ত অসমত মুক্তিমন্ত্ৰ গৰজি উঠিল, স্পন্দনত সুসুপ্ত কেশৰী তৰুণৰ টোপনি ভাগিল" (দেশভক্ত তৰুণৰাম)। এই 'তৰুণৰ বিক্ৰম পৌৰুষে গঢ়ি গ'ল অজেয় অসম"; কিন্তু পিছ মুহূৰ্ত্তে অসমৰ দুৰ্দিনৰ সময়ত তৰুণৰাম ফুকনৰ দৰে সিংহপুৰুষৰ অভাৱ দেখি কবিয়ে গভীৰ আক্ষেপ কৰিছে :

**"নুশুনো মাথোন হায়**
**অন্তৰ জগোৱা বীৰৰ কণ্ঠৰ প্ৰতিধ্বনি**
**অসমৰ দুৰ্দিনৰ আঁউসী নিশাত**
**পৌৰুষৰ গভীৰ গৰ্জন।"**

স্বাধীন অসমৰ প্ৰথম মুখ্যমন্ত্ৰীৰ পদত অধিষ্ঠিত হৈ গোপীনাথ বৰদলৈয়ে নতুন অসম গঢ়াৰ মানসে যি অক্লান্ত পৰিশ্ৰম কৰিছিল, তাৰ বৰ্ণনা আমাৰ কবিয়ে দিছে :

"শিক্ষা-দীক্ষা সংস্কৃতিৰ
সুবৰ্ণ কলচি চূড়া
জিলিকিল বিভিন্ন মন্দিৰ
স্তিমিত জীৱনে পালে
নৱ বিকাশৰ পথ
নতুনৰ আনন্দ মুক্তিৰ !"

*(লোকপ্ৰিয় গোপীনাথ বৰদলৈ)*

কবিতাটোত অসমৰ খণ্ড-বিখণ্ড ৰূপটো দেখি আহত হোৱা কবিৰ মনৰ পৰিচয়ো পোৱা যায়। গোপীনাথ বৰদলৈৰ দৰে দূৰদৰ্শী নেতাৰ অভাৱৰ বাবেই আজি অসমৰ সংহতি বিনষ্ট হৈ পৰিছে বুলি কবিৰ ধাৰণা হয়। তেওঁ কৈছে ঃ

"আজি দূৰ দূৰণীয়া
ভাই-ভনী পৰ্বতীয়া
মৌ মিঠা আই মাত
গড় ভেদি অসমৰ কাণত নপৰে
শোষণত পীড়ণত সোণৰ অসমে হায়
বিভৱবিহীনা হৈ অতীত্ত সৌৰৱে।"

"মহাত্মাৰ আশীৰ্বাদ শিৰত সাৱটি" যি কেইগৰাকী অসমীৰ সন্তানে দৃঢ়তাৰে দেশৰ মুক্তিৰ বাবে অহোৰাত্ৰি ত্যাগ মন্ত্ৰত দীক্ষিত হৈ কৰ্তব্য পালন কৰিছিল, সেইকেইগৰাকীৰ ভিতৰত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা নিতান্তই অন্যতম। কবিয়ে 'ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা নামৰ কবিতাত এইকেইগৰাকী নিস্বাৰ্থ দেশকৰ্মীক "জননী সেৱাত কল্যাণ ব্ৰতৰ চিৰ-আদৰ্শ মহানৰূপে বৰ্ণনা কৰি তেওঁৰ প্ৰতি দেশবাসীৰ দৃষ্টি আকৰ্ষণ কৰিছে।

[ তিনি ]

যাৰ কোলাত কবিয়ে "জনমৰ আদিম পুৱাত" "প্ৰথম চকু" মেলি পুনৰ "জীৱনৰ শেষ সন্ধিয়াত চকু মুদিব, সেইখন জন্মভূমি কবিৰ অতি আপোন, সৱাতোকৈ শ্ৰেষ্ঠ— "পুণ্য মুকুতিৰ ভূমি"। 'যুগদেৱতা কবিতা পুথিৰ ভালেমান কবিতাত কবিৰ এই "অসমী আই মাতৃভূমি"ৰ বন্দনা শুনিবলৈ পোৱা যায়। 'মৰমী অসমী আই মাতৃভূমি

মোৰ' কবিতাত কবিয়ে অসমক "জনমৰ বহু সাধনাৰ কোটি কোটি জীৱনৰ মহাতীৰ্থস্থান" ৰূপে বৰ্ণনা কৰি ইয়াৰ অতীত গৌৰৱৰ ইতিহাস স্মৰণ কৰি 'প্ৰাচ্য গৌৰৱৰ আমি ল'ম শীৰ্ষ স্থান" বুলি দেশবাসীক উদাত্ত আহ্বান জনাইছে। 'পৃথিবীৰ ঋতুসজ্জা' কবিতাত কবি অসমৰ প্ৰাকৃতিক সৌন্দৰ্যত বিমুগ্ধা :

**"ষড় ঋতু চন্দ্ৰ-সূৰ্য প্ৰকৃতি পৱনে**
**তোমাক সজাই নিতে হে অপৰূপ**
**নিতৌ নতুন ৰূপ চন্দনে বন্দনে।"**

'মাতৃ বন্দনা' কবিতাত কবিয়ে মাতৃ পূজাৰ প্ৰকৃত পূজাৰিণীৰূপে আত্মপ্ৰকাশ কৰিছে। "ধূঁৱলী-কুঁৱলী অসম আকাশ"ক তেওঁ কলা, দৰ্শন, জ্ঞান, বিজ্ঞান, নৃত্য, কাব্য আদিৰ বহুধা সৃষ্টিৰে নিৰ্মল কৰি তুলিবলৈ দৃঢ় প্ৰতিজ্ঞ। 'আইৰ পূজা' কবিতাতো কবিৰ অনুৰূপ ভাব প্ৰকাশ পাইছে। নিজৰ মাতৃভূমিৰ পূজাতকৈ অইন কোনো শ্ৰেষ্ঠ পূজা কবিৰ বাবে নাই। সেয়েহে ৰবীন্দ্ৰনাথ ঠাকুৰে 'মাতৃ অভিষেক' কবিতাত "হে মোৰ চিত্ত, পুণ্য তীৰ্থে জাগো ৰে ধীৰে—এই ভাৰতেৰ মহামানবেৰ সাগৰ তীৰে" বুলি নিজকে মাতৃ-পূজাত সদা-জাগ্ৰত কৰি ৰাখিবলৈ প্ৰাৰ্থনা জনোৱাৰ দৰে আমাৰ 'যুগদেৱতা'ৰ কবিয়েও এই 'আইৰ পূজা' কবিতাত কৈছে :

**"মাতৃ পূজাতেই আছে ধৰ্ম অৰ্থ মোক্ষ কাম**
**দীপ্ত চিৰ সুন্দৰৰ দিব্য অনুভূতি;**
**হে জ্ঞানী সাধক কবি ! গায়ক বাদক শিল্পী !**
**জ্বলোৱা প্ৰাণৰ আজি অখণ্ড আৰতি।"**

'পূবৰ জেউতি', 'ওপজা ঠাই', 'আমাৰ ৰঙালি বিহু চেনেহে ৰঙোৱা' আদি কবিতামালাতো কবিৰ অন্তঃস্খলিত পুঞ্জীভূত হৈ থকা অসম-প্ৰেমৰে সংবাদ পোৱা যায়। "তোৰ কোলাতেই দুচকু মেলিলোঁ পাহে পাহে ফুলে জীৱন ফুল; তোৰ ৰং সানি আঁকো ৰামধেনু পাৰিজাত ফুলে আমোল মোল" (ওপজা ঠাই) আদি কবিৰ সুললিত প্ৰকাশসমূহ তাৎপৰ্যপূৰ্ণ। 'চেনেহী ভাষা' নামৰ অন্য এটা কবিতাত কবিয়ে "সুজলা সুফলা মুনি মনোহৰা, তোতকৈ শুৱনি কোনোৱেই নাই" বুলি অসমী আইৰ গৌৰৱত গৌৰৱান্বিতা হৈ এই আইৰ মুখৰ মাতষাৰৰ কথা কৈছে :

**"বৰ ভাল পাওঁ আই তোৰ মুখৰ**
**মৌ সানি থোৱা সুৱদি সুৱদি মাত;**

শত বিষাদতো তোৰ মৌ মাতে
বুকৰ কলিজা পেলায় শাঁত।"

১৯৩৭ চনতে ৰচনা কৰা এই কবিতাটোৰ জৰিয়তে কবিয়ে অসমীয়া ভাষাৰ আসন্ন বিপদৰ কথা সুঁৱৰি দেশবাসীক সকীয়াই দিছিল ঃ

"চেনেহৰ তোৰ সন্তানে যদি
সুৱদি ভাষাৰ নাৰাখে মান;
স্বাধীন যুগৰ শলিতা নুমাব
হেৰাব প্ৰাণৰ সুৱদি গান।"

'পাহাৰী তোমাৰ নাম নাযাবা পাহৰি' নামৰ কবিতাটো কবিয়ে 'দ্বিতীয় মহাসমৰৰ প্ৰলয়ংকৰী অৱস্থাৰ অনুভূতি লৈ ৰচিত" বুলি ব্যক্ত কৰিছে। 'পশ্চিমৰ ধঁৰিয়ালে' অসমত চক্ৰবেহ ৰচনা কৰি অসমক ধ্বংসস্তুপত পৰিণত কৰিবলৈ অপচেষ্টা চলাইছিল। দুৰ্ভিক্ষৰ তাড়নাত অনেক ক্ষুধিত জনতাই হাহাকাৰ কৰি উঠিছিল। কবিয়ে অসমৰ এই দুৰ্দিনত অসমীয়া ৰাইজক জাতি-ধৰ্মৰ বিভেদ পৰিহাৰ কৰি এক জাতি হিচাপে সম্মিলিত হৈ অসমক ৰক্ষা কৰিবৰ বাবে আহ্বান জনাইছিল। 'নহলে যে অজগৰে খাব, ভৱিষ্যৰ সোণ-জুই খেদি খেদি ভাগৰ লাগিব" আদি ভৱিষ্যতৰ সাৱধান বাণীবোৰ প্ৰতি পাঠকৰে নিশ্চয় স্মৰণযোগ্য। 'বাপুজীলৈ চিঠি' নামৰ কবিতাৰ আকাৰত লেখা চিঠিখনত—'নিৰ্যাতিতা জননীৰ দুখৰ কাহিনী লেখি আনিছোঁ ভৰাই অৰ্ঘ বিষাদ বেথাৰে।" ইয়াত জিন্না চাহাবে "পূৰ্বাচল ইচ্লাম প্ৰদেশ" নাম দি অসমক এখন সুকীয়া সাম্প্ৰদায়িক প্ৰদেশ কৰাৰ প্ৰস্তাৱত গান্ধীজীক নীৰৱ হৈ থকা দেখা পাই গান্ধীজীলৈ— "আজি মাতৃভূমিৰ হকে কৰিছোঁ গোহাৰি, মিনতি কৰিছোঁ দেৱ, বিজাতি স্বাৰ্থৰ মতে অসমক নিদিবা সাঙুৰি" বুলি প্ৰাৰ্থনা জনোৱা হৈছিল। কবিতাটোত কবিৰ তীব্ৰ অসমপ্ৰেমৰ নিদৰ্শন পোৱা যায়। কবিৰ কাৰণে জনমভূমি অসমেই পৱিত্ৰ সৰগপুৰী। 'সৰগ ক'তনো আছে' কবিতাত এই বিষয়ে তেওঁ স্পষ্টকৈ কৈছে—"পৃথিবী মাজত মোৰ অসমতে সৰগ লুকাই আছে।" যিহেতু ইয়াত "আজিলৈকে হিংসা-বিহৰ খিয়লা-খিয়লি নাই, শান্তি সুখৰ নৈ বৈ যায়, সৰলতাভৰা হিয়াই হিয়াই, মৰমী হিয়াৰ কোমল পৰশ হিয়াই বিচাৰি পায়"।

[ চাৰি ]

'যুগদেৱতা'ত সন্নিবিষ্ট কৰা 'বাপুৰ সপোন', 'মহামানৱ', 'পৃথিৱী কি পালি দান',

'তুমিতো নোহোৱা দেৱ, সহজ মানুহ', 'সত্যমেৱ জয়তে নান্যতম্', 'সম্ভৱামি যুগে যুগে', 'দিব্য জ্যোতি চিৰ অন্তমিত' আদি এক বৃজনসংখ্যক কবিতাত মুক্তি আন্দোলন কাণ্ডাৰী মহাত্মাগান্ধীৰ গুণ-গৰিমা, আদৰ্শ আদিৰ বিস্তৃত বৰ্ণনা দিয়া হৈছে।

'বাপুৰ সপোন' কবিতাটোত কবিয়ে ভাৰতবৰ্ষৰ আদৰ্শৰ কথা সুঁৱৰিছে ঃ

**মহামন্ত্ৰ শাশ্বত সুন্দৰ**
**সত্য-প্ৰেম অহিংসাৰ**
**এয়ে ধৰ্ম ভাৰতবৰ্ষৰ।"**

এই আদৰ্শৰদ্বাৰা উদ্বুদ্ধ হৈ গান্ধীজীয়ে ভাৰতবৰ্ষত "ৰামৰাজ্য" প্ৰতিষ্ঠা কৰাৰ সপোন দেখিছিল ঃ

**"বাল্মীকিৰ বীণা সুৰে**
**সুধা সঞ্জীৱনী আনি**
**সাধনাৰে গৰিমাৰে কল্পনাৰ সৰগ ৰচিম**
**ভাৰতবৰ্ষত মই ৰামৰাজ্য থাপনা কৰিম।**

কিন্তু বাপুৱে দেখা এই ৰামৰাজ্যৰ সপোন বাস্তৱত ৰূপায়িত নহ'ল। ক্ষমতাৰ থকা-খুন্দাত তেওঁৰ সপোন অচিৰে নিঃশেষ হৈ গ'ল। কবিয়ে কৈছে ঃ

**"আজি মোৰ স্বপ্ন-স্বৰ্গ মৰহি শুকায়**
**কল্পনাৰ সাত ৰং নিৰাশাৰ আঁৰত লুকাই**
**স্বাধীনতা ক্ষমতাৰ পৰশণ লাগি**
**সেৱক প্ৰাণৰ আজি দেৱতা লুকাই।"**

মহামানৱৰূপে গান্ধীজী সদৌ দেশবাসীৰ লগতে কবিৰো চিৰপূজ্য ঃ

**"মুক্তিৰ পূজাৰী**
**ভাৰতৰ দেৱতা প্ৰাণৰ**
**কোটি কোটি হৃদয়ৰ**
**মণি সিংহাসন**
**যুগে যুগে সজাই নীৰৱে**
**তোমালৈ মণি সিংহাসন।"** ***(মহামানৱ)***

কবিৰ এনে বিশ্লেষণৰ নিদৰ্শন তেওঁৰ 'সত্যমেৱ জয়তে নান্যতম', 'তুমিতো নোহোৱা দেৱ, সহজ মানুহ' আদি কবিতাতো দেখিবলৈ পোৱা যায়। গান্ধীজী—

"যুগ-প্ৰতিষ্ঠাতা জাতিৰ জনক তুমি ভাৰতৰ নৱ জন্মদাতা"। তেওঁ—"ধ্বংসৰূপী মহা চিতানল" আৰু 'ৰক্তাক্ত ধৰণীতল গৃহহাৰা সৰ্বহাৰা পথিকৰ দল, মৰণ বিহ্বল আৰ্তনাদ কৰুণ কাতৰ' আদি মষিমূৰ কৰি এখন অহিংসাৰে ভৰা প্ৰেমময় জগত সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ ভাৰতৰ মুক্তিদাতা, নতুন জীৱন দিওঁতা। কবিয়ে কৈছে ঃ

**"তেত্ৰিছ্ কোটি কণ্ঠে মুক্তি মন্ত্ৰ গাই**
**কৰি লৈ কাৰাবাস মৃত্যু নিৰ্যাতন**
**ভাৰতৰ দাসত্বৰ মহাবন্ধ**
**কৰিলা মোচন।"**

*(সম্ভৱামি যুগে যুগে)*

কিন্তু কোটি কোটি লোকৰ এই মুক্তিকামী, শান্তিকামী প্ৰগতিকামী জাতিৰ জনকক যেতিয়া আততায়ীয়ে গুলীবিদ্ধ কৰি মাৰিলে, তেতিয়া কবিৰ হৃদয় শোকাকুল হৈ পৰিল। তেওঁ জগতৰ কেয়োদিশতে ঘনঘোৰ আন্ধাৰ দেখিবলৈ পালে ঃ

**"(আজি) ভাৰতৰ দিব্যজ্যোতি চিৰ অস্তমিত**
**বিশ্বজুৰি উঠে হাহাকাৰ**
**তোমাৰ তেজেৰ ৰঙা লুণ্ঠিতা ভাৰতে কান্দে**
**জগত এন্ধাৰ।"**

*(দিব্য জ্যোতি চিৰ অস্তমিত)*

কবিৰ এই তীব্ৰ মনোবেদনা যেন সেই সময়ৰ প্ৰধান মন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৰ শোকাভিভূত অন্তৰৰপৰা নিঃসৃত হোৱা ঃ "Friends and comrade, the light has gone out of our lives and there is darkness everywhere. I donot know what to tell you and how to say it. Our beloved leader, Bapu, as we called him, the father of the nation, is no more." ৰ অনুৰূপ প্ৰতিধ্বনিহে ! গান্ধীজীৰ হত্যাকাণ্ডক কবিয়ে সহজভাৱে ল'ব পৰা নাই। তেওঁ এই হত্যাকাণ্ডক প্ৰাচীন বৰ্বৰতাৰ পৰিচায়ক হিচাপে গণ্য কৰে। তেওঁ কৈছে ঃ

**নহ'ল সলনি পুৰণি পৃথিবী**
**হিংসা মলিন প্ৰাণ**
**যুগ-যুগান্তৰ পাৰ হৈ গ'ল**

**ৰঙালি পৃথিবী ৰঙা হৈ ব'ল**
**মিছা সভ্যতাৰ হীন অভিমান**
**শত জীৱনৰ গান।"**

*(পৃথিবী কি পালি দান)*

অৱশ্যে কবিয়ে আশা কৰে যে গান্ধীজীক হত্যা কৰা হ'ল যদিও—"তোমাৰ প্ৰাণৰ শিখা সমীৰৰ সতে মিলি জগাব সপোন নিতে ভাৰত বুকুত।"

[ পাঁচ ]

'যুগবাণী' কবিতা পুথিখনৰ অন্য এটা উল্লেখযোগ্য কবিতা। ইয়াত ধৰিত্ৰীৰ মুখেৰে পৃথিবীৰ বুকুত সংঘটিত হোৱা 'দানৱীয় অত্যাচাৰ', 'মিথ্যাচাৰ' আদিবোৰৰ বৰ্ণনা দিয়াই 'দানৱীয় মহাভাৰ নোৱাৰোঁ সহিব নকৰিলে বিহিত ইয়াৰ' বুলি নাৰায়ণক প্ৰাৰ্থনা কৰা হৈছে। নাৰায়ণেও গাতীৰ বাণীৰ সুৰতে আশ্বাস দি কৈছে :

**"যুগে যুগে ভাৰতৰ**
**পৱিত্ৰ তীৰ্থত**
**মানুহ জনম লওঁ ধৰাৰ বুকুত**
**যুগে যুগে সংস্কাৰক ৰূপে**
**লক্ষ্য থৈ মহাভাৰতত**
**নৱ যুগ কৰোঁ সংস্থাপন।"**

এই 'নব-যুগৰ বাবে সত্য আৰু ত্যাগ-মন্ত্ৰৰ প্ৰয়োজন—'সত্যমেৱ জয়তে'। ভাৰতবৰ্ষ প্ৰাচীন কালৰপৰাই এই আদৰ্শৰে উদ্বুদ্ধ। কবিয়ে আজিও তাকে মূলমন্ত্ৰৰূপে গ্ৰহণ কৰি ভাৰতবৰ্ষক বিশ্বৰ বুকুত আদৰ্শৰ প্ৰতীক হ'বলৈ আহ্বান জনাইছে।

**"জগতে শিকিব**
**ভাৰতৰ আদৰ্শৰ নতুন বিধান**
**ভাৰতৰ শান্তিপথ বিবেক নীতিৰ,**
**শান্তিময় ভাৰতেই**
**বিশ্বশান্তি সংস্থাপিব বিশাল ধৰাত**
**সিদিনাই ৰক্তলোভী দানৱী নীতিৰ**
**হ'ব চিৰ পৰাজয়।"**

যি সত্য আৰু ত্যাগ মন্ত্ৰৰ বাবে কবিয়ে 'যুগবাণী' কবিতাত আহ্বান জনাইছিল, তাৰ প্ৰতি অকুণ্ঠ সঁহাৰি জনাই যেন 'অত্যাচাৰ অনাচাৰ মিথ্যাচাৰ' আদিৰে ভৰপুৰ পৃথিবীক এক শান্তিময় পথত নেতৃত্ব দিবৰ বাবে আবিৰ্ভাৱ হ'ল মহাত্মা গান্ধীৰ! তেওঁ অহিংসনীতিৰে পৰাধীনতাৰ পংকৰপৰা ভাৰতবৰ্ষক উদ্ধাৰ কৰিলে। 'পোন্ধৰ আগষ্ট', 'জয়যাত্ৰা' আদি কবিতাত 'যুগবাণী' কবিতাৰ পূৰ্ণতা দেখা পোৱা যায়। কবিয়ে সকলো সময়তে পৰাধীনতাৰ গ্লানি মষিমূৰ কৰি এখন স্বাধীন ভাৰতৰ কল্পনা কৰি আহিছিল। তেওঁৰ এই কল্পনা এদিন বাস্তৱত ৰূপায়িত হ'ল। সত্য আৰু ত্যাগ স্বাধীনতা আনয়নৰ প্ৰধান অস্ত্ৰ আছিল। স্বাধীনতা লাভ কৰাৰ পাছত কবিক উৎফুল্লা হৈ পৰা দেখা যায় ঃ

"আগবাঢ়ি যাম যুগ নিৰ্মাতা
আমি বিজয়ীৰ দল।" *(জয়যাত্ৰা)*

আৰু গভীৰ আত্মপ্ৰত্যয়েৰে প্ৰকাশ কৰিছে ঃ

"ভাৰতৰ পুণ্যভূমি স্বৰ্গসম পৱিত্ৰ ধূলাত
ঐক্যময় মহামন্ত্ৰে 'ৰামৰাজ্য' পাতিম ধৰাত,
বিজয়িনী ভাৰতৰ আমি যুগ বিজয়ী সন্তান
নতুন জীৱন গীতি পৃথিৱীত আমিয়ে শুনাম।"

*(আহ্বান)*

কবিয়ে 'ঐক্যময় মহামন্ত্ৰে 'ৰামৰাজ্য' পাতিম ধৰাত' বুলি আমাক আশ্বাসবাণী শুনাইছে যদিও, কবিৰ এই পূত ভাৰতভূমিতে আকৌ হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষও ঘটিছে। এই অবাঞ্ছিত সংঘৰ্ষই কবিৰ অন্তৰত প্ৰচণ্ড আঘাত হানিছে। 'পৰাচিত' নামৰ কবিতাত তেওঁ কৈছে ঃ

'হোৱা নাই হোৱা নাই লাঞ্ছনাৰ শেষ
হোৱা নাই সন্তানৰ সিদ্ধি সাধনাৰ
হিংসাৰ নৰক অগ্নি জ্বলিছে বুকুত
ভাতৃয়ে আঘাতে নিজ ভাতৃৰ দেহত।"

সাম্প্ৰদায়িক সংঘৰ্ষৰ সুদূৰ প্ৰসাৰী ভয়াবহতাৰ প্ৰতি লক্ষ্য ৰাখি কবিয়ে উভয় সম্প্ৰদায়কে ইয়াৰ অৱসানৰ বাবে আহ্বান জনাইছে। 'পৰাচিত' নামৰ কবিতাত তেওঁ কৈছে ঃ

"হে সন্তান হিন্দু-মুছলমান!
প্ৰতি প্ৰাণে মানৱত্ব কৰা প্ৰতিষ্ঠিত

**সন্বে মিলি প্ৰেমৰ শান্তিৰে**
**কৰা ভাতৃ হত্যাৰ পৰাচিত।"**

কাৰণ ভাৰতৰ আদৰ্শ হৈছে ঃ

**"বিশ্ব মৈত্ৰী সাধনাৰ প্ৰেমামৃত ক্ষমা**
**শান্তি মন্ত্ৰ ভাৰতৰ অম্লান মহিমা।"**

***(পৰাচিত)***

অনেক আবাল-বৃদ্ধ-বনিতাৰ ত্যাগৰ বিনিময়ত ভাৰতবৰ্ষ স্বাধীন হ'ল। 'জয়যাত্ৰা' কবিতাত কবিয়ে ইয়াৰ এটি পৰিষ্কাৰ বৰ্ণনা দাঙি ধৰিছে ঃ

**"কত কিশোৰৰ আশাৰ সপোন**
**কত যৌৱনৰ সোণালী সপোন**
**কত পৌঢ়ৰ জীৱন প্ৰতিষ্ঠা**
**পুৰি ছাই হৈ গ'ল।"**

দেশখনৰ এই বহু কষ্টোপাৰ্জিত স্বাধীনতা ৰক্ষা কৰাৰ দায়িত্ব তৰুণ শক্তিৰ। তৰুণ শক্তিৰ "ঐক্যময় মিলনৰ অজেয় শকতি"ৰ ওপৰতে নিৰ্ভৰ কৰিছে দেশৰ ভৱিষ্যত। 'তৰুণ প্ৰগতি' নামৰ কবিতাত কবিয়ে তৰুণ শক্তিক যৌৱনৰ সকলো বিলাসিতা পৰিহাৰ কৰি দেশৰ উন্নতিৰ বাবে কঠোৰ পৰিশ্ৰম কৰিবলৈ আহ্বান জনাইছে। কাৰণ—"সময় নাথাকে বৈ, তুমিও শিকনি লোৱা" (মৌ-কোহ)।

[ ছয় ]

গীতি-কবি হিচাপে নলিনীবালা দেৱীৰ যি বৈশিষ্ট্য সমালোচকৰ দৃষ্টিত ধৰা পৰিছে, সি 'যুগদেৱতা'তো অক্ষুন্ন ৰৈছে বুলি অনুভূত হয়। কিছুমান কবিতাত উগ্ৰ জাতীয়তাবাদৰ গোন্ধ পোৱা যায় যদিও বিশেষকৈ অসমৰ মাজেদি ভাৰত তথা সমগ্ৰ বিশ্বৰ শান্তি, মৈত্ৰী আৰু প্ৰগতি কামনা কৰি ৰচনা কৰা কবিতামুঠি নিশ্চয় স্মৰণযোগ্য হৈ ৰ'ব।



# নলিনীবালাৰ "শান্তিপথ"

বন্দিতা ফুকন

কবি নলিনীবালা দেৱীৰ দ্বাৰা ৰচিত "শান্তিপথ" এখনি তত্ত্বমূলক প্ৰবন্ধৰ সংকলন। গ্ৰন্থখন অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিছে। গ্ৰন্থখনত সৰ্ব্বমুঠ উনৈছটা প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। আমাৰ এই ৰচনাখনত তেওঁৰ প্ৰবন্ধ কেইটাৰ বিষয়ে একোটা চমু আলোচনা কৰিবলৈ এক ক্ষুদ্ৰ তথা নম্ৰ প্ৰয়াস কৰা হৈছে।

গ্ৰন্থখনৰ আৰম্ভনিতে কবিৰ "প্ৰাৰ্থনা" নামৰ এটি চমু লেখা পঢ়িবলৈ পোৱা যায়। এই লেখাটিৰ আৰম্ভনিতে এটি উপনিষদৰ প্ৰাৰ্থনাৰ ব্যাখ্যা কৰা হৈছে। এই প্ৰাৰ্থনাত জগতৰ সৃষ্টি-কৰ্তা পৰম ব্ৰহ্মক অনুৰোধ কৰি কবিয়ে কৈছে যে তেওঁ যিহকে কয়, যিহকে শুনে, যিহকে দেখে সকলো যেন পৰমেশ্বৰৰ ভাবনাতে লীন হৈ শ্ৰেয়ঃ বস্তুত পৰিণত হয়। কোনো হীন ভাব যেন কবিৰ মনলৈ নাহে। পৰমেশ্বৰে কবিক যেন সুপথ দেখুৱায়, কল্যাণ পথেৰে আগবঢ়াই লৈ যায়, কবিৰ ভাব ভাবনাবোৰ পৰমেশ্বৰে সুনিয়ন্ত্ৰিত কৰে।

এই গ্ৰন্থৰ দ্বিতীয় প্ৰবন্ধটিৰ নাম হ'ল 'শান্তিপথ'। কবিৰ মতে বিশ্বজগতৰ গতি প্ৰবাহৰ সৈতে মানৱ জীৱন জড়িত হৈ থাকে। মানৱ জাতি বিশ্বৰ চিৰন্তন গতি-প্ৰবাহ পথৰ বাটকুৱা, জীৱ জগতৰ সকলোতকৈ শ্ৰেষ্ঠ প্ৰাণী হিচাপে পৰিগণিত। আন প্ৰাণীৰ তুলনাত মানুহৰ জীৱনৰ গতিপথ বৈচিত্ৰময়। কৰ্মৰ প্ৰতি আগ্ৰহী মানৱ জাতিয়ে কৰ্মৰ যোগেদি পৃথিৱীৰ সৌন্দৰ্যাত অনেক পৰিবৰ্তন আনিছে। জ্ঞানৰ প্ৰতি পিপাসু মানৱ জাতিৰ কৌতুহলী মন কেৱল পৃথিৱীতেই আবদ্ধ হৈ থকা নাই। পৃথিৱী এৰি আকাশৰ সৌৰ মণ্ডল, নীহাৰিকাপুঞ্জ গ্ৰহ-নক্ষত্ৰৰ বিষয়ে জানিবলৈকো বিচাৰে। যিমানেই শিকক মানুহৰ মনে আৰু বেছিকৈ শিকিবলৈ বিচাৰে; সেয়েহে মানুহে গৈ চন্দ্ৰলোকত ভৰি দিব পাৰিলে। আনহাতে পৰিবৰ্তনশীল বিশাল পৃথিৱীখনত বিভিন্ন জাতিৰ সভ্যতা-সংস্কৃতিৰ উত্থান-পতন ঘটিয়েই আছে। তথাপিও মানৱ সভ্যতা স্তব্ধ হৈ থকা নাই। মানৱ জীৱন সহজে তৃপ্ত নহয়। মানৱ মনৰ দুৰ্বাৰ কামনা-বাসনাৰ বাবেই সৃষ্টি

হৈছে ঈর্ষা, হিংসা, ক্ৰোধ, সংঘৰ্ষ - এইবোৰৰ বাবেই শেষত মানুহৰ পতন ঘটে। মানৱ জীৱনৰ এই চুটি, খন্তেকীয়া সময়খিনিতে অশান্তিৰ দাবানলত মানুহ অস্থিৰ হৈ পৰি সংসাৰ এৰি থৈ মানুহে তীৰ্থ স্থানলৈ গৈ শান্তি বিচাৰি ফুৰে। কোনোবাই আকৌ শান্তি বিচাৰি পৃথিৱীৰ চুকে কোণে ভ্ৰমণ কৰি ফুৰিছে, কোনোবা জপিয়াই পৰিছে কৰ্ম সমুদ্ৰত, নিজকে পাহৰিবলৈ কোনোবাই কৰিছে দেশসেৱা, জনতাৰ সেৱা। এনেকৈয়ে মানুহে বিভিন্ন কৰ্মব্যস্ততাৰ মাজেদিয়েই শান্তি বিচাৰিবলৈ চেষ্টা কৰে। মানুহৰ অৱচেতন মনত উদ্দাম কৰ্ম প্ৰেৰণা লুকাই থাকে। কৰ্মমুখৰ বিশ্বত কেতিয়াও কৰ্মৰ সমাপ্তি ঘটিব নোৱাৰে। আনহাতে শৰীৰে কৰ্ম নকৰিলেও মানুহৰ মন[illegible] আকৌ মানস-কৰ্মক্ষেত্ৰত বুৰ গৈ থাকে। বিশ্বস্পন্দনেই কৰ্ম, স্পন্দনেই সৃষ্টিৰ ধৰ্ম আৰু সৃষ্টিৰূপ বুলিয়ে কবি গৰাকীয়ে অনুভৱ কৰে। সাগৰত পৰি লীন নোযোৱালৈকে নদীৰ সোঁত স্তব্ধ নহয়, মানৱ জীৱনবো মৃত্যু নোহোৱালৈকে গতি পথৰ বিৰাম নহয়। পিছে মায়া মোহত নিমগ্ন হোৱা মানৱৰ সত্তাই সুখ-দুখৰ মাজতেই বাসনাৰ বলি হয়, মনৰ দৃঢ়তা হেৰুৱাই আত্মপ্ৰতিষ্ঠা কৰিবলৈ অক্ষম হৈ পৰে। শেষত মানুহে বিচাৰে শান্তি। পিছে জীৱনৰ অনেক পথেৰে চলি থকা মানুহে শান্তি-পথেৰে চলিবলৈ হ'লে চঞ্চল মনক স্থিৰ কৰি সংযত আৰু অন্তৰ্মুখী কৰিবই লাগিব। বিশ্ব-প্ৰকৃতিৰ লগত মানৱ প্ৰকৃতিৰ সদায় সংযোগ আছে। প্ৰকৃতি সদায় পূৰ্ণ। মানৱৰ আত্মাকো প্ৰকৃতিয়ে পূৰ্ণতাৰ পিনে টানি নিছে। অজ্ঞানতাই মানুহক পথ-ভ্ৰান্ত কৰে। বিবেকৰ সহায়ত মানুহে অশান্ত মনৰ স্থিৰ অন্তঃদৃষ্টি লাভ কৰিলেই শান্তি-পথৰ সন্ধান পাব। বাসনা আৰু চিত্তক আয়ত্তাধীন কৰি মানুহে ক্ষুদ্ৰ স্বাৰ্থ পৰিহাৰ কৰি বৃহত্তৰ স্বাৰ্থৰ বাবে নিজকে নিয়োগ কৰিব পাৰিলেই জীৱন আনন্দময় হৈ পৰিব।

বিশ্ব-প্ৰকৃতিৰ বৈচিত্ৰময় ৰহস্যৰ বিষয়ে ভাৰতীয় দৰ্শনে উল্লেখ কৰিছে। ভাৰতীয় দৰ্শনে দৃশ্যমান বাস্তৱ জগতখনৰ উপৰিও আন এখন অতীন্দ্ৰীয় সূক্ষ্ম জগতৰ বিষয়েও সন্ধান দিছে। সেই সূক্ষ্মতম মানস জগত খনৰ লগত দৰ্শন তথা বিজ্ঞান জড়িত হৈ আছে। ভাৰতীয় যোগ-দৰ্শনত অনেক সত্যৰ আৱিষ্কাৰ হৈছিল হাজাৰ বছৰৰ আগতেই। পিছে গতানুগতিক জীৱন গতিৰ মাজত সেইবোৰ সত্যক বিচাৰি পোৱাটো কঠিন। জীৱনৰ সুখ, ঐশ্বৰ্য্য, সম্পদ, সম্ভোগ লাভৰ পিছতো মানুহৰ আত্মা অতৃপ্ত হৈ থাকে। এই অতৃপ্তিৰ তৃপ্তি কেনেকৈ পাব পাৰি তাক সহজ জ্ঞানেৰে বুজাটো কঠিন। বৈদিক যুগৰ মনীষীসকলে মানৱ জীৱনৰ প্ৰকৃত আনন্দ আৰু শান্তি পথৰ সন্ধান দিবলৈ

চেষ্টা কৰিছিল। মানৱ মনৰ উৎকৰ্ষ কেনেকৈ লাভ কৰিব পৰা যায়, তাৰেই সাধনাৰ পথৰ বিষয়ে ঋষি-মুনি সকলে কৈ গৈছে।

এই সন্দৰ্ভতে কবিয়ে 'ইথাৰ' জগতৰ বিষয়েও কবলৈ গৈছে। বিজ্ঞানৰ মতে বৈদ্যুতিক শক্তি আৰু স্পন্দনৰ ক্ৰিয়াৰ ওপৰতে মহাবিশ্ব, মহাসৌৰমণ্ডল বৰ্তমান। কবিয়ে অনুভৱ কৰে যে বহুতো ঋষি, তপস্বী, সাধক, শিল্পীৰ মৃত্যুৰ পিছত অপূৰ্ণ কৰ্মৰাজি পূৰ্ণ কৰাৰ বাসনাৰ স্পন্দনৰে মহাবিশ্ব আলোড়িত হব লাগিছে। এই স্পন্দনসমূহৰ তৰংগবোৰেই সচেতন ব্যক্তিসকলক জ্ঞান বিজ্ঞান শিল্প-কলাৰ প্ৰতি আগ্ৰহী কৰি তোলে। অথচ অচেতন মানুহৰ মনক এনে তড়িৎ স্পন্দনবোৰে স্পৰ্শ কৰিব নোৱাৰে। সৌভাগ্যবান সকলে এনেবোৰ স্পন্দন গ্ৰহণ কৰিবলৈ সক্ষম হোৱা বাবেই সৃষ্টিধৰ্মী কৰ্মত ব্যস্ত হৈ তেওঁলোকে এক বিৰল আনন্দ উপভোগ কৰে। পিছে দৰ্শন আৰু মানৱ মনটোৰ বিষয়ে এতিয়াও বহু কথা জানিব পৰা নেযায়। অতীজৰ ভাৰতীয় মনীষীসকলে অনেক চিন্তা-চৰ্চাৰ জৰিয়তে বহুত অসাধ্য সাধন কৰি অনেক সত্য আৱিস্কাৰ কৰিছিল। আধ্যাত্মিকতাৰ যোগেদি চঞ্চল মনক স্থিৰ কৰি মানুহে প্ৰকৃত শান্তি আৰু আনন্দ লাভ কৰিব পাৰে।

"ভাৰতৰ অমৰ দান" প্ৰবন্ধটিত কবি গৰাকীয়ে ভাৰতীয় ঋষি মুনি সকলে জ্ঞান আৰু দৰ্শনৰ তত্ত্ববোৰৰ চৰ্চা কৰা বুলি উল্লেখ কৰিছে। তপস্যা আৰু সাধনাৰ ফলত তেওঁলোকে সমগ্ৰ পৃথিৱীবাসীৰ বাবেই অনেক জ্ঞান-গৰ্ভ বাণী ৰচনা কৰি থৈ গৈছে। ভাৰতীয় ধৰ্মই কেতিয়াও আনধৰ্মক জয় কৰিবলৈ যুদ্ধত নমা নাই। ভাৰতীয় ধৰ্ম-গ্ৰন্থৰাজি অৰ্থাৎ বেদ-উপনিষদৰ বাণীবোৰে বিশ্বপ্ৰেম সহানুভূতি, ক্ষমা, কৰুণা, সাম্যৰ কথাহে কয়। ভাৰতীয় নৈতিক চৰিত্ৰৰ ভেটি বান্ধিবৰ বাবে অনেক মূল্যবান শ্লোক ৰচনা কৰা হৈছিল। তাৰে এটি শ্লোকৰ অসমীয়া ভাৱান্তৰ হ'ল—পৰৰ স্ত্ৰীক মাতৃৰ দৰে ব্যৱহাৰ কৰিব লাগে, পৰৰ ধন সম্পদক দলি-চপৰাৰ দৰে জ্ঞান কৰা উচিত। সকলো জীৱকে নিজৰ আত্মা বুলিয়েই ভাবিব লাগে—এনে ধৰণৰ লোকক হে পণ্ডিত বোলা হয়। স্বামী বিবেকানন্দই কৈছিল যে ভাৰতবৰ্ষৰ মহান সম্ৰাট অশোকে ধৰ্ম আৰু আধ্যাত্মিক শক্তিৰ বলেৰে সমগ্ৰ বিশ্বৰে মন জয় কৰিবলৈ সমৰ্থ হৈছিল। ভাৰতীয় আধ্যাত্মিকতাত আত্মোপলব্ধি আৰু সত্যৰ অন্বেষণ নিবিড়ভাবে জড়িত হৈ আছে। ভাৰতীয় দৰ্শনৰ মতে আত্মা সদায় সৰ্বাত্মা। ভাৰতৰ বেদ উপনিষদত অনেক আধ্যাত্মিক ভাবৰ সমাবেশ ঘটিছিল। বেদন শব্দৰ অৰ্থ হ'ল অনুভূতি। এই

অনুভূতিসমূহ প্ৰতিষ্ঠিত হৈছিল সত্যৰ ওপৰত। বেদন শব্দৰ পৰাই বেদৰ সৃষ্টি হৈছে। বেদৰ সূক্তবোৰ নাৰী পুৰুষ উভয়ৰ দ্বাৰাই ৰচিত হৈছিল। বেদৰ মূল লক্ষ্য হ'ল পৰামাত্মা। ভাৰতৰ বেদৰ আধ্যাত্মিক জ্ঞান, বিজ্ঞানৰ সত্যৰ দৰে প্ৰত্যক্ষভাবে বিচাৰ কৰিব পৰা নেযায়। সাধনাৰ বলত লাভ কৰা আত্মবোধৰ জ্ঞানকেই শিষ্য সকলৰ মাজত বিলাই দিয়া হৈছিল। ভাৰতীয় শিক্ষা-সংস্কৃতি, সমাজ সংগঠনৰ মূল ভেটি হৈছে এই বেদৰ বাণীবোৰ।

ভাৰতীয় ঋষিৰ আন এক অৱদান হ'ল—আত্মপূৰ্ণতাৰ শিক্ষা। মানুহে এদিন পূৰ্ণাৱস্থাত উপনীত হবই লাগিব। জীৱন আৰু সত্যক জানিবলৈ মানুহ সদায় আগ্ৰহী। জ্ঞান অনুশীলন কৰিলে প্ৰজ্ঞা লাভ হয়। আনহাতে স্বজ্ঞা হ'ল স্বয়ং জাত জ্ঞান। জীৱনক উপলব্ধি কৰাৰ ফলত মানুহৰ মনত বুদ্ধি, অনুভূতি, কল্পনা স্পৃহা আদি ভাবৰ সৃষ্টি হয়। উপলব্ধিৰ অনুভূতিয়েই হ'ল আধ্যাত্মিক জীৱনৰ আৰম্ভণি। আদৰ্শ সংকল্পই মানুহক সত্য পথৰ সন্ধান দিয়ে। তদুপৰি মানুহে সাংসাৰিক কৰ্ত্তব্য পালন কৰিও, যাবতীয় সুখ উপভোগ কৰিও যাতে এক আদৰ্শ জীৱন যাপন কৰিব পাৰে সেই উপদেশ উপনিষদত আছে। অন্তৰৰ কুটিলতা আতৰাই, ক্ষুদ্ৰ স্বাৰ্থ পৰিত্যাগ কৰি, বিবেকবান হৈ পৰৰ হিত সাধন কৰিলে মানুহে এক মহৎ শক্তিৰ অধিকাৰী হ'ব পাৰে। ভাৰতীয় ৰাজৰ্ষিসকলে ৰাজসুখ উপভোগ কৰিও, ৰাজ্য শাসন কৰা কালতো আধ্যাত্মিক জ্ঞানৰে জ্ঞানী হৈ আছিল। তেনে ৰাজৰ্ষি সকলৰ মাজত আছিল— ৰজা জনক, যাজ্ঞবল্ক, অজাতশত্ৰু আদি। বৰ্তমান কালত তেনে ব্যক্তি সকল হ'ল— শংকৰদেৱ, মহাত্মা গান্ধী। আজিৰ যুগ ধৰ্মত সংসাৰ ত্যাগ, সন্যাস গ্ৰহণ নকৰিও আধ্যাত্মিকতাৰ চৰ্চা কৰিব পৰা যায়। এই বিষয়ে উপনিষদে অনেক পথ দেখুৱাইছে। পিছে মনুষ্যত্ব লাভৰ মাজতেহে মানুহে প্ৰকৃত আনন্দ আৰু শান্তি লাভ কৰিব পাৰে। এই ক্ষেত্ৰত কোনো জাতি, ধৰ্ম, স্থান, কাল, পাত্ৰ, উচ্চ-নীচৰ ব্যৱধান থাকিব নোৱাৰে।

ভাৰতীয় দৰ্শনৰ ভেটিতেই বৰ্তমান দৰ্শনৰ ভেটি গঢ়ি তোলা হৈছে। জাৰ্মান পণ্ডিত মেক্সমূলাৰে সংস্কৃতত লিখা ভাৰতৰ দৰ্শন শাস্ত্ৰ সমূহ জাৰ্মানিলৈ লৈ যায়। ভাৰতীয় আধ্যাত্মিকতাৰ আলম লৈয়েই বৰ্তমানৰ আধুনিক দৰ্শন পাঠ্য-পুথিসমূহ ৰচনা কৰা হৈছিল। ভাৰতীয় মনস্তত্ত্ববাদকে মূল কৰি আধুনিক মনস্তত্ত্ববাদ গঢ়ি উঠিছে। কবি নলিনীবালা দেৱীৰ মতে মানুহে নতুন ধৰণৰ চৈতন্যবোধ আয়ত্ত কৰিবলৈ হ'লে আধ্যাত্মিক পন্থাৰে মনৰ বিকাশ সাধন কৰাৰ প্ৰয়োজন আছে। মানুহৰ মন দুবিধ স্তৰৰ;

চেতন আৰু অৱচেতন। মনৰ অজ্ঞাতে আমাৰ অৱচেতন মনে গোপনে বহুত কৰ্ম সাধন কৰে। অৱচেতন মনক আধ্যাত্মিক শক্তিৰ ক্ৰিয়াৰে শক্তিশালী কৰিব পৰা যায়। অৱচেতন মনে শক্তিশালী হ'লে অনেক আবিষ্কাৰ নোহোৱা বিশ্বব্ৰহ্মাণ্ডৰ তত্ত্বও বুজিবলৈ চেষ্টা কৰিব পাৰে। অধ্যাত্ম পথ অৱলম্বন কৰি মানুহে যুগে যুগে সত্যৰ অনুসন্ধান কৰি গৈছে। বিশ্ববাসীক সত্য পথৰ বাবে ভাৰতবাসীয়ে যি নিৰ্দেশনা দান দিছে সি সঁচাকৈয়ে এক অমৰ দান হৈ ৰ'ব। ভোগ, সুখ, বিলাস সকলো উপভোগ কৰি, জীৱনৰ সকলো কৰণীয় কাম কৰিও জীৱনক অভিনৱত্ব দান কৰিব পৰা পথৰ সন্ধান ভাৰতবৰ্ষই বিশ্ববাসীক দেখুৱাই দিব পাৰিছে।

নলিনীবালা দেৱীৰ আন এটি প্ৰবন্ধত ভাৰতীয় সাধনাত সুকুমাৰ কলাৰ প্ৰভাৱ আৰু অৱদানৰ বিষয়ে কোৱা হৈছে। মানুহৰ মনক দুটা বিভাগত ভগাব পাৰি - স্থূল আৰু সূক্ষ্ম। সূক্ষ্ম মনে সৃষ্টিৰ প্ৰতি দিশতে সৌন্দৰ্য্য বোধক বিচাৰি পায়। কবি গৰাকীৰমতে এই মৰুময় জগতত সুকুমাৰ কলায়েই পৃথিৱীখনক সুখ আৰু আনন্দৰ ৰাজ্যলৈ পৰিণত কৰিছে। এই বিশ্বৰ সৌন্দৰ্য্যক কোনোবা অদৃশ্য কলাকাৰে সুনিয়ন্ত্ৰিত কৰিছে। যিসকল মানুহৰ মনত, সৌন্দৰ্য্যবোধ আছে, তেওঁলোকৰ চকুৱে সৌন্দৰ্য্য গ্ৰহণ কৰে আৰু লগে লগে মানস ৰাজ্যত কলাৰ ক্ৰিয়া আৰম্ভ হয়। কবিৰ মতে সৌন্দৰ্য্যবোধ থকা মানুহে কেৱল প্ৰকৃতিৰ মাজতেই নহয় জীৱনৰ প্ৰতি দিশতে সৌন্দৰ্য্য বিচাৰি পায়। চিন্তা-ভাবনা, চলন-ফুৰন, তৃপ্তি, ৰুচি আকাঙ্ক্ষা - এই সকলোবোৰৰ মাধ্যমেৰে মানুহৰ মনৰ মাজত গোপনে বাস কৰা সুকুমাৰ কলাই আত্মপ্ৰকাশৰ বাবে বহিঃজগতলৈ গতি কৰে। মনৰ মাজত  সুকুমাৰ কলাৰ বিকশিত হয়। মানুহৰ মনৰ মাজত লুকাই থকা সুকুমাৰ কলাৰ বাবেই আদিম গুহাবাসী মানুহেও শিলৰ বুকুত ছবি আকিঁবলৈ যত্ন কৰিছিল। সভ্যতাৰ উন্নতিৰ লগে লগে চিত্ৰ, গীত, নৃত্য আদি সকলোবোৰ সুকুমাৰ কলাৰ দিশ আগতকৈ মাৰ্জিত হৈ আহিবলৈ ধৰিলে। কবিৰ মতে ভাৰতবৰ্ষৰ বুকুতেই কলাই পৰিপূৰ্ণ বিকাশ লাভ কৰিলে। অৰণ্যত ধ্যানমগ্ন হৈ থকা প্ৰাচীন ভাৰতবৰ্ষৰ ঋষি-মুনি সকলেই আৱিষ্কাৰ কৰিলে জ্ঞান বিজ্ঞানৰ তত্ত্ব, কলাময় মৃত্যুহীন মৃত্যুক জয় কৰাৰ পথ। প্ৰাচীন ভাৰতীয় ঋষিৰ মুখতেই প্ৰথম উচ্চাৰিত হৈছিল শ্লোক বা কবিতা। পৃথিৱীৰ প্ৰথম ছন্দময় কবিতাৰ স্ৰষ্টা মহৰ্ষি বাল্মিকীয়েই পিছত ৰচনা কৰিছিল ৰামায়ণ মহাকাব্য। বশিষ্ট, যাজ্ঞবল্ক্য আদি ঋষিসকলেই ৰচনা কৰিছিল বেদ, উপনিষদ। কাব্যক অবলম্বন কৰিয়েই ৰছিত হ'ল উচ্চাংগ সংগীত। গান প্ৰাণত প্ৰতিষ্ঠা হ'লেহে প্ৰকৃত

গানৰ ৰূপ পাব পাৰে। সামবেদত "সা" স্বৰগ্ৰামকেই প্ৰথম আখৰ হিচাপে ধৰি সা-ৰ পৰাই সামবেদ ৰচিত হৈছিল। সামবেদৰ মতে সংগীতময় উপাসনাই মানুহৰ চিত্ত জয় কৰিবলৈ সক্ষম হয়। ভাৰতীয় উচ্চাংগ সংগীতত প্ৰকৃতিৰ লগত মানব-প্ৰকৃতিক খাপ্ খুৱাই সপ্ত স্বৰগ্ৰামৰ সৃষ্টি কৰা হৈছিল। পুৱা, দুপৰীয়া, সন্ধিয়া, নিশাৰ লগত মিলাই ভাৰতীয় সংগীতজ্ঞ সকলে বিভিন্ন ৰাগ-ৰাগিনীৰ ৰচনা কৰিছিল। বেদ বেদান্তৰ মতে সকলো ৰসৰে মূল উৎস হ'ল - সুকুমাৰ কলা সাধন।

'শান্তিপথৰ' আন এটি প্ৰবন্ধ হ'ল "দৰ্শনত শংকৰদেৱ"। এই প্ৰবন্ধৰ আৰম্ভনিতে ভাৰতবৰ্ষৰ ধৰ্ম আৰু সমাজ জীৱনত অতীতত ঘটা বেমেজালিৰ বিষয়ে আলোচনা কৰা হৈছে। এনে পৰিবেশত নৱম শতিকাত শ্ৰীশ্ৰীশংকৰাচাৰ্যৰ আবিৰ্ভাব হয় আৰু তেওঁ অদ্বৈতবাদৰ প্ৰমাণ কৰি সনাতন বৈদিক ধৰ্মৰ পুনৰ প্ৰবৰ্তন কৰে, দাক্ষিণাত্যত আকৌ শ্ৰীৰামানুচাৰ্যই শ্ৰীশংকৰাচাৰ্যৰ মায়াবাদ খণ্ডন কৰি বিশিষ্টদ্বৈতবাদৰ প্ৰচাৰ কৰে। ইতিমধ্যে ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক সকলৰ আবিৰ্ভাব হয়। চৈধ্য শতিকাৰ মাজভাগত অসমত শ্ৰীশংকৰ দেৱৰ আৱিৰ্ভাব হয়। তেওঁৰ জন্মৰ সময়ত অসমত তান্ত্ৰিক পূজা-পদ্ধতিৰ যথেষ্ট প্ৰচলন আছিল। অসমত তেতিয়া ধৰ্মৰ নামত যথেষ্ট বেমেজালি চলিছিল। শ্ৰীশংকৰদেৱে সুদীৰ্ঘ বাৰবছৰ কাল ভাৰতবৰ্ষৰ অনেক তীৰ্থ ভ্ৰমণ কৰি অনেক জ্ঞান লাভ কৰে আৰু অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰচলন কৰে। অনেক দেৱ-দেৱীৰ পূজা-প্ৰাৰ্থনা পৰিহাৰ কৰি শ্ৰীশংকৰদেৱে শ্ৰীকৃষ্ণকে অৱশেষত ইষ্টদেৱ মানি ললে আৰু অসমবাসীকো কৃষ্ণ উপাসনালৈ আকৰ্ষিত কৰি নাম ধৰ্মৰে ভগৱৎ উপাসনাৰ পথ দেখুৱাই দিলে। বেদ, উপনিষদ, গীতা ভাগৱতৰ জটিল সংস্কৃত ভাষাত ৰচিত হোৱা উপাসনাবোৰৰ ভাঙনি কৰি সৰ্ব-সাধাৰণ ৰাইজৰ বাবে তেওঁ কীৰ্তন, ভাগৱত ৰচনা কৰিছিল। শ্ৰীশ্ৰীশংকৰদেৱৰ মতে পৃথিৱীৰ সকলো ধৰ্মৰে মূল একে। তেওঁৰ দ্বাৰা প্ৰচাৰিত ধৰ্মত উচ্চ-নীচৰ ভেদ ভাব নাই, এনে সমন্বয় উদাৰতা আন ধৰ্মত দেখা নেযায়। কেৱল ধৰ্মই নহয় অসমৰ সুকুমাৰ কলা, সাহিত্য সংস্কৃতিৰ বিকাশ কৰিবলৈ শ্ৰীশংকৰদেৱে নিষ্ঠাৰে চেষ্টা কৰিছিল। শ্ৰীশংকৰদেৱেই হ'ল আধুনিক অসমৰ ভেটি গঢ়োতা। মুঠতে কবি গৰাকীয়ে তেওঁৰ এই প্ৰবন্ধটিত শ্ৰীশংকৰদেৱৰ অতুলনীয় প্ৰতিভাৰ বিষয়ে খৰচি মাৰি আলোচনা কৰিছে।

"সাহিত্যৰ উৎস" নামৰ প্ৰবন্ধটিত নলিনীবালা দেৱীয়ে কৈছে যে বিধাতাৰ শ্ৰেষ্ঠ সৃষ্টি মানুহেই সাধনাৰ সহায়েৰে মনক শক্তিশালী কৰি তোলে, মনৰ মাজত গঢ়ি

তোলে সৌন্দৰ্য্যবোধ, সাহিত্য সৃষ্টিৰ প্ৰেৰণা। কিন্তু সাহিত্য সৃষ্টিত সাহিত্য-সাধকৰ দায়িত্ব অতি গধূৰ। গভীৰ চিন্তা, অভিজ্ঞতা, অনুভূতিৰে সৃষ্টি কৰা সাহিত্যৰ প্ৰভাৱ চিৰস্থায়ী। অতীজৰে পৰা সাহিত্যিক সকলৰ লিখিনীবোৰে সমাজৰ উত্থান-পতন, ধৰ্মনীতি, ৰাজনীতি, সমাজনীতিৰ ক্ষেত্ৰত পৰিবৰ্তন সাধি অৰিহণা যোগাই আহিছে, প্ৰাচীন ভাৰতবৰ্ষত সাহিত্য-সাধকসকলক স্ৰষ্টা, দ্ৰষ্টা ঋষি নামেৰে অভিহিত কৰা হৈছিল। ৰামায়ণ, মহাভাৰতত থকা ৰাম, জনক ৰজা, সীতা, যুধিষ্ঠিৰ ভীম, দুৰ্য্যোধন, আদি চৰিত্ৰসমূহ অতুলনীয়। বিংশ শতাব্দীতো ভাৰতীয় লেখকসকলৰ অৱদান কম নহয়। বৰ্তমানৰ পতনমুখী সমাজখনক সত্য পথেৰে পৰিচালনা কৰি মানবসমাজৰ কল্যাণৰ হকে সাহিত্য সৃষ্টি কৰাটো লেখকসকলৰ এক মহান দায়িত্ব।

"সাহিত্যৰ বিকাশ" সম্বন্ধটোত কবি গৰাকীয়ে সাহিত্যৰ বিকাশৰ বিষয়ে কৰলৈ গৈ ভাৰতীয় সাহিত্যৰ ওপৰতো আলোকপাত কৰিছে। তেওঁৰ মতে প্ৰাচীন ভাৰতীয় ৰচনা সমূহত যথেষ্ট মনোবিজ্ঞানৰ অৱদান আছে। ভাৰতীয় মনীষীসকলৰ আত্মসচেতনাতাৰ সংযোগত যিজ্ঞানে আত্মপ্ৰকাশ কৰিছিল তাক স্বয়ংজ্ঞাত জ্ঞান বা স্বজ্ঞা বোলা হয়। সেই মনীষীসকলে সাধনাৰে সত্যৰ অন্বেষণ কৰা বিষয় সমূহত দৰ্শন, বিজ্ঞান, কলা, সাহিত্য কাব্য—সকলোকে সামৰি লোৱা হৈছিল। কবিৰ মতে কাব্য হৈছে আত্মাৰ ভাষা, কবিৰ শান্তি-প্ৰিয়তা, নীৰৱতা-প্ৰিয়তাই নিজৰ গোপন সত্তাক অনুভৱ কৰিবলৈ সুযোগ দিয়ে। মহৎ কাব্য একোখনিয়ে এটি নতুন যুগৰ পাতনি মেলিব পাৰে। সাহিত্যত ৰচনা কৌশল অতি অপৰিহাৰ্য্য। সাহিত্যিক, কবিৰ একোটি নিবাৰ্ক সংকেতে যিমান কথা বুজাব পাৰে, মুখৰ কথাৰে সিমান কথা, মনোভাব বুজোৱা অসাধ্য হৈ পৰে।

কবিৰ আন এটি প্ৰবন্ধত বিজ্ঞান-কলাক সংস্কৃতিৰ সমন্বয় বুলি আলোচনা কৰা হৈছে। মানব মনত সত্য আৱিষ্কাৰৰ প্ৰেৰণা, সৌন্দৰ্য্য তৃষ্ণা অথবা কলাৰ প্ৰেৰণা লুকাই থাকে।দেহ বিজ্ঞানৰ লগত মনোবিজ্ঞানো জড়িত হৈ আছে।বিশ্বৰ যিকোনো বিজ্ঞান-অনুশীলন কলা বিবৰ্জিত হ'ব নোৱাৰে। আনকি যান্ত্ৰিক বিজ্ঞান সমূহো সম্পূৰ্ণৰূপে কলাৰ ওপৰত প্ৰতিষ্ঠিত। অতীতত মনোবিজ্ঞান, দেহবিজ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত মানব জীৱনক বিকশিত কৰা পদ্ধতিবোৰৰ সহায়েৰে অতীতৰ ভাৰতীয় শিক্ষাগুৰুসকলে তেওঁলোকৰ শিষ্যক শিক্ষা দান কৰিছিল। প্ৰাচীন ভাৰতৰ শিক্ষাকেন্দ্ৰ বোৰত বিজ্ঞান আৰু কলাৰ সমন্বয়তা সাধন হৈছিল। কবিয়ে সমাজ জীৱনত সাহিত্যৰ

প্ৰভাৱ সম্পৰ্কে আন এটি প্ৰবন্ধ "শান্তিপথ" পুথিখনিত সন্নিবিষ্ট কৰিছে। তেওঁৰ মতে সাহিত্য হ'ল জাতীয় জীৱনৰ মানদণ্ড; যি সাহিত্যক বিশ্বই স্বীকৃতি দিছে, সেই সাহিত্যই উন্নত সাহিত্য। তেওঁৰ মতে সুসাহিত্য পঢ়িলেহে সাহিত্য সৃষ্টিৰ বাবে মনলৈ প্ৰেৰণা আহে। বৰ্তমান স্বাধীন ভাৰতবৰ্ষত গুণী সাহিত্যিক, কবিসকলক সন্মান জনাই পুৰস্কৃত কৰা হৈছে। অসমতো অনেক সুসাহিত্যিকৰ জন্ম হৈছে, তেওঁলোকে নানা দিশত অসমীয়া সাহিত্যক চহকী কৰিছে। কবিৰ মতে অসমীয়া সাহিত্যিকে চুবুৰীয়া পৰ্ব্বতীয়া সংস্কৃতিকো সমাৰি লৈ সাহিত্য ৰচনা কৰা উচিত। জনজাতীয় ভাষাৰ ভাল শব্দবোৰ সংযোজিত কৰিবলৈ চেষ্টা কৰিলে অসমীয়া ভাষাটো বেছি চহকী হ'ব। চিন্তাশীল সাহিত্যিকৰ সৎ চিন্তাধাৰাই সমাজৰ মানদন্ড উন্নত কৰাত সহায় কৰে। কৃতী লেখকসকলৰ ভাল চৰিত্ৰ অংকনে সমগ্ৰ জাতিটোৰেই চৰিত্ৰ গঠনত সহায় কৰে। যৌন বৃত্তি, উত্তেজনাকাৰী অশ্লীল সাহিত্য ৰচনাই সমাজ জীৱনক পতিত কৰে। দেশখন গঢ়িবলৈ হ'লে "নগ্ন" সাহিত্য আতৰাব লাগিব। সাহিত্যিকৰ সমাজৰ প্ৰতি থকা কল্যাণমূলক উদ্দেশ্যই সমাজ জীৱনক নিয়ন্ত্ৰণ কৰাত সহায় কৰে।

সমাজ জীৱনত সংস্কৃতিৰো প্ৰভাৱ যথেষ্ট আছে বুলি আন এটি প্ৰবন্ধত আলোচনা কৰা হৈছে। অতীত ভাৰতবৰ্ষত সমাজ মানবীয় নীতিৰ ওপৰতে ভিত্তি কৰি ৰচনা কৰা হৈছিল। চৰিত্ৰবান মনীষীসকলে ৰচনা কৰা নীতি ব্যৱস্থাক ৰজাৰ পৰা প্ৰজালৈকে সকলোৱেই সন্মান কৰিছিল। ভাৰতবৰ্ষৰ অতীত বুৰঞ্জীত দেখা যায় কেৱল আদৰ্শ ৰক্ষাৰ বাবেই নিজৰ স্ত্ৰী, পুত্ৰ, ৰাজ্য, সম্পত্তি পৰ্য্যন্ত এজোকন ৰজাই বিসৰ্জন দিব পাৰিছিল। ইংৰাজৰ অধীন হোৱাৰ পিছত দেশখনৰ ওপৰত পশ্চিমীয়া সভ্যতাৰ প্ৰভাৱ পৰিবলৈ ললে। পশ্চিমীয়া উন্নত শিক্ষাই দেশখনক বিজ্ঞান তথা কৰ্ম চেতনাৰ প্ৰতি আকৰ্ষিত কৰিলে। অৱশ্যে তাৰবাবে ভাৰতীয় ঐতিহ্য বা সংস্কৃতিক অৱহেলা কৰিলে নহ'ব। এই সংস্কৃতি হ'ল - একোটা জাতিৰ অতীজৰে পৰা গঢ়ি অনা জীৱন ধাৰা। অনেক কৰ্ম, চিন্তা, সাধনাৰে যুগ যুগ ধৰি জাতিটোৰ স্বকীয় জীৱন ধাৰাৰ সৃষ্টি হয়। ভাৰতীয় পৰম্পৰাগত নীতি-জ্ঞান, মানবীয়তা আদৰ্শ আদিৰ ভিত্তিত গঢ়ি উঠা সংস্কৃতি সমগ্ৰ বিশ্ববাসীৰে শ্ৰদ্ধাৰ পাত্ৰ। ভাৰতীয় দৰ্শনে বিশ্বৰ পণ্ডিত সকলক অভিভূত কৰিছে। প্ৰাচীন ভাৰতৰ জ্ঞানী মনীষীসকলৰ সাধনাৰ বলতে ভাৰতীয় দৰ্শনে বিশ্বত এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছে। বিবৰ্তনৰ যুগত ভাৰতবৰ্ষৰ মহান ঐতিহ্য ক্ষয়িষ্ণু হোৱাৰ পথত। সেয়েহে ভাৰতবৰ্ষৰ পুৰুষসকলৰ লগতে নাৰী সমাজেও জ্ঞান-

বিজ্ঞান, শিক্ষা সংস্কৃতিৰ অনুশীলন কৰোতে ভাৰতবৰ্ষৰ পৱিত্ৰ ঐতিহ্য ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱাটো নিতান্তই উচিত হ'ব।

"শান্তিপথ"ত সন্নিবিষ্ট হোৱা "ভাৰতীয় নাৰী" নামৰ প্ৰবন্ধটি বেছ গুৰুত্বপূৰ্ণ প্ৰবন্ধ। আৰ্য্যযুগত ভাৰতীয় নাৰীয়ে পুৰুষৰ সমানেই জ্ঞানৰ অনুশীলন কৰিছিল। সত্যলব্ধ জ্ঞানৰ পৰিচয় দিয়া অতীজৰ সেই নাৰীসকলক "ব্ৰহ্মবাদিনী" নামেৰে সম্মানিতা কৰা হৈছিল। ভাৰতৰ উচ্চবৰ্ণৰ হিন্দুনাৰীৰ একস্বামী গ্ৰহণনীতি ভাৰতীয় ধৰ্মৰ প্ৰধান অংগ। এক স্বামী আৰাধনা কৰা নাৰীক ভাৰতবৰ্ষত "সতী" আখ্যা দিয়া হয়। ভাৰতীয় নাৰীৰ বিবাহ বিচ্ছেদ, বিধবা পত্নীৰ পুনৰায় পতি গ্ৰহণ কাৰ্য্যবোৰ দুষ্কৰ্ম বুলি পৰিগণিত হৈছিল। শিশু কালৰে পৰা ভাৰতীয় নাৰীক ত্যাগৰ শিক্ষা দিয়া হয়। নিজৰ সুখতকৈ আনৰ সুখৰ কথা ভাবিবলৈ শিকা, অতিথিক নিজৰ ভাগৰো আহাৰ দি শুশ্ৰূষা কৰা শিক্ষা কুমাৰী কালৰ পৰাই ভাৰতীয় নাৰীক শিকোৱা হৈছিল। ধৰ্ম পালনৰ অৰ্থে নাৰীক ব্ৰত উপবাস পালন, সংযমৰ শিক্ষা দিয়া হৈছিল। ভাৰতীয় বিভিন্ন ধৰ্মৰ নাৰীসকলৰ মাজত ত্যাগৰ আদৰ্শ ৰক্ষা কৰাটো তেজতে নিহিত আছে। পৱিত্ৰতা ভাৰতীয় নাৰীৰ বৈশিষ্ট। কিন্তু বৈদিক যুগৰে পৰা পতিতা শ্ৰেণীৰ নাৰীসকলেও সুকুমাৰ কলা-সাধন, সংগীত-নৃত্য সাধনাৰে সমাজত এক সম্মানিত জীৱন লাভ কৰিবলৈ সক্ষম হৈছিল। সমাজৰ নিম্নতৰ শ্ৰেণীৰ নাৰীসমাজত উচ্চবৰ্ণৰ নাৰীসকলৰ সমান নীতি-বন্ধনৰ কঠোৰতা নাছিল। স্বামীৰ মৃত্যুত নিম্ন শ্ৰেণীৰ নাৰীয়ে দ্বিতীয় স্বামী গ্ৰহণ কৰাটো স্বাভাৱিক বুলিয়েই ধৰা হৈছিল। একান্নৱৰ্ত্তী ভাৰতীয় পৰিয়াল একোটাত একোগৰাকী নাৰীয়ে প্ৰধান গৃহকৰ্ত্ৰীৰ ভূমিকা নিষ্ঠাৰে পালন কৰিছিল। তেওঁলো কৰ দায়িত্ব তথা সূক্ষ্ম দৃষ্টিৰ বলতে পৰিয়াল বোৰৰ মাজত ভাঙোনে দেখা নিদিছিল। ভাৰতীয় সংস্কৃতিত নাৰীসকলৰো অৱদান কোনো গুণে কম নহয়। বেদৰ অনেক শ্লোক নাৰী-ঋষিসকলে ৰচনা কৰি থৈ গৈছে। এই সকল বিদুষী নাৰীৰ ভিতৰত গাৰ্গী, মৈত্ৰেয়ী, বাক্, যমী, ঘোষা, বিশ্ববৰা সূৰ্য্যা, লোপামুদ্ৰা আদি নাৰীসকলৰ নাম উল্লেখযোগ্য। সেইদৰে সুকুমাৰ কলা সাধনা কৰা নাৰীক অতীজত "ঋত্বিক" বোলা হৈছিল। ৰাজ-ৰাজন্যৰ কুমাৰী কন্যা সকলে নৃত্য-সংগীতৰ সাধনা কৰাটো এক ধৰাবন্ধা নিয়ম আছিল। দেৱ-মন্দিৰত নৃত্য-গীতেৰে দেৱতাক সন্তুষ্ট কৰিবলৈ নৃত্য-গীত পটিয়সী এক শ্ৰেণীৰ নাৰীক নিয়োজিত কৰা হৈছিল, এইসকল নাৰীক "দেৱদাসী" বোলা হৈছিল। প্ৰচিন প্ৰাগজ্যোতিষপুৰত এই দেৱদাসীসকলক দেওধ্বনি

বা দেৱধ্বনি বোলা হৈছিল, এনে নাৰীয়ে ভূত-ভবিষ্যতৰ বিষয়েও হেনো ক'ব পাৰিছিল। জ্যোতিষ বিজ্ঞানৰ অগ্ৰণী ভাৰতবৰ্ষত নাৰীয়েও জ্যোতিষ সাধনা কৰিছিল। জ্যোতিষ বিজ্ঞানত পাৰদৰ্শী এনে এগৰাকী নাৰীৰ নাম আছিল খনা। পিছৰ যুগত অনেক ভক্তিমতী নাৰীয়ে কবিত্বৰ পৰিচয় দিয়ে; সেইসকলৰ মাজত মীৰা বাঈৰ নাম উল্লেখযোগ্য। বুদ্ধ যুগত মালিনী, সংঘমিত্ৰা আদি নাৰীসকলে বুদ্ধ-গাথা ৰচনা কৰিছিল। অসম দেশতো নাৰীয়ে ভক্তিমূলক, আনন্দমূলক গীত ৰচনা কৰিছে। "নাম" বুলি আখ্যা দিয়া এই গীতসমূহ বিভিন্ন শ্ৰেণীত ভগাব পাৰি, যেনে গোপিনী-নাম, আই-নাম, বিয়া-নাম আদি। মোগল সম্ৰাট দুহিতা জাহানাৰাৰ কবিত্ব প্ৰতিভা সকলোতে জনাজাত। বৰ্তমান আধুনিক যুগতো ভাৰতবৰ্ষৰ প্ৰত্যেক প্ৰদেশতে নাৰীয়ে সাহিত্য জগতত অনেক বৰঙণি যোগাইছে। শিক্ষাৰ মুক্ত পৰিবেশে ভাৰতীয় নাৰীক দৰ্শন, বিজ্ঞান, কলা, চিকিৎসা, প্ৰতিৰক্ষা, দেশ ৰক্ষা আদি ক্ষেত্ৰতো অৱদান জনোৱাত সহায় কৰিছে। স্বদেশ প্ৰেমৰ ক্ষেত্ৰতো ভাৰতীয় নাৰী পিছ পৰি থকা নাই। বুৰঞ্জীৰ ৰাজপুত নাৰীসকল, অসমৰ বীৰাংগনা ৰাধা-ৰুক্মিণী, মূলা-গাভৰু আদি, ঝান্সিৰ ৰাণী লক্ষ্মীবাঈ আদি নাৰীসকলে সমুখ সমৰত প্ৰাণ দিছিল, দেশৰ স্বাধীনতা আন্দোলনতো ভাৰতীয় নাৰীৰ ভূমিকা উল্লেখযোগ্য।

উপৰোক্ত প্ৰবন্ধবোৰৰ বাহিৰেও "শান্তিপথ"ত সন্নিবিষ্ট থকা আনকেইটি প্ৰবন্ধ হ'ল—আবহমান কলা-সংস্কৃতিৰ সমন্বয়, 'তৰুণ ভাৰতলৈ উপনিষদৰ উপদেশ', 'তৰুণ শিক্ষাৰ্থীলৈ উপনিষদৰ নৱদীক্ষা', 'সত্য পথৰ সন্ধান', 'পৰম পৰীক্ষা', 'কাব্য-মানস' আৰু 'আনন্দৰ সন্ধান'। এইবোৰ প্ৰবন্ধত ৰচয়িতাৰ গভীৰ চিন্তা-চৰ্চাৰ পৰিচয় পোৱা যায়। ৰচয়িতাই বেদ, উপনিষদ, গীতা আদি ধৰ্মগ্ৰন্থ অধ্যয়ন কৰাৰ ফলতেই এনেবোৰ গভীৰ চিন্তামূলক প্ৰবন্ধ ৰচনা কৰাটো সম্ভৱ হৈ পৰিছে। প্ৰাচীন ভাৰতবৰ্ষত শিক্ষাৰ্থী সকলক গুৰু গৃহত কেনেকৈ আদৰ্শগত নীতি শিক্ষা দিয়া হৈছিল সেই বিষয়ে ৰচয়িতাই বহলভাবে বৰ্ণনা কৰিছে, সেইদৰে জাতিৰ পিতা বাপুজী-মহাত্মা গান্ধীৰ অনেক উল্লেখযোগ্য বাণীৰ আলম লৈয়েই "সত্য পথৰ সন্ধান" প্ৰবন্ধটি ৰচনা কৰা হৈছিল। "পৰম পৰীক্ষা" প্ৰবন্ধটিত উপনিষদৰ এটি কাহিনী সহজভাবে বৰ্ণনা কৰিবলৈ প্ৰয়াস কৰা হৈছে। এই কাহিনীত পুত্ৰ নচিকেতাই সত্য ৰক্ষাৰ অৰ্থে জ্ঞান-স্পৃহাৰ অৰ্থে অনেক ত্যাগ-কষ্ট স্বীকাৰ কৰাৰ মনোৰম উদাহৰণ বৰ্ণনা কৰা হৈছে। সেইদৰে "আনন্দৰ সন্ধান" প্ৰবন্ধটিত প্ৰকৃত আনন্দৰ বিষয়ে

কৰ্বলৈ চেষ্টা কৰা হৈছে। প্ৰবন্ধ ৰচয়িতাৰ মতে অন্তৰ্মুখী চিন্তা, ধ্যান, অভ্যাস আদিৰ জৰিয়তে যি আনন্দ পোৱা যায় তাক কোনো পাৰ্থিৱ বস্তুৱে পাব নোৱাৰি।

"কাব্য-মানস" প্ৰবন্ধটিত কবি গৰাকীয়ে তেওঁৰ দ্বাৰা ৰচিত কেইবাটাও কবিতাৰ ভাবাৰ্থ জনাবলৈ প্ৰয়াস কৰিছে। শৈশৱৰ পৰাই অনুভৱ কৰি অহা মন জগতৰ অপূৰ্ণতা, বেদনা পীড়িত সকলৰ যন্ত্ৰণাৰ প্ৰতি সচেতন হোৱাৰ ফলতেই কবিয়ে আনন্দৰ প্ৰাচুৰ্য্যৰ মাজতো প্ৰায়েই বিষাদ অনুভৱ কৰি থাকে। প্ৰকৃতিৰ সৌন্দৰ্য্য সাধনাত মনে কিছু সকাহ পালেও দুপৰীয়া, নিশাৰ আন্ধাৰৰ নিজানত এই বেদনা, অসম্পূৰ্ণতাৰ পৰা কবিৰ মনে মুক্তি নেপায়, মন-মানসৰ তীব্ৰতৰ চেতনাই কবিক হাতত কলম তুলি ভাব প্ৰকাশ কৰিবলৈ বাধ্য কৰি তোলে। "কাব্য মানস" প্ৰবন্ধটিত তেওঁৰ কিছুমান উল্লেখযোগ্য স্বৰচিত কবিতাৰ ভাবাৰ্থ দিয়া হৈছে। সেই কবিতা সমূহৰ নাম হ'ল—পৰশমণি, সন্ধিয়াৰ সুৰ, অনাহুত, পৰম তৃষ্ণা, সচাঁনে, পাহৰা সপোন, অনুভূতি, মিলনৰ দিব্য অনুভূতি, অতৃপ্তি, সমাধি, প্ৰহৰী, সাৰথি, কোন তুমি, মৌন নিবেদন, শেষ অৰ্ঘ্য, জনমভূমি, দীপশিখা, অসীমজীৱন, নিজা ঠাই, ধ্যেয়, বেণুৰৱ, মহাগীতি নহয় নীৰৱ, ভিখাৰী, মনৰ পৰশ, পূৰ্ণ, আত্মা, মই সুৰ বিশ্ববীণাৰ, বিচাৰ, নাট ঘৰ, বাস্তৱ আৰু কল্পনা, কল্পনা, মুক্তি, নৱচেতনা, ৰূপান্তৰ, জীৱনক কৰো মনোৰমা, মই ভাৰতৰ নাৰী, নাৰী তুমি সৃষ্টি স্থিতি প্ৰলয়কাৰিণী। এইবোৰ কবিতাত কবিয়ে স্বকীয় ভাষাৰে ভাবাৰ্থবোৰ বৰ্ণনা কৰিছে। বেছি ভাগ কবিতাতে কবিগৰাকীৰ অপূৰ্ণতাৰ বেদনাৰ আভাস পোৱা যায়। সেইদৰে "জনমভূমি" কবিতাৰ দৰে কবিতাত কবিৰ দেশ প্ৰেমৰ চানেকী নিহিত হৈ আছে। "ভাৰতৰ নাৰী" আদিৰ দৰে কেইটিমান কবিতাত কবিয়ে ভাৰতীয় নাৰীৰ আদৰ্শ, চৰিত্ৰৰ মহানতা, ত্যাগ স্বীকাৰ আদিৰ বিষয়ে বৰ্ণনা কৰিছে।

মান বিশিষ্ট উনৈছটি প্ৰবন্ধ সন্নিবিষ্ট হৈ থকা "শান্তি পথ" গ্ৰন্থখনি কবি নলিনীবালা দেৱীৰ এক উল্লেখযোগ্য সৃষ্টি। কবি বুলি খ্যাতনামা এই গৰাকী মহিলাৰ যে এটি গভীৰ, অধ্যয়নকাৰী চিন্তা পুষ্ট মন মানসো আছে তাক "শান্তিপথ" অধ্যয়ন কৰিলেই পাঠকে উপলব্ধি কৰিব পাৰিব।



# নলিনীবালাৰ জীৱনীগ্ৰন্থ ঃ ইয়াৰ ভাষা আৰু শৈলী

## স্বৰ্ণ গোস্বামী

অসমৰ কাব্যজগতৰ এটি অতি চিনাকি নাম নলিনীবালা দেৱী। তেওঁ একেধাৰে কবি, শিশুসাহিত্যিক, নাট্যকাৰ আৰু জীৱনীকাৰ হিচাপেও অসমৰ বৰেণ্য সাহিত্যিক সকলৰ মাজত স্থান লাভ কৰিবলৈ সক্ষম হৈছিল। সাহিত্যৰ ক্ষেত্ৰত নিৰলস ভাৱে আগবঢ়োৱা তেওঁৰ অৱদান অসমবাসীৰ আপৰুণীয়া সম্পদ। অসমৰ স্বনাম ধন্য কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ সুযোগ্যা কন্যা, অসমীয়া ৰামায়ণৰ প্ৰথম প্ৰকাশক ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈৰ নাতিনী নলিনীবালা দেৱীয়ে ১৮৯৮ (ওঠৰশ আঠানৱৈ) চনত জন্ম গ্ৰহণ কৰি ১৯০৯ চনত শিৱসাগৰৰ জীৱেশ্বৰ চাংকাকতিৰ লগত বিবাহ পাশত আৱদ্ধ হৈ পাঁচোটি সন্তানৰ মাতৃ হোৱাৰ পাছতে ১৯১৭ চনত বৈধব্য বৰণ কৰে। কুৰি বছৰ বয়সতে বিধবা হোৱা নলিনী বালা দেৱীয়ে নিজৰ একনিষ্ঠ সাধনাৰ গুণত চৰকাৰৰ দ্বাৰা পদ্মশ্ৰী উপাধি আৰু সাহিত্য অকাডেমী বঁটা লাভৰ উপৰিও অসম সাহিত্যসভাৰ ২৩শ অধিবেশনৰ সভানেত্ৰী, মইনা পাৰিজাত, সৰ্বভাৰতীয় শিশু অনুষ্ঠান মণিমালা, বিভিন্ন কবি সন্মিলন, মহিলা সমিতি আদিৰ সভানেত্ৰীৰ পদ অলংকৃত কৰি সগৌৰৱে নিজৰ যোগ্যতাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছিল। (ইয়াৰ পূৰ্বে কোনো মহিলা সাহিত্য সভাৰ সভানেত্ৰী হোৱা নাছিল।) ১৯৬৪ চনত নলিনী বালা দেৱী সৰ্বভাৰতীয় কবি সন্মিলনৰ সভানেত্ৰী নিৰ্বাচিত হয় আৰু দিল্লীত অনুষ্ঠিত কবি সন্মিলনত স্বৰচিত কবিতা পাঠ কৰে। ১৯৭৫ চনত তেওঁ বিশ্ব হিন্দী সন্মিলনত অসমৰ প্ৰতিনিধিত্ব কৰি স্বৰচিত কবিতা পাঠ কৰি ভাৰতৰ বিভিন্ন প্ৰান্তৰতো যে তেওঁৰ খ্যাতি পৰিব্যাপ্ত সেই কথা প্ৰমাণ কৰি দেখুৱালে। স্ত্ৰী শিক্ষাৰ সংকট কালত জন্মগ্ৰহণ কৰা নলিনী বালা দেৱীয়ে শিক্ষা সংস্কৃতি প্ৰেমী পিতৃৰ যত্নত চহৰৰ বচা বচা শিক্ষকৰ অধীনত ঘৰতে বুৰঞ্জী, ভূগোল, সংস্কৃত আদি বিষয় সমূহৰ শিক্ষা স্নাতকোত্তৰ মহলাৰ সমপৰ্যায়লৈকে লাভ কৰি সাত খন কবিতাৰ পুথি, তিনিখন জীৱনী গ্ৰন্থ, এখন আত্মজীৱনী আৰু ভালেকেইখন শিশু গ্ৰন্থ লিখি

উলিওৱাটো সাধাৰণ কথা নহয়। আত্মবিশ্বাস আৰু চেষ্টাৰ বলত মানুহে কৰিব নোৱাৰা কাম নাই। এহাতে ভগৱৎভক্তি আনহাতে স্বদেশপ্ৰেম এই দুই ভাবধাৰাৰ সমন্বয় আৰু শৰীৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই থকা অতীন্দ্ৰীয়বাদৰ উঁহে নলিনীবালা দেবীক এগৰাকী ভাৰতীয় মহীয়সী নাৰী হিচাপে প্ৰতিষ্ঠিত কৰিলে।

নলিনীবালা দেবী মূলতঃ এগৰাকী বিশিষ্ট কবি হিচাপে জনাজাত যদিও তেওঁ কেৱল কাব্য জগততে বিচৰণ কৰি নাথাকি কেইবাখনো গদ্য পুথি ৰচনা কৰি গদ্য সাহিত্যতো নিপুণ হাতৰ পৰিচয় দিছিল। তেওঁৰ স্মৃতিতীৰ্থ, বিশ্বদীপা আৰু চৰ্দাৰ বল্লব ভাই পেটেল নামৰ গ্ৰন্থ তিনিখনে বিভিধ জ্ঞানদৰ্শনত তেওঁৰ দখলৰ কথা সোঁৱৰাই দিয়ে আৰু তেওঁৰ অধ্যয়নপুষ্ট মানসিকতাৰ ইতিবাচক সঁহাৰি দিয়ে।

(১) **স্মৃতিতীৰ্থ ঃ** 'স্মৃতিতীৰ্থ' নলিনীবালা দেবীৰ পিতৃ কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ কৰ্মবহুল আৰু ঘটনাবহুল জীৱনৰ সুদীৰ্ঘ বৰ্ণনা; লগতে ইয়াক সমসাময়িক ৰাজনৈতিক পৰিস্থিতিৰ এখন পূৰ্ণ পৰ্য্যায়ৰ দলিল বুলিব পাৰি। ভাৰতৰ লগতে অসমৰ অসহযোগ আন্দোলন, বিদেশী বস্ত্ৰ দাহ যজ্ঞ, পুলিচ মিলিটাৰীৰ অত্যাচাৰৰ ফলত জনসাধাৰণৰ স্বাভাবিক জীৱন যাত্ৰাৰ যতি, মূল্যবোধ, অৰ্থনৈতিক স্থিতাৱস্থা, ৰাজনৈতিক ধ্যান-ধাৰণা, সামাজিক বিশ্বাস-অবিশ্বাস— এই সকলোবোৰৰে এখন প্ৰামাণ্য ইতিহাস বুলিব পাৰি এই স্মৃতি তীৰ্থ। ইয়াত বহুতো বিচিত্ৰ লোকৰ চৰিত্ৰৰো বৰ্ণনা আছে, যিবিলাক সম্যক আৰু সুক্ষ্ম অধ্যয়ণৰ দ্বাৰা মানৱ চৰিত্ৰৰ বৈচিত্ৰ্যৰ আভাস পাব পাৰি। প্ৰাকস্বাধীনতাৰ পৰা উত্তৰ স্বাধীনতাৰো প্ৰায় দেৰকুৰি বছৰজোৰা ঘাত-প্ৰতিঘাত ভৰা ঘটনাৱলীৰ সজীৱ বৰ্ণনা আৰু নবীন চন্দ্ৰ বৰদলৈৰ ব্যক্তিত্বৰ পৰিচয়ৰ লগতে তেওঁৰ আদৰ্শই কন্যা নলিনীবালা দেবীৰ মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল তাৰো উমান পোৱা যায় পুথিখনত। আধ্যাত্মিক জীৱনযাপনৰ আভাস 'স্মৃতিতীৰ্থ'ত বৰ্তমান। মুঠতে স্মৃতিতীৰ্থ অসমীয়া জীৱনী সাহিত্যৰ এটা উল্লেখযোগ্য পৃষ্ঠা হৈ ৰ'ব।

অসমত ৰাজভক্ত প্ৰজাক স্বাধীনতা কি বস্তু তাক বুজাবলৈ বহুত কষ্ট কৰিবলগীয়া হৈছিল—তাৰ বৰ্ণনা 'স্মৃতিতীৰ্থ'ত এনেদৰে দিছে—

"১৯২০-২১ চনৰ কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য অতি সুকঠিন আছিল, হোজা গাঁৱলীয়া মানুহক ইংৰাজ ৰাজৰ বিৰুদ্ধাচৰণ কৰিবলৈ কোৱাত ৰাইজে প্ৰথমে বলিয়াৰ বকনি যেনহে শুনিছিল। মানুহে সেৱক সকলৰ কথা বিশ্বাস কৰিবলৈ টান পাইছিল। অজ্ঞা

গাঁৱলীয়া ৰাইজৰ মাজত প্ৰচাৰ কৰিবলৈ যাওঁতে কত সেৱকে যে মাৰকিল, গালি শপনি খাইছে তাৰ লেখজোখ নাই।”

সংখ্যাগৰিষ্ঠ নহলেও তেতিয়াৰ দিনত মহিলা সকলেও দেশৰ কাম কৰিবলৈ ওলাই অহাটো তাৎপৰ্য্যপূৰ্ণ কথা— “মহিলা প্ৰচাৰিকা দলৰ পৰা কামৰূপ অঞ্চলত স্নেহলতা দেৱী বৰুৱা, ধৰ্মদা দেৱী, গিৰিজা দেৱী আদি মহিলা সকলে প্ৰচাৰ কাৰ্য্যত আত্মনিয়োগ কৰিছিল। শ্ৰীযুতা বৰদলৈ ডাঙৰীয়ানীয়ে কেইগৰাকীমান মহিলাৰে ডিব্ৰুগড়ৰ গাঁৱত প্ৰচাৰ কৰিবলৈ যাওঁতে ৰাইজে টাঙোন লৈ মাৰিবলৈ খেদি আহিছিল।”

সেই সময়ত বৃটিছৰ পুলিচে দেশসেৱকক অতি নিকৃষ্ট ব্যৱহাৰ কৰিছিল—“এদিন শুনিবলৈ পালোঁ ৰোহিনী কুমাৰ চৌধুৰী, বিষ্ণুৰাম মেধি, গৌৰীকান্ত তালুকদাৰ, অম্বিকাগিৰি ৰায়চৌধুৰী, মৌলবী তৈয়বুল্লা চাহাব আৰু নিধিৰাম তালুকদাৰক হাতীবন্ধা জৰিৰে সাঙুৰি বান্ধি তেজপুৰলৈ লৈ গৈছে।”

অভাৱেই আৱিষ্কাৰৰ মূল। বৃটিছৰ দমন নীতিৰ বিবৰণ বিলাক প্ৰচাৰ কৰিবলৈ কেইজনমান তীক্ষ্ণধী লোকে কেনেকৈ লিথো যন্ত্ৰ তৈয়াৰ কৰি লৈ কাম চলাইছিল ভাবিলে আচৰিত যেন লাগে—“দমননীতিৰ বিবৰণ বিলাক ছপাবলৈ লক্ষ্মীনাথ দাস, প্ৰেমদা বৰুৱা আৰু অপূৰ্ব বৰদলৈয়ে অতি পৰিশ্ৰম কৰি হাতেৰে কাটি এটি লিথো যন্ত্ৰ তৈয়াৰ কৰে। সেই যন্ত্ৰত ছপা হৈ দিনে দিনে হেজাৰ হেজাৰ কংগ্ৰেছ বুলেটিন ওলাবলৈ ধৰিলে।”

পুৰণি ৰীতি নীতি, সাজপাৰ আদিৰ বৰ্ণনাও নলিনীবালা দেৱীৰ কাপৰ জলঙাইদি সৰকি যাব পৰা নাই—“সেই দিনৰ দৰাৰ সাজ আছিল অসমীয়া ধৰণৰ। অসমৰ ডা-ডাঙৰীয়া সকলৰ ধৰণৰ আছিল দৰাৰ সাজপাৰ। মূৰত গুণাৰ কামকৰা অসমীয়া পাগুৰি, গাত কাৰ্চিপৰ বা গোমচেঙৰ দীঘল এঙাচোলা, হাতত গামখাৰু, কাণত লোকাপাৰ, ডিঙিত সাতসৰি বা মালামণি, পাটৰ চুৰীয়া, গুণাৰ ফুলবচা চেলেং।... ...অসমৰ জাতীয় সাজপাৰৰ পাগ এটি অপৰিহাৰ্য্য সাজ, এনেয়ে নিপিন্ধিলেও অন্ততঃ বিয়াৰ দিনা দৰা হওঁতে পিন্ধিব লাগে।”

স্ত্ৰীশিক্ষাৰ প্ৰতি আগ্ৰহী হলেও, ঘৰুৱা শিক্ষকৰ তত্বাৱধানত নিজৰ কন্যাক শিক্ষা দিলেও তিৰোতাক বিদ্যালয়লৈ পঠিওৱাৰ বিৰোধী আছিল নবীন চন্দ্ৰ বৰদলৈ, অৱশ্যে কোনো তিৰোতাক উচ্চশিক্ষা নিদিবলৈ কোৱা নাছিল, কিন্তু পশ্চিমীয়া আদৰ্শ লৈ তিৰোতাই নিজৰ হুদা এৰিবলৈ মানা কৰিছিল। ভাৰতীয় তিৰোতাৰ আদৰ্শৰ বিষয়ে

প্ৰবাসৰ ডায়েৰীত লিখিছিল—“তিৰোতাক যিমান পাৰা উচ্চশিক্ষা দিয়া, যিমান পাৰা মানসিক উন্নতিৰ উপায় কৰা; কিন্তু ভাৰতবাসী হিন্দু মুছলমান ভাইসকল সাৱধান ! নিজৰ আত্মসম্মান চিৰকাললৈ ভাৰত সাগৰত ডুবাই দিয়াৰ দৰে তোমালোকৰ দেবীস্বৰূপা গৃহলক্ষ্মী সকলৰ আত্মসম্মান বোধ যেন ডুবাই নিদিয়া।”—

নবীন চন্দ্ৰ বৰদলৈ সংস্কাৰমুক্ত নাছিল। স্মৃতিতীৰ্থতে নলিনীবালা দেৱীয়ে লিখিছে “মোৰ কুৰি বছৰ বয়স। বৈধব্যৰ নিৰাভৰণ বেশ লৈ ঘৰভৰা পৰিয়ালাৰ মাজত যেতিয়া মই থিয় হলোঁ—ঘৰত হাহাকাৰৰ ৰোল উঠিল। মোৰ আইতাই ক’লে - আই, মই তোৰ এই বেশ চাব নোৱাৰোঁ। তই ঘৰত সদায় পাটৰ ৰিহা মেখেলা পিন্ধি থাকিবি। পিতৃদেৱে ক’লে - নহয়, আই, কিয় পাটৰ ৰিহা মেখেলা পিন্ধিব ? মোৰ আইক মই ইমান দিনে মনৰ জোখাৰে বচা বচা অলংকাৰ আৰু সাজপাৰেৰ সজাই চাই ভাল পাইছিলোঁ। আজিৰ পৰা ভাল পাম অন্তৰে বাহিৰে মহাশ্বেতাৰ শুভ্ৰৰূপ চাবলৈ।”

অসহযোগ আন্দোলনৰ সময়ত আন্দোলন কাৰীৰ ওপৰত কিদৰে অত্যাচাৰ কৰা হৈছিল তাৰ উমান পাব পাৰি ভাৰত ব্যৱস্থা পৰিষদত দিয়া নবীন চন্দ্ৰ বৰদলৈৰ বিবৃত্তিত— “১৯২১ চনত এজন চিভিলিয়ান কৰ্মচাৰীয়ে এদল গুৰ্খা লৈ বকোলৈ জৰিমনা আদায় কৰিবলৈ গৈছিল। সেই সময়ত বকো অসহযোগ আন্দোলনৰ কেন্দ্ৰ আছিল। যি সকলে জৰিমানা আদায় দিবলৈ সন্মত নহ’ল তেওঁলোকক ৰাতি নৈৰ পানীত বান্ধি ৰখা হৈছিল। আৰু দিনত হাতকেৰেয়া দি জৰিমনা আদায় নিদিয়ালৈকে সূৰ্যৰ মুখে থিয় কৰাই ৰখা হৈছিল।”

নবীন চন্দ্ৰ বৰদলৈ কেৱল ৰাজনীতিকেই নাছিল তেওঁ এগৰাকী কবি আৰু সুৰ সাধকো আছিল—“মাতৃপূজা পূৰ্ণ কৰিছিল যোড়সোপচাৰে, কবি বৰদলৈয়ে হিয়াভৰা মাতৃ বন্দনা সঙ্গীতেৰে। স্কুলীয়া ছাত্ৰ অৱস্থাৰ পৰাই ৰচনা কৰা গীত বিলাকত সুৱলা ৰচনাভঙ্গী, কবিত্ব শক্তি আৰু সঙ্গীতানুৰাগৰ পৰিচয় পোৱা যায়। বৰদলৈদেৱ নিজে এজন সুগায়ক আৰু কবি আছিল। অসমৰ সাহিত্য তঁৰাললৈ তেওঁ ভালেখিনি দান দিছে। অনিতা গেৰিবল্ডি, কৃষ্ণলীলা, গৃহলক্ষ্মী, তীৰ্থযাত্ৰী আৰু বহু অপ্ৰকাশিত পুথি এৰি থৈ গৈছে।

মাতৃপূজাৰ বাবে দেশবাসীক উদাৰ কণ্ঠে আবেগকম্পিত সুৰে আহ্বান কৰিছিল—

ডেকা গাভৰুৰ দল
বীৰ বীৰাঙ্গনাৰ দল

নতুন তেজেৰে ৰাঙলী ৰূপহী কৰহি ধৰনীতল
খোজৰ ভৰত কপোঁক ধৰণী
তৰুণ চকুত জ্বলোক অগনি
শত সহস্র মৃত্যু নেওচি ব'ল আগুৱাই ব'ল।

আকৌ গাইছিল—

"আই ঐ চেনেহী শুৱনি আই ঐ
কেনেকৈ পূজিম তোক ?
মন্দিৰ দুৱাৰ ৰোধ কৰি
সমাধান দে ঐ মোক
শত সহস্র নবীন পূজাৰী দুৱাৰতে আছে বৈ
ভক্তি কুসুমে নৈবেদ্য সজাই
তৰুণ তেজেৰে কৰণি ভৰাই
মাতৃমন্ত্র জপিছে সঘনে পূজা মতলীয়া হৈ।"

নবীন চন্দ্র বৰদলৈক তেখেতৰ স্পষ্ট আৰু তেজস্বী যুক্তিপূর্ণ বাগ্মিতাৰ বাবে 'কর্মবীৰ' উপাধি দিয়া হৈছিল। আৰু গাম্ভীর্য্যপূর্ণ ওজস্বিতাৰ বাবে 'অসমৰ মুকুটবিহীন সম্রাট' বুলিও কোৱা হৈছিল। নলিনীবালা দেৱীৰ ভাষাত—"দেশে তেখেতক ইন্দ্রজিতৰ দৰে তর্কযোদ্ধা, বিশ্বামিত্রৰ দৰে খঙাল, বশিষ্ঠৰ দৰে ক্ষমাশীল আৰু জন্মভূমিৰ গৌৰৱত সুমেৰু সমান উচ্চ শিৰ দেখুওৱা অপ্রতিদ্বন্দী নায়ক বুলি সর্বোচ্চ প্রদান কৰিছে।"

স্পষ্টবাদিতা আৰু সাহসিকতা নবীনচন্দ্র বৰদলৈৰ জন্মগত গুণ আছিল। জেলত থকা সময়ৰ এটি ঘটনাৰ উল্লেখে তেখেতৰ সাহসিকতাৰ সাক্ষ্য দিয়ে—"ছিলেট জেলত ভালেমান কম বয়সীয়া ছিলটীয়া ৰাজবন্দীক প্রখৰ ৰ'দত ঘাঁহ উঘলা কামত লগোৱা দেখি বৰদলৈ ডাঙৰীয়াই ,সহিব নোৱাৰিলে। জেলৰ অধ্যক্ষৰ লগত যুক্তি তর্কৰে যুঁজি সেই কামৰ পৰা বন্দী বিলাকক অব্যাহতি দিয়ালে। তাৰ উপৰি ল'ৰা বিলাকক নিজৰ তত্বাৱধানত ৰামায়ণ, মহাভাৰত আদিৰ পৰা নানা শিক্ষা দিবলৈ ধৰিলে।"

১৯৩৬ চনত কর্মবীৰ নবীন চন্দ্র বৰদলৈদেৱৰ কর্মময় জীৱনৰ ওৰ পৰে—এৰি থৈ যায় কেৱল আদর্শ আৰু আদর্শ। বৰদলৈদেৱৰ মৃত্যুত অসম আৰু অসমৰ বাহিৰৰ

লোকসকলে প্ৰেৰণ কৰা সমবেদনা, শোকবাৰ্ত্তা আদি সংগ্ৰহ কৰি লেখিকাই 'স্মৃতিতীৰ্থ'ত সেইবোৰ হুবহু প্ৰকাশ কৰিছে। লগতে কিতাপখনৰ পৰিশিষ্টত বৰদলৈদেৱৰ চাৰিটি বক্তৃতাও অকনো খতিখুন নোহোৱাকৈ সন্নিবিষ্ট কৰালৈ চাই নলিনীবালা দেৱীৰ স্মৰণশক্তি আৰু নিপুণ বৰ্ণনাক্ষমতাক শলাগিবই লাগিব। ইমানবোৰ ঘটনাৰ সুদীৰ্ঘ বৰ্ণনাৰ ক'তো আউল লগা নাই, ক'তো প্ৰসংগ সংগতি ৰক্ষা নোহোৱাকৈ থকা নাই—ইয়াৰ বাবেও লেখিকা প্ৰশংসাৰ পাত্ৰী।

মুঠতে 'স্মৃতিতীৰ্থ' এখনি অত্যাৱশ্যকীয় সুখপাঠ্য।

(২) **চৰ্দ্দাৰ বল্লভ ভাই পেটেল ঃ** প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত ১৯৬৬ চনত প্ৰকাশিত, নলিনীবালা দেবী ৰচিত 'চৰ্দ্দাৰ বল্লভ ভাই পেটেল' নামৰ পেটেলৰ জীৱনীখন আকাৰত ক্ষুদ্ৰ হলেও ই পেটেলৰ কৰ্মময় জীৱনৰ সমস্ত সৰু বৰ ঘটনাৰ বিবৰণী সামৰি লবলৈ সক্ষম হৈছে। ভাৰতৰ মুক্তিৰ বাবে কৰা প্ৰথম বিপ্লৱ ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ। সেই সময়ত যি সকল সাহসী পুৰুষে বৃটিছ শক্তিৰ বিৰুদ্ধে বিপ্লৱত আগভাগ লৈছিল সেই সকলৰ ভিতৰত বোম্বাই প্ৰদেশৰ কয়ৰা জিলাৰ কৰমচাঁদ গাঁৱৰ জবেৰীভাই পেটেলো এজন। এই গৰাকী বীৰ পিতৃৰ শৌৰ্য্য, সাহস আৰু শক্তিৰ পূৰ্ণ অধিকাৰী হৈ জন্ম গ্ৰহণ কৰে ভাৰতৰ মুক্তি যুঁজৰ অগ্ৰণী পুৰুষ চৰ্দ্দাৰ বল্লভ ভাই পেটেলে।

জবেৰীভাই কেনে সাহসী আৰু স্পষ্টবাদী আছিল তাৰ প্ৰমাণ দিবলৈ নিম্নোক্ত ঘটনাটো যথেষ্ট হব—"গুজৰাটৰ এজন সামন্ত ৰজাৰ মন্ত্ৰীয়ে কিবা এটি অভিযোগত অভিযুক্ত কৰি জবেৰী ভাই পেটেলক বন্দী কৰি ৰজাৰ চ'ৰাত বিচাৰৰ কাৰণে উপস্থিত কৰিলে। সেই সময়ত ৰজাই পাত্ৰমন্ত্ৰী সমন্বিতে ডবাখেলাত ব্যস্ত আছিল। পাইকে বন্দী জবেৰীভাইক ৰজাৰ কাষত ঠিয় কৰালে। জবেৰীভাই এজন পাকৈত ডবা খেলুৱৈ। ৰজাই ভুল কৰি গুটি চলোৱা দেখি খেলুৱৈ জবেৰীভাই থিৰে থাকিব নোৱাৰিলে। তেওঁ পাহৰি গ'ল যে তেঁওঁ ৰাজবন্দী অপৰাধী। তেঁও আগবাঢ়ি গৈ ৰজাৰ গুটিটো শুদ্ধ ঠাইত পাতি দিলে। ৰজাই নিজৰ ভুল বুজিলে। কিন্তু আচৰিত হ'ল এই বন্দীজনৰ সাহস দেখি। ৰজাই জবেৰীভাইক মুক্ত কৰিয়েই ক্ষান্ত নহ'ল, বিচক্ষণ বুদ্ধিসম্পন্ন তেজস্বী আৰু সাহসী লোক জবেৰীভাইক কৰ্মচাৰীৰ সম্মানৰ আসন আগবঢ়ালে।"

পিতৃৰ গুণৰে বিভূষিত বল্লভভাই পেটেলো সৰুৰে পৰাই সাহসী আছিল। স্কুলীয়া কালৰ ঘটনা—"এজন শিক্ষক বহুত পলমকৈ ক্লাছলৈ আহে। ল'ৰাবোৰে নানাধৰণৰ

ঠাট্টা তামাচা কৰি শিক্ষকজনক বহুৱা তোলে। শিক্ষকজনে ল'ৰাবোৰৰ দলপতি কোন বুজি পায়। বল্লভভাইৰ ওপৰত পোতক তুলিবলৈ টান টান অঙ্ক কিছুমান ঘৰত কৰি আনিবলৈ দিলে। বল্লভভায়ে অঙ্ক নকৰাকৈয়ে সুদা বহী লৈ স্কুললৈ আহিল। পিচদিনা শিক্ষকে আৰু কিছুমান টান অঙ্ক দিলে। পিচদিনাও সুদা বহী লৈ স্কুললৈ আহিল। এইদৰে প্ৰতিদিনৰ অংক গোট খাই দুশমান অঙ্ক হ'ল। শিক্ষকে নিৰুপায় হৈ বল্লভভাইক প্ৰধান শিক্ষকৰ ওচৰলৈ লৈ গ'ল। প্ৰধান শিক্ষকৰ আগত বল্লভভায়ে ক'লে, "এনে টান অঙ্ক আমাক শিকোৱাই নাই; মই কেনেকৈ কৰিম ?' প্ৰধান শিক্ষকে বিচাৰ কৰি চাই শিক্ষকক খংকৰি শ্ৰেণীৰ অনুপযোগী এনে অঙ্ক নিদিবলৈ সাবধান কৰি দিলে।" আকৌ এদিন—"পলমকৈ অহা শিক্ষকজনৰ ক্লাছত বল্লভভায়ে দল বল লৈ চিঞৰি চিঞৰি গান গাই থাকে। শিক্ষকে বেত লৈ খেদা মাৰি আহিলে বল্লভভায়ে আগবাঢ়ি আহি কয়—'চাৰ আপুনি পঢ়ুৱাবলৈ সময়মতে ক্লাছলৈ নাহে, আমি গান নাগাই কি কৰিম ? আপুনি নিজে নিজৰ কৰ্ত্তব্যলৈ আওকাণ কৰি আমাকো কৰ্ত্তব্যলৈ আওহেলা কৰিবলৈ শিকাইছে দেখোন। আপুনি পঢ়োৱাৰ সময়ত অফিচত বহি গল্প কৰি আছে, সেইবাবে আমিও পঢ়াৰ সময়ত গান গাইছোঁ।' উপায় নাপাই শিক্ষকজন নিয়মতে ক্লাছলৈ আহিবলৈ ল'লে।" 'চৰ্দাৰ বল্লভ ভাই পেটেল'ত লেখিকাই ক্ৰম অনুসাৰে ঘটনাবোৰ সজাই জীৱনীখন আগবঢ়াই নিবলৈ সক্ষম হৈছে। ইয়াত ৰাউলাত আইন, অমৃতসৰ কংগ্ৰেছ, জাতীয় সপ্তাহ, কলিকতা কংগ্ৰেছ, গান্ধীজীৰ গ্ৰেপ্তাৰ, ভাৰতজোৰা অসহযোগ আন্দোলন, বৃটিছৰ দমননীতি, স্বৰাজ্য দল গঠন, কৃষক সত্যাগ্ৰহ, খেতিয়কৰ ওপৰত চৰকাৰৰ নিৰ্য্যাতন, ব্যৱস্থা পৰিষদৰ সদস্য সকলৰ পদত্যাগ, মহাত্মাজীৰ লোণ আইন অমান্য, গান্ধী আৰউইন চুক্তি, মহাত্মাৰ লণ্ডন যাত্ৰা, কৰাচী কংগ্ৰেছৰ সভাপতি চৰ্দাৰ পেটেল, কংগ্ৰেছৰ সভাপতি জৱাহৰলাল, কংগ্ৰেছ অনুশাসনৰ প্ৰস্তুতি, কংগ্ৰেছ মন্ত্ৰীসভা গঠন, মাদক দ্ৰব্য বৰ্জন আৰু প্ৰজাস্বত্ব আইন প্ৰৱৰ্ত্তন, দ্বিতীয় মহাসমৰ, চিমলা বৈঠক, মুছলীম লীগ, ভাৰতৰ স্বাধীনতা, স্বাধীন ভাৰতৰ সংগঠন, ভাৰত সংগঠনত আত্মনিয়োগ, জমিদাৰী উচ্ছেদ আদি সেইসময়ৰ সমসাময়িক ঘটনাৱলীৰ নিখুঁত বৰ্ণনা লেখিকাই সহজ সৰল ভাষাৰে প্ৰস্তুত কৰি কিতাপখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে। ভাৰতৰ লগতে অসমৰো বহু কথা সন্নিবিষ্ট কৰি বুৰঞ্জীজ্ঞানৰ পৰিচয় দিছে—"অসমত জাতীয় সপ্তাহ - বুৰঞ্জীবিখ্যাত অমৃতসৰ কংগ্ৰেছত অসমৰ *নবীনচন্দ্ৰ বৰদলৈয়ে যোগদিছিল*। তেতিয়াৰে পৰা

অসমেও জাতীয় সপ্তাহ পালনৰ ব্ৰত ল'লে। ৬ এপ্ৰিল আৰু ১৩ এপ্ৰিল তাৰিখে সদৌ অসম জুৰি উপবাস আৰু প্ৰাৰ্থনাৰে কটায়।"

**স্বৰাজ্য দল গঠন**—"স্বৰাজ্য দল গঠনত অসমতো নবীন চন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধি, তৰুণ ফুকন, গোপীনাথ বৰদলৈ আদিয়ে পূৰ্ণ সহযোগ আগবঢ়াইছিল।"

"**কলিকতা কংগ্ৰেছ**—এইবাৰ মুক্তি আন্দোলনৰ আহ্বানত স্কুল কলেজ বৰ্জন কৰি ছাত্ৰশক্তিয়ে মুক্তি আন্দোলনত অংশ গ্ৰহণ কৰা প্ৰস্তাৱ গৃহীত হয়। অসমৰ ছাত্ৰসকলেও স্কুল কলেজ বৰ্জন কৰি ঘৰৰ পৰা বহুতে খেদা খাইও মুক্তি আন্দোলনত যোগ দি দেশত বলিয়াবানৰ সৃষ্টি কৰিলে।"

কৰাচী কংগ্ৰেছত জাতিৰ সৰ্ব্বোচ্চ সম্মানিত পদ সভাপতিৰ আসনত বহুৱাই ভাৰতৰ অবিসম্বাদী নেতা বল্লভভাই পেটেলক ভাৰতবাসীয়ে শ্ৰেষ্ঠ সম্মানেৰে সম্মানিত কৰিলে।

১৯৩৯ চনত আৰম্ভ হোৱা দ্বিতীয় মহাসমৰে ভাৰতবৰ্ষলৈ দুৰ্নীতি আৰু পাপৰ ক'লা বজাৰখন মেলি ভাৰতবৰ্ষৰ এটা অধঃপতনৰ বাট মোকলাই দিয়াত সহায় কৰিলে—এই কথা নলিনীবালা দেবীয়ে স্পষ্ট ভাষাৰে কৈ গৈছে।

১৯৪২ চনৰ আঠ আগষ্ট তাৰিখে বহা বোম্বাই কংগ্ৰেছত "কুইট ইণ্ডিয়া"—এই ভয়ানক প্ৰস্তাৱ গৃহীত হ'ল। ভাৰতৰ এজন নেতাও বাহিৰত নৰ'ল—সকলো বন্দী হ'ল। অসমতো এই দেশ উতলোৱা অগ্নি বিপ্লৱত প্ৰাণ দিলে কনকলতা, ভোগেশ্বৰী, কুশল কোঁৱৰ, তিলক ডেকা, মুকুণ্ড কাকতিকে আদি কৰি অগনন শ্বহীদে।

১৯৪৫ চনত কাৰাগাৰৰ পৰা ওলাই আহি জনতাক সম্বোধন কৰি বজ্ৰ নিৰ্ঘোষ কণ্ঠেৰে চৰ্দ্দাৰ পেটেলে কৈছিল—"বৃটিছে ভালদৰে জানি লওক যি দিনা ভাৰতবৰ্ষই সভ্যতা সংস্কৃতি আৰু উন্নতিৰ উচ্চ শিখৰত আৱস্থিত আছিল পৃথিৱীৰ বহুদেশেই ভাৰতৰ শাৰীত ঠিয় হব পৰা নাছিল। তেতিয়া বৃটেন আছিল সভ্যতাৰ আদি যুগত - গতিকে বৃটেনৰ সুশাসন পদ্ধতি বুলি ভাৰতবৰ্ষই কোনো যুক্তি মানি লব নোৱাৰে।"

জিন্নাৰ আঁকোৰ গোজালিত মুছলীম লীগে দিয়া পাকিস্তানৰ প্ৰস্তাৱত চৰ্দ্দাৰ পেটেলে তীব্ৰ বিৰোধিতা কৰিছিল যদিও তেওঁৰ মত খটুৱাব নোৱাৰিলে। ১৯৪৭ চনত ভাৰত দ্বিখণ্ডিত হৈ স্বাধীনতা পোৱাত ভাৰতবাসীয়ে পূৰ্ণৰূপে আনন্দ নপালে।

চৰ্দ্দাৰ বল্লভাই পেটেলৰ মৃত্যুৰ বৰ্ণনা লেখিকাই নিজৰ ভাষাৰে দিছে—"মহাকালৰ আহ্বান প্ৰতিৰোধ কৰে কাৰ শক্তি ? এটি মহাজীৱনৰ দীপশিখা নুমাই গ'ল।"

কিতাপখনৰ শেষত চৰ্দাৰজীৰ ভাষণাৱলীও সংগ্ৰহ কৰি হুবহু তুলি দি লেখিকাই অধ্যয়ণ পুষ্টতাৰ পৰিচয় দিছে।

মুঠতে 'চৰ্দাৰ বল্লভভাই পেটেল' এখনি সৰ্বাংগ সুন্দৰ জীৱনীগ্ৰন্থ—য'ত এগৰাকী মহান ভাৰতপুত্ৰৰ বীৰত্ব, সাহস, ত্যাগ আদিৰ বৰ্ণনাৰ লগতে সমসাময়িক ঘটনা, সমাজ ব্যৱস্থা, ৰাজনৈতিক পৰিক্ৰমা আদিৰ সমীক্ষাও দাঙি ধৰা হৈছে।

(৩) **বিশ্বদীপা** ঃ প্ৰকাশন পৰিষদৰ অৰ্থসাহায্যত প্ৰকাশিত নলিনীবালা দেৱীৰ 'বিশ্বদীপা' প্ৰকৃততে বিশ্বদীপা। কিতাপখনৰ আগকথাত লেখিকাই নিজেই কৈছে—ঋক্‌বেদৰ যুগৰে পৰা বৰ্তমান বিংশ শতিকালৈকে সোঁৱৰণীৰ পাঁতত আদৰ্শৰ সোণপানী চতিয়াই যোৱা প্ৰাচ্য আৰু পাশ্চাত্যৰ একুৰি পাঁচগৰাকী মহিলাৰ চমু চিত্ৰ পৰিচয়ৰ এটি ক্ষুদ্ৰ প্ৰয়াস বিশ্বদীপা।" প্ৰকাশন পৰিষদৰ সচিব গৰাকীয়েও একেই ভাষাৰে সুৰ মিলাই কৈছে—"যশ আৰু গৌৰৱৰ জোনাকত বুৰ যোৱা জননীসকলৰ জীৱনেই 'বিশ্বদীপা'ক বিশেষভাৱে দীপ্তিমতী কৰিছে।"

'বিশ্বদীপা'ত স্থান পোৱা মহিলাসকল হ'ল—ঋষি বাক, গাৰ্গী ব্ৰহ্মবাদিনী, কুমাৰী ঘোষা, কল্যাণী সূৰ্য্যা, যমী, মৈত্ৰেয়ী, খনা, মীৰাবাঈ, সংঘমিত্ৰা, মালিনী, জেবুন্নিসা, সতী জয়মতী, ৰাণী দূৰ্গাৱতী, ঝান্সি ৰাণী লক্ষ্মীবাঈ, ৰাণী অহল্যা বাঈ, জোৱান অৱ আৰ্ক, কনকলতা, বি. আম্মা বেগম, খালেদা খানুম, সৰোজিনী নাইডু, বিজয়লক্ষ্মী পণ্ডিত, ফ্লোৰেন্স নাইটিঙ্গেল, এলিজাবেথ ফ্ৰাই, হেলেন কেলাৰ, মাদাম কুৰী।

'বিশ্বদীপা'ই লেখিকাৰ বিস্তৃত অধ্যয়ন, অসমীয়া, সংস্কৃত, ইংৰাজী আদি ভাষাৰ গভীৰ জ্ঞানৰ পৰিচয় দিয়ে। নিৰ্ভুল সংস্কৃত শ্লোকৰ উদ্ধৃতি, শুদ্ধ সংস্কৃত শব্দৰ প্ৰয়োগ আদিৰ দ্বাৰাই লেখিকাৰ ভাষাই সুসংস্কৃত ৰূপ লৈছে। চণ্ডীৰ পৰা ঋষি বাকৰ, উপনিষদৰ পৰা গাৰ্গী, ঋকবেদৰ পৰা কুমাৰী ঘোষা আৰু কল্যাণী সূৰ্য্যাৰ জীৱনী বুটলি আনি লেখিকাৰ বেদ-উপনিষদ অধ্যয়ণৰ প্ৰমাণ দিছে। প্ৰতিটো জীৱনীৰ উপসংহাৰত লেখিকাৰ মন্তব্য মাৰ্জ্জিত ভাষাত দাঙি ধৰিছে। ইয়াৰ দ্বাৰা বুজিব পাৰিযে লেখিকাই অকল অন্য পুথিৰ পৰা সংগ্ৰহ কৰিয়েই এৰা নাই—জুমুঠিতো মাত্ৰ সংগ্ৰহ কৰি নিজৰ ভাষা, নিজৰ মন্তব্য, নিজৰ বক্তব্য আদি দাঙি ধৰিবলৈ সক্ষম হৈছে—তাৰ দ্বাৰা লেখিকাৰ পাণ্ডিত্য প্ৰকাশ হৈছে। কেইটামান তেনেধৰণৰ মন্তব্যলৈ আঙুলিয়াই দি লেখিকাৰ বৈশিষ্ট্য চিহ্নিত কৰা হ'ল—

"কোন বিস্মৃত অতীতৰ জ্ঞানদীপ্ত বৈদিক যুগত শিক্ষিতা ব্ৰহ্মবাদিনী কুমাৰীৰ নির্ভীক তেজস্বিতা, জ্ঞানস্পৃহা, তত্ত্বজিজ্ঞাসু অন্তৰৰ প্ৰতিভা জিলিকি আছে উপনিষদৰ অমৰ লিপিত। সেই প্ৰতিভাৰ শিখা জ্বলিছিল অজ্ঞান আন্ধাৰত আবৃত হৈ থকা পৃথিবীৰ মাজত জ্ঞান-বিজ্ঞানৰ প্ৰথম অৰুনোদয়ৰ শুভ প্ৰভাত উদয় হোৱা এই পুণ্যভূমি ভাৰতবৰ্ষতেই"। (গাৰ্গী ব্ৰহ্মবাদিনী)

"সুদূৰ অতীতৰ কোন বিস্মৃত যুগৰ অৰুণ পুৱাত আৰ্য্য দুহিতা বিদূষী ঘোষাৰ কুমাৰী প্ৰাণৰ আকুল আকুতি উচ্ছসিত হৈছিল, ঐহিক প্ৰাৰ্থনা-অশ্বিনীকুমাৰ যমজ বৰদাতা দেৱতাদ্বয়ৰ উদ্দেশ্যে। ধৰ্মপ্ৰাণা ঘোষাৰ এই অমূল্য স্তৱসমূহেই সেই যুগৰ কুমাৰী জীৱনৰ এটি নিখুঁত চানেকি ৰূপে জিলিকি আছে ঋক্‌বেদৰ সোনালী পাতত।"

(কুমাৰী ঘোষা)

"হিন্দু বিবাহৰ পবিত্ৰ বন্ধনৰ ত্যাগ সৌন্দৰ্যত ভাৰতবৰ্ষ চিৰ গৌৰবান্বিত। অগ্নি সাক্ষী ৰাখি ইন্দ্ৰাদি দেৱতাসকলক আহ্বান কৰি যি মন্ত্ৰধ্বনিয়ে হিন্দু দম্পতিক বিবাহ বন্ধনত বান্ধি দিয়ে, সেই বন্ধনক মৃত্যুৱেও পৰাজিত কৰিব নোৱাৰে। অক্ষয় অব্যয় শ্বাশ্বত সেই পবিত্ৰ মন্ত্ৰ ৰচনা কৰিছিল এগৰাকী ভাৰতৰ মহিমাময়ী কল্যাণী নাৰীয়ে।"

(কল্যাণী সূৰ্য্যা)

"সমাজ জীৱনৰ অৰ্থহীন বৰ্বৰতাৰ বেদীত উছৰ্গিত হ'ল সৰস্বতীৰ সুধাকণ্ঠ, বিজ্ঞানৰ জ্যোতিশিখা। আত্ম অভিমান, বৃথা-অহংকাৰ, ঈৰ্ষ্যাৰ দাবানলত ছাই হৈ গ'ল চিৰকাললৈ অপূৰ্ব প্ৰতিভা। জ্যোতিষ বিজ্ঞানৰ এটি মহামূন্য অধ্যায় খনাৰ লগতে চিৰ কালৰ কাৰণে লুপ্ত হৈ গ'ল। ৰৈ গ'ল খনাৰ কুমলীয়া জীৱনৰ সংগৃহীত কেইটামান বচন, কেইটামান তথ্যৰ সংগ্ৰহ মাথোঁ। সাক্ষী ৰ'ল জ্যোতিষ বিজ্ঞানৰ এটি সংকেতৰূপে ভাৰত দুহিতাৰ অম্লান জেউতিৰ প্ৰভা লৈ যুগৰ বুকুত জিলিকি ৰ'ল প্ৰতিভাৰ দীপ্ত শিখা।" (বিদূষীখনা)

"ভাৰতৰ মহিমাৰ এটি জ্বলন্ত দেবী মূৰ্ত্তি। সৰোজিনী দেশসেৱিকা, সুবক্তা, কবি, সমাজসেৱিকা। অপূৰ্ব বক্তৃতা আৰু কাব্য প্ৰতিভাৰ বাবে 'ইণ্ডিয়ান নাইটিংগেল' উপাধি পাইছিল। ভাৰতৰ কুলি চৰাইৰ কণ্ঠত যি কবিতাৰ কোমল ঝংকাৰ উঠিছিল, দেশ সেৱাৰ প্ৰতিক্ষেত্ৰত কবি প্ৰাণৰ কোমল পৰশত যি পাৰিজাত ফুলি উঠিছিল; সেই কবি সৰোজিনী নাইডুৰ কোকিলা কণ্ঠৰ অমৰ সঙ্গীত ভাৰত উপবনত চিৰকাল মুখৰিত হৈ ৰ'ব যুগ যুগ ধৰি।" (সৰোজিনী নাইডু)।

এইদৰে দেখা যায় বেদ, বুৰঞ্জী, চণ্ডী, উপনিষদ আদিৰ পৰা কাহিনীৰ জঁকাটো সংগ্ৰহ কৰি তাত নিজস্ব ভাষা, অলংকাৰেৰে সজাই পৰাই সালংকৃতা 'বিশ্বদীপা'ক অসমৰ নাৰীসকলৰ হাতত অপূৰ্ব চানেকি হিচাপে অৰ্পণ কৰি লেখিকা নলিনীবালা দেৱী ধন্যবাদাৰ্হ হৈ ৰ'ল।

**মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ**
**আমিও কৰিব পাৰোঁ জীৱন গঠিত,**
**অভিনয় শেষ হলে আয়ু বেলি মাৰ গলে**
**থৈ যাব পাৰোঁ খোজ সময় বালিত।**

সঁচাকৈয়ে 'বিশ্বদীপা'ই উঠি অহা কিশোৰী সকলক সময় বালিত খোজ থৈ যাবলৈকে প্ৰেৰণা যোগাব। গ্ৰন্থখনত যি কেইগৰাকী মহীয়সী নাৰীৰ জীৱনী বাচি লোৱা হৈছে সেই আটাই কেইগৰাকীয়েই স্বকীয় বৈশিষ্ট্যৰে আত্মপ্ৰকাশ কৰিছে, যাৰ জীৱন-কথাৰে অনুপ্ৰাণিত হৈ উত্তৰ পুৰুষলৈ অনুপম অৱদান এৰি যাব পাৰি। নলিনীবালা দেৱীয়ে কাললৈ নজহা-নপমা এই ফুলকেইপাহ সৌৰভ সহিতে আমালৈকে কুকিভৰাই থৈ গৈছে।

আজি নলিনীবালা দেৱী আমাৰ মাজত নাই; কিন্তু সময়বালিত এৰি যোৱা তেওঁৰ গভীৰ পদচিহ্নই আমাক প্ৰতি মুহূৰ্ত্ততে আমাৰ দেশত এনে এগৰাকী মেধাৱতী মহিলাই জন্ম গ্ৰহণ কৰিছিল যাৰ কলমৰ আগেদি মৌ বৰষিছিল, জ্ঞানৰ সুৰুভি নিঃসৃত হৈছিল। সাহিত্য জগতত নলিনীবালা দেৱীৰ মৃত্যু নাই।

**ভাষা আৰু শৈলী ঃ**

লেখক লেখিকা সকলৰ সাফল্যৰ আঁৰত নিজস্ব লিখন শৈলীৰ এক বিশেষ ভূমিকা থাকে। এই দৃষ্টিৰে চালে নলিনীবালা দেৱী এগৰাকী সফল লেখিকা। তেওঁৰ লিখন-শৈলীত চমৎকাৰিতা আৰু চাৰুত্বময়ী গুণ পূৰামাত্ৰাই দেখিবলৈ পোৱা যায়। অনুভৱৰ সুক্ষ্মতা, আংগিকৰ অভিনৱত্ব, সবল গদ্যভংগী, শব্দৰ সুমধুৰ ঝংকাৰ আদিয়ে নিঃসন্দেহে নলিনীবালা দেৱীক কবিতাৰ দৰেই গদ্য সাহিত্যৰ জগততো উচ্চ আসনত উপবিষ্ট কৰাইছে। তেওঁৰ গদ্য সাহিত্য বিশেষকৈ জীৱনী কেইখন অসমীয়া সাহিত্যৰ ভঁৰাললৈ অনবদ্য উপহাৰ স্বৰূপে বিবেচিত হৈছে।

লেখকৰ ৰচনা শৈলীৰ ভালবেয়া নিৰ্ভৰ কৰে বিষয়বস্তু, ব্যক্তিত্ব আৰু কলাকুশলতাৰ ওপৰত। লেখকৰ শব্দচয়ন, শব্দপ্ৰয়োগ আৰু বাক্য গাঁঠনিৰ উপৰিও

ভাবৰ গভীৰতা আৰু মধুৰতাৰ ওপৰতহে প্ৰকাশভঙ্গী ঠন ধৰি উঠে আৰু এই সকলোবোৰৰ সু-সংযত প্ৰয়োগৰ দ্বাৰা লেখকে তেওঁৰ ৰচনাশৈলীৰে পাঠকৰ মনোৰঞ্জন কৰিব পাৰে। কোনো নতুনত্ব বা বিশেষত্ব নথকা গতানুগতিক প্ৰকাশভঙ্গীত পাঠকৰ মনত বিৰক্তিহে ওপজে। অসমীয়া সাহিত্য জগতত বিশিষ্ট কবিৰূপে প্ৰতিষ্ঠা লাভ কৰা নলিনীবালা দেৱীয়ে গদ্য সাহিত্যতো সমপৰ্য্যায়ৰ স্থান লাভ কৰিবলৈ সক্ষম হ'ল। নিপুণ শিল্পীৰ সংযত কাপৰ পৰাহে এনে বহুমুখী কৃতকাৰ্যতা আশা কৰিব পাৰি।

নলিনীবালা দেৱীৰ অন্তৰ্ভেদী দৃষ্টি আছিল অন্ধকাৰৰ পৰা পোহৰলৈ। তেওঁ ভাৰতীয় সংস্কৃতিক মনে প্ৰাণে আদৰ কৰি ইয়াৰ বিভিন্ন উপাদান আহৰণ কৰিছিল আৰু তেওঁৰ লিখনিৰে (কবিতাই হওক বা গদ্যই হওক) সেইবোৰৰ মহত্ব দাঙি ধৰিছিল— যাৰ দ্বাৰা তেওঁ জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল।

নলিনীবালা দেৱীৰ শৰীৰৰ, মনৰ, হৃদয়ৰ ৰন্ধ্ৰে ৰন্ধ্ৰে অতীন্দ্ৰীয় বাদ বা ৰহস্যবাদৰ উঁহ বৰ্ত্তমান আছিল। অন্তৰৰ স্পৰ্শকাতৰতাই তেওঁৰ লিখনিলৈ কঢ়িয়াই আনিছে এক অনন্য বৈশিষ্ট্য। কবিতাৰ প্ৰতি তেওঁৰ ধাউতি সৰ্বজনবিদিত কিন্তু এই কবিতা কেৱল নিৰ্দ্দিষ্ট অংশ কিছুমানত কেন্দ্ৰীভূত নহয় বৰং লেখিকাৰ গদ্য ৰচনাৰো সকলো অংশতে ই বিয়পি থকা দেখা যায়।

নলিনীবালা দেৱীৰ ভাষাত যাদুকাঠিৰ পৰশ আছে - তেওঁৰ জীৱনী গ্ৰন্থকেইখনৰ পাতে পাতে তাৰ প্ৰমাণ বৰ্তমান।

"হিমালয়ৰ পৰা কন্যাকুমাৰীলৈকে গোটেই ভাৰতত এই সকলে সত্যাগ্ৰহৰ যি তীব্ৰ বিজুলি সোঁত বোৱাই থৈ গৈছে সেই সোঁত ৰোধ কৰে কোনে ? ভাৰত সিংহ গৰ্জি উঠিছে। এই গৰ্জন মাৰ নিয়ায় সাধ্য কাৰ ?" (চৰ্দ্দাৰ বল্লভভাই পেটেল)

"সোনৰ কাঠিৰ পৰশ লাগিল, মহাত্মা গান্ধীৰ কণ্ঠত দেশৰ বৃহত্তৰ সেৱাৰ আহ্বানে হৃদয় লৌহ আৱৰণ ভেদি সোণৰ আৱৰণত পৰিণত কৰিলে। সেই সময়তে খহিপৰিল বল্লভ ভাইৰ ওকালতিৰ মোহ, চাহাবী মোহ। সকলো বিসৰ্জন দি মহাত্মাৰ কাষত ঠিয় হ'লহি এই মহান মানৱজন। দেশসেৱাৰ ব্ৰত শিৰত তুলি ল'লে।"

(চৰ্দ্দাৰ বল্লভভাই পেটেল)

"দেশে তেখেতক ইন্দ্ৰজিতৰ দৰে তৰ্কযোদ্ধা, বিশ্বামিত্ৰৰ দৰে খঙাল, বশিষ্ঠৰ দৰে ক্ষমাশীল আৰু জন্মভূমিৰ গৌৰৱত সুমেৰু সমান উচ্চ শিৰ দেখুৱা অপ্ৰতিদ্বন্দী নায়ক বুলি সৰ্বোচ্চ সন্মান দান কৰিছে।" (স্মৃতিতীৰ্থ)

"এই নগৰৰ প্ৰধান গীৰ্জাত প্ৰতিষ্ঠিত শুভ্ৰবসনা, চকুত অপাৰ কৰুণা বৰষা, হাতত

প্ৰদীপ লৈ থকা মৰ্মৰ মূৰ্ত্তিয়ে আজিও নিখিল আতুৰৰ প্ৰাণত সানি দিয়ে সৰগীয় সান্ত্বনাৰ অমৃত প্ৰলেপ।" (বিশ্বদীপা)

কবি নলিনীবালা দেৱীৰ গদ্যৰ ভাষাও কবিতাময়। নলিনীবালা দেৱীৰ কবিতা, কথাবতৰাৰ ভঙ্গী, সভাসমিতিত দিয়া ভাষণ - এই সকলোতে দেখিবলৈ পোৱা কবিসুলভ অনুভূতিৰ প্ৰাবল্য তেওঁৰ গদ্যতো বিৰাজমান। তেওঁৰ প্ৰতিটো বাক্য, প্ৰতিটো শব্দতে যেন কবিতাৰ ঝংকাৰ। শব্দচয়ন, বাক্যগাঠনি আদি সুসংহত ভাব প্ৰকাশৰ বাহন হোৱা হেতুকে কবিতাৰ দৰেই তেওঁৰ গদ্যও সৰ্বজন সমাদৃত। তেওঁৰ জীৱনী গ্ৰন্থ কেইখন এনে লাগে যেন কোনোবা পৰীৰ দেশৰ সাধুকথাইহে মন নিমজ্জিত কৰি ৰাখিছে। কিছুমান লেখকৰ দৰে লেখনিত অকনো একঘেয়ামি নাই— পঢ়ি বিৰক্ত হবও নালাগে।

নলিনীবালা দেৱীয়ে যি বিষয়তে হাত দিয়ে—তাক পুংখানুপুংখৰূপে পৰ্য্যবেক্ষণ কৰে। এই পৰ্য্যবেক্ষণত উভালি অনা গছপুলি এটিৰ শাখা-প্ৰশাখা পৰ্য্যন্ত প্ৰসাৰিত তেওঁৰ দৃষ্টি। কোনো লোকৰ জীৱনী লিখিবলৈ লওঁতে যাৰ জীৱনী লিখিব সেই ব্যক্তি জনাৰ জীৱনৰ লগত ওতঃপ্ৰোতভাবে সম্বন্ধ থকা সকলো কথা খৰচি মাৰি লিখাৰ উপৰিও সমসাময়িক সমাজ, ব্যক্তি, ৰাজনীতি আদিৰ বিষয়েও সকলো দিশ সামৰি বৰ্ণনা কৰিছিল। উদাহৰণ স্বৰূপে এলিজাবেথ ফ্ৰাইৰ জীৱনী লিখোঁতে অষ্টাদশ শতিকাৰ শাসন ব্যৱস্থাৰ কথাও উল্লেখ কৰিছে "অষ্টাদশ শতিকাৰ শাসন ব্যৱস্থা অতি নিষ্ঠুৰ আছিল। সেই সময়ত কাৰাবন্দীয়ে কোনো অন্যায় কৰিলে তাৰ শাস্তিস্বৰূপে অষ্ট্ৰেলিয়াৰ নতুন উপনিবেশলৈ গৰু ভেৰাৰ পাল চালান দিয়াৰ দৰে কাৰাবন্দীৰ ভিতৰৰো আনকি শিশুবোৰকো চালান দিয়া হৈছিল। এই জাহাজক Convict Ship বোলা হৈছিল। অষ্ট্ৰেলিয়াৰ শাসনকৰ্তাৰ ওপৰত এই হতভগীয়া জীৱবোৰৰ শাসন আৰু প্ৰাণ নিৰ্ভৰ কৰিছিল। টেমচ নদীৰ বন্দৰত নিশাৰ এন্ধাৰত এই অপৰাধীবোৰক বোজাই কৰা হৈছিল। তেওঁ (এলিজাবেথ ফ্ৰাই) এই জাহাজবোৰত ঘূৰি ফুৰি সেই অমানুষিক ব্যৱস্থাবোৰ নিজ চকুৰে চাই প্ৰত্যক্ষ প্ৰমাণ গোটালে।" (বিশ্বদীপা)

চৰ্দাৰ বল্লভভাই পেটেলৰ জীৱনীতো সেই সময়ৰ বৃটিছ শাসননীতিৰ বৰ্ণনা কৰিছে—"সেই সময়ত বৃটিছ ভাৰতত শাসননীতিত বহু অপমানকৰ ৰীতি-নীতি বন্ধা আছিল। চাহাব বিচাৰকৰ আগত কোনো ভাৰতীয় মানুহে জোতা পিন্ধি ঠিয় হোৱা মানা আছিল। বল্লব ভাইৰ তীব্ৰ প্ৰতিবাদ আৰু আপত্তিৰ বাবে এই প্ৰথা উঠাই দিবলৈ বাধ্য হ'ল।

এজন ইংৰাজ বিচাৰপতিৰ আদেশমৰ্মে আদালতৰ কাঠগড়াত ভাৰতীয় আচামীৰ আগত এখন ডাঙৰ আৰ্চি আঁৰি থব লাগিব যাতে আচামীয়ে কথা কওঁতে নিজৰ প্ৰতিবিম্ব দেখা পায়। বল্লভভায়ে এই বিসদৃশ প্ৰথা উঠাই দিবলৈ বহু যুঁজ দিব লগা হ'ল।" (চন্দ্ৰাৰ পেটেল)

কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ জীৱনীত সেইসময়ৰ মহিলাৰ স্থিতি সম্পৰ্কে উল্লেখ কৰিছে—"ভদ্ৰ সমাজৰ চাৰি তৰপীয়া পৰ্দাৰ আঁৰত, মনুষ্যত্ব আৰু চেতনা শক্তি বিলুপ্ত হৈ যোৱা অন্তঃপুৰৰ মহিলা সকলৰো আত্মচৈতন্য জাগি উঠিল। দেশৰ মুক্তিব্ৰতৰ অসীম স্পৃহা লৈ পুৰুষৰ সহকৰ্মীনীৰূপে মুৰৰ দীঘল ওৰণি পেলাই নাৰীসকলেও জাতীয় আন্দোলনৰ কৰ্মক্ষেত্ৰত থিয় দিলেহি। মহাত্মাৰ মুক্তিবাণীয়ে এন্ধাৰ কোঠালি পোহৰাই—সৰগীয় পোহৰৰে বন্ধ দুৱাৰ মোকলাই চিৰ অৱৰুদ্ধা মহিলাসকলক মুক্তিৰ বাট দেখুৱালে। ইয়াৰ আগতে ঘৃণনীয় অৱৰোধ প্ৰথাই অসমৰ নাৰীসমাজক পংগু কৰি ৰাখিছিল। তেতিয়া ভদ্ৰ মহিলা সকলে ঘৰৰ আগ চোতাললৈ ওলাব নোৱাৰিছিল। বাহিৰলৈ ফুৰিবলৈ যাবলগা হলে দুটা বৰজাপিৰ আঁৰত একাঠি ওৰণি লৈহে যাব পাৰিছিল। ঘোঁৰা গাড়ীত গলে দুৱাৰে খিৰিকি বন্ধ কৰি যাব লাগে। বিয়াত পানী তুলিবলৈ যাওঁতে 'চৌধুলী'ৰ ভিতৰত জাক মহিলা সোমাই পানী তুলিবলৈ যোৱা হয়। এই চৌধুলী বস্তুটো এখন ছাল নোহোৱা আঠুৱা, আঠুৱাতকৈ ভালেমান ডাঙৰ, চাৰিওপিনে বাঁহ বান্ধি দিয়া হয়, সেইখন মানুহে কান্ধত লৈ যায় আৰু তাৰ ভিতৰত সোমাই মহিলাসকলে নাম গাই গাই পানী তুলিবলৈ যায়। কেতিয়াবা যাত্ৰা থিয়েটাৰ চাবলৈ হলে ঘন বাঁহৰ চিকৰ পৰ্দাৰ আঁৰত মহিলাসকলৰ কাৰণে বেলেগ ব্যৱস্থা কৰা হয়। চিকৰ আঁৰৰ পৰা মহিলাসকলে ৰংধেমালিৰ আনন্দ উপভোগ কৰে। এনেধৰণৰ ভাৰতীয় পৰ্দা প্ৰথাৰ বিৰুদ্ধে মহাত্মা গান্ধীৰ মুক্তি চেষ্টাই মহিলা সমাজক গৃহ কাৰাগাৰৰ পৰা বাহিৰৰ মুকলি আকাশৰ পোহৰ দি মুক্তি দিলে।" স্মৃতিতীৰ্থ।

এনেবিলাক বিৱৰণে অকল জীৱনীটোকে আগবঢ়াই নি পূৰ্ণাঙ্গ কৰাত সহায় নকৰে, লগতে জ্ঞানো বঢ়ায়, পাঠকৰ উৎসুকতাও বৃদ্ধি কৰে। অসমীয়া প্ৰবচন, জতুৱাঠাচ, উপমা আদিৰ উপযুক্ত ব্যৱহাৰেৰে নলিনীবালা দেৱীৰ ৰচনাৰাজি তথ্য সমৃদ্ধ, সুখপাঠ্য। ঘৰুৱা কথন ভঙ্গীত ৰচিত বাক্যৰাজি নলিনীবালা দেৱীৰ গদ্যৰ অন্যতম বৈশিষ্ট্য। সেইবাবেই নলিনীবালা দেৱীৰ গদ্যশৈলী উত্তৰ পুৰুষৰ বাবে অনুপম চানেকিৰূপে জিলিকি থাকিব—যি গদ্যৰীতি অৱশ্যে অনুকৰণীয়।

নলিনীবালা দেৱীৰ ৰচনা কৌশল আৰু প্ৰকাশভঙ্গীত যি অভিনৱত্ব আছে সেয়া অতি তাৎপৰ্য্যপূৰ্ণ আৰু যথাৰ্থতে প্ৰেৰণাৰ উৎস। ১৯৭৭ চনতে মৃত্যু বৰণ কৰা নলিনীবালা দেৱী আজিও অমৰ হৈ আছে তেওঁৰ দ্বাৰা সৃষ্টি অনুপম লেখনি সমূহৰ বাবে। যেতিয়ালৈকে অসমীয়া ভাষা থাকিব তেতিয়ালৈকে নলিনীবালা দেৱীও জীয়াই থাকিব জনমানসত।



# নলিনীবালাৰ গীত

## স্বৰ্ণ শইকীয়া

পদ্মশ্ৰী নলিনীবালা দেবীক—"ৰোমাণ্টিক বিস্তাৰ বেজবৰুৱা" যুগটোৰ 'নিৰ্জ্জনৰ সুৰ'ৰ কবি হিচাপে ড° মহেশ্বৰ নেওগে চিহ্নিত কৰিছে। এই সময় চোৱাৰ দুগৰাকী কবিৰ কথা উল্লেখ কৰি ড° নেওগে নলিনীবালা দেবী আৰু ধৰ্মেশ্বৰী দেবী বৰুৱানীৰ নাম উল্লেখ কৰিছে। লেখিছে "দুয়ো ভগৱন্তৰ-পদপ্ৰান্তত আশ্ৰিতা"।

নলিনীবালা দেবীয়ে ১৮৯৮ চনত জন্মগ্ৰহণ কৰে। ১৯১৭ চনত ভৰ যৌৱণ কালতে 'স্বামী হাৰা' হয়, ১৯২২ চনত শিশুপুত্ৰ—পুতলীৰ বিয়োগত ইলিজি ৰচনা কৰে। বৈধব্যৰ যন্ত্ৰণাৰ লগতে সন্তানক হেৰুওৱা শোক ! সাধাৰণ লোক হোৱা হলে বোধকৰো এই যন্ত্ৰণাই অতিশয় কাতৰ কৰি তুলিলে হেতেন। কিন্তু নলিনীদেবীয়ে এই দুখকো ভগৱানৰ আশীৰ্ব্বাদ বুলিয়েই গ্ৰহণ কৰিলে। কবিৰ ব্যক্তিগত জীৱনৰ বিচ্ছেদ আধ্যাত্মিক জীৱনৰ বিচ্ছেদ ৰূপে জিলিকি উঠিল। জীৱনৰ সকলো দুখ যাতনা উজাৰি কাব্যৰচনাত ব্ৰতী হ'ল। কবি গৰাকীৰ প্ৰকাশিত পুথি সমূহৰ ভিতৰত 'অলকানন্দা'ত ১১৪টা গীত আৰু ৫০টা কবিতা সন্নিবিষ্ট কৰা হৈছে। দৰাচলতে, অলকানন্দাই নলিনীবালা দেবীক কবিৰ লগতে গীতিকাৰ হিচাপেও প্ৰতিষ্ঠা কৰিলে।

গীত আৰু কবিতাৰ মাজত প্ৰাৰ্থক্য সূক্ষ্ম। 'গীত'ত শ্ৰব্য বিষয়টো মূৰ্ত হয়। নলিনীবালা দেবীৰ গীত আৰু নলিনীবালা দেবীৰ কবিতাৰ মাজতে আধ্যাত্মিক জগতখনৰেই প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়।

অসমীয়া ৰমন্যাসিক কাব্য সাহিত্যৰ বুৰঞ্জীত নলিনীবালা দেবী এক সুখশ্ৰুত নাম। বিংশ শতাব্দীৰ এই সৰ্ব্বশ্ৰেষ্ঠা মহিলা কবি গৰাকীৰ গীত সমূহৰ মাজত আধ্যাত্মিক আৰু জাতীয়তাবাদী ভাৱৰ সোঁত নিৰৱচ্ছিন্ন ধাৰাৰে বৈ আহিছে। জীৱনৰ দুখ যন্ত্ৰনাৰে জৰ্জ্জৰিত নলিনীবালা দেবীয়ে জগতত ঘটি থকা জন্ম জন্মান্তৰ বাদৰ ৰহস্যৰ সন্ধানত উপনিষদত আশ্ৰয় লৈছে।

'অলকানন্দা'ত সংগৃহীত গীত সমূহৰ মাজত বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'সীমাৰ

মাঝে অসীম তুমি/বাজাও আপন সুৰ/তোমাৰ মাঝে আমাৰ প্ৰকাশ/তাই এত মধু'ৰ সুৰ প্ৰতিধ্বনিত হোৱা পৰিলক্ষিত হয়।

**মৃগ-তৃষ্ণাত তৃষাতুৰ হিয়া**
**বাট হেকৱাবি যাত্ৰী**
**দহিবি মৰিবি মৰু বাটকৱা**
**আগত আঁউসী ৰাতি।**

পৰমাত্মাৰ লগত মিলনেই হৈছে আত্মাৰ সনাতন স্পৃহা। বৈচিত্ৰময় এই মিলনৰ পথ। চিৰসুন্দৰৰ মায়া মোহেৰে আগুৰা সেই পথেদি গতি কৰোতে কবিৰ ধ্যান ধাৰনাই অনন্ত সৌন্দৰ্য্যৰ সন্ধান পাইছে।

**নিবিড় কৰা তোমাৰ পৰশ**
**গভীৰ মধুৰ ছন্দৰে**
**জীৱন জোৰা নিঃসঙ্গতা**
**তোমাৰ সঙ্গৰে।**

....................

**জুলাই তোলা শ্ৰান্ত নীৰৱ**
**মৃত্যুমলিন জীৱন জ্যোতি**
**বাজি উঠক ছিন্ন বীণাৰ**
**সুৰ ঝঙ্কাৰ অমৰ গীতি**
**বাজক অসীম তৃপ্তিৰে।**

কবিৰ ভালেমান গীতে সসীমৰ জগত পাৰৈহে অসীমৰ সম্ভেদ দিছে। মহাজীৱনৰ সুৰ পিয়াসী কবিৰ তৃষা।

**"ছন্দে ছন্দে মৰুতৃষা ঢলা**
**অশান্ত বীণৰ তাঁৰত বাজিছে**
**মহাজীৱনৰ সুৰ !**

নলিনীবালা দেবীৰ গীত সমূহত সসীমৰ মাজত অসীমক পোৱাৰ উম্মনাভাৱ, আধ্যাত্মিক বিচ্ছেদৰ বেদনাবোধ, চিৰসুন্দৰৰ অস্তিত্বৰ প্ৰকাশ, স্বদেশ স্বজাতি প্ৰীতি, শিশুপ্ৰেম ইত্যাদি বিভিন্ন ভাৱৰ সমাবেশে স্বকীয় সৌন্দৰ্য দান কৰিছে। কিছুমান গীতৰ কথাই বিশ্বকবি ৰবীন্দ্ৰ নাথলৈ মনত পেলালেও ভাৱ প্ৰকাশ আৰু আংগিক ভিন্ন স্বাদৰ।

অলকানন্দাৰ গীত সমূহ ভাবৰ গভীৰতা গীতিময় শব্দ চয়নেৰে সমৃদ্ধ। সাধাৰণ শব্দ গাঁঠনিৰে গীতিকাৰ গৰাকীয়ে পাঠক শ্ৰোতাৰ মন মুহিব পাৰিছে। জটিলতাৰ মাজলৈ টানি নিনি সাধাৰণ জীৱনৰ কল্পচিত্ৰৰ মাধ্যমেৰে প্ৰকাশ কৰিব পৰা বৈভৱ তেখেতৰ আছে।

প্ৰিয়তম চিৰসুন্দৰৰ সান্নিধ্য তেওঁৰ চেতন অৱচেতন মনৰ অমূল্য ৰতন—

**"অৰূপ তোমাৰ ৰূপৰ ৰাগিণী**
**ওপচে সাগৰ কূল**
**প্ৰাণ পদুমৰ পৰাগ উৰে**
**বিয়াকুল অলিকুল।**
**সন্ধ্যা নীলাভ প্লাৱন তুমি**
**অঞ্জন দুচকুৰ**
**মুগ্ধ প্ৰাণৰ গুঞ্জন তুমি**
**অনুভূতি সুমধুৰ।**

ৰহস্যবাদী চিন্তা ধাৰাৰে পুষ্ট নলিনীবালাৰ গীতত ভগৱানক তেওঁ আৰাধ্য দেৱতা, প্ৰাণবন্ধু ৰূপে গ্ৰহণ কৰিছে। প্ৰিয়তমৰ লগত তেঁওৰ সম্পৰ্ক মান, অভিমান, অনুৰাগ আৰু প্ৰাৰ্থনাৰে পূৰ্ণ।

**পৰশি তোমাৰ চৰণধূলি**
**প্ৰাণ শতদল উঠিল ফুলি**
**প্ৰেমৰ মহান মন্ত্ৰ ধ্বনিত**
**মোৰ সঙ্গীত অনুপম**
**সুন্দৰ নিৰূপম।**
**পৰম তৃষাত অনুত নৃত্যছন্দ**
**মুগ্ধ প্ৰাণত সুৰৰ অগৰু গন্ধ**
**পুষ্প পৰাগে চৰ্চ্চিত মোৰ**
**সুৰভিত চন্দন**
**সুন্দৰ নিৰূপম।**

ভগৱানৰ একান্ত সাধিকা মীৰাবাইৰ দৰেই যেন তেওঁ কথাৰে সুৰেৰে প্ৰিয়তম ভগবানৰ ওচৰত সমৰ্পিতা 'এগছি প্ৰদীপ শিখা'

**ধূপ অগৰুৰে সুৰভি বিলাও**

বন্দনা গাঁও স্তুতিহে
প্ৰাণৰ গুঞ্জনে মোৰ দেৱতা জাগে
মন্দিৰ হয় শোভাময়
এগছি প্ৰদীপ শিখা মই।

নিঃসংগতা আৰু বিষন্নতাই আকুলকৰা ৰহস্যবাদী কবি গৰাকীয়ে ৰচি যায়—

উটিযা সোনালী ভূৰ
সাগৰে সাৱতি লব
তোৰ পাৰযে হেৰাই যাব
কাণ পাতি শুন বৈ বৈ বাজে
দূৰণিৰ মায়া সুৰ
উটি যা সোনালী ভূৰ।

অলকানন্দাৰ গীত সমূহৰ আৰু এটা মন কৰিব লগীয়া বৈশিষ্ট হ'ল প্ৰকৃতি প্ৰীতি। গীত সমূহত নীলা আকাশ, ফুলতৰা, সেউজীয়া ধৰণী, জোনাক, ৰাঙলী পদুম, সমীৰ, ফাগুণ আদি প্ৰকৃতিৰ বৰ্ণনা বিদ্যমান। 'নৈসৰ্গিক প্ৰকৃতিৰ বিশাল প্ৰাঙ্গণত প্ৰতিবিম্বিত হোৱা সনাতন সৌন্দৰ্য্যৰ আভাস কৰিয়ে গছে পাতে, বিৰিখে লতাই, আকাশে বতাহে উপলব্ধি কৰিছে।...

ফাগুনে কৃষ্ণচূড়া পলাশ বননি ওপচায়
ফাগুনে ফুলে ফুলে বনে বনে ৰং চৰায়
সেউজী বননি ৰাঙলী গুৱনী
গানে গানে কোনে দিলে সুৰ
মনে যে নেজানে মনেযে নেজানে।

"মৃত্যু বিজয়ী নৱজোৱান, নৱজোৱান', "লোৱা বীৰ, 'মাতৃ প্ৰাণৰ মন্দাৰ মালা' আদি গীত সমূহে স্বদেশ প্ৰেমৰ নিদৰ্শন দাঙি ধৰিছে। গীতবোৰত ফুটি উঠিছে দেশৰ প্ৰতি নিবিড় মৰম।

"দেশ ৰক্ষা বেদীৰ তলত
হেলাৰঙে পাতি শিৰ
ধ্বংস স্তূপত থাকিবা বিজয়ী
পতাকা শান্তিৰ।

মাতৃভাষাৰ প্ৰতি থকা অকৃত্ৰিম শ্ৰদ্ধাৰ বাবে, স্নেহৰ বাবে কবিয়ে ৰচি থৈ গ'ল এটি মনপৰশা গীত

**ৰঞ্জিত চিৰ বন্দিত জয়**
**উৎসৱ গীতি মুকলী**
**বজোৱা শঙ্খ মাতৃ পূজাৰ**
**দিয়া মঙ্গল উৰুলি**

......................

**মহা অভিষেক ভাষাৰ বেদীত**
**দিয়া অঞ্জলি অনুৰাগ**
**প্ৰতিভা কুসুমে সুৰভিত কৰি**
**প্ৰজ্ঞা যাত্ৰী বাঢ়া আগ**

এই কেইটা ঘাই দিশৰ বাদেও নলিনীবালা দেবীয়ে মৰতৰ পাৰিজাতৰূপী শিশু সকলৰ বাবেও লিখিথৈ গৈছে কেইটিমান গীত। বিনন্দীয়া ধৰণীৰ বুকুত জন্ম গ্ৰহণ কৰা শিশুৰ প্ৰতি কবিয়ে পাতিছিল 'মইনা পাৰিজাত'—

**অসম কাননৰ আমি পাৰিজাত**
**সুৰভিতে অমিয়া বিলাও মৰমৰ বুকুৰ হাঁত,**
**সৰগী দেশৰ পৰা আমি নামি আহোঁ**
**ৰূপহী তৰাৰ মাটিৰ উমত হাঁহোঁ।**

'আমি সেউজী ধৰণীৰ' শীৰ্ষক গীতত গীতিকাৰ, গৰাকীয়ে পাহাৰ ভৈয়ামৰ সকলো শিশুকে মৰতৰ পাৰিজাত ৰূপে কল্পনা কৰিছে—

**আমি সেউজী ধৰণীৰ**
**আলসুৱা বননিৰ**
**শুৱনী পাৰিজাত ফুল।**

**পৰ্ব্বতৰে ঐ শিলনিৰে ঐ মাজে মাজে**
**আমি ফুলো ঐ ভৈয়ামৰে ঐ বনে বনে**
**আধাফুলা কলিটিত মৌ সাঁচো চুপহীত**
**সৰগী সপোন বিয়াকুল**
**শুৱনী পাৰিজাত ফুল।**

নলিনীবালা দেৱীৰ কবিতা সমূহতো গীতি কবিতাৰ সুৰীয়া প্ৰকাশ দেখা যায়। কবিৰ "ভ্ৰষ্টলগ্ন" নামৰ কবিতাৰ মাজত গীতিময় হৈ আছে বিদ্যাপতিৰ গীত বা চণ্ডীদাসৰ পদাৱলীত প্ৰকাশ পোৱা প্ৰিয়তমৰ বাবে ব্যাকুলা লজ্জাৱতী প্ৰেমিকাৰ ছবি।

**সাজৰ বন্তি তেতিয়াও জ্বলা নাই**
**পিন্ধিছিলো মই কপালত সোণ ফোট**
**খিড়িকি মুখত সোণৰ দাপোন ধৰি**
**আপোন মনেৰে বান্ধিছিলো খোপামোৰ**
**এই লগনতে গধূলি ধূসৰ বাটে**
**কৰুণ দুচকু তৰুণ পথিক ৰথে।**

'অলকানন্দা'ত কবিৰ প্ৰজ্ঞাই মাটিৰ পৃথিৱী পাৰ হৈ মহাজীৱনলৈ ধাৱমান হৈছে। কবিৰ ব্যক্তিগত তৃষা উন্নীত হৈছে চিৰন্তন তৃষালৈ। পুথিখনি কবিৰ কবি জীৱনৰ যুগমীয়া কৃতী স্তম্ভ।

অসমীয়া কবিতাৰ জগতখনত বাবে ৰহনীয়া কবিৰ আবিৰ্ভাৱ ঘটিছে। ৰোমান্টিক যুগৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ পৰা দেৱকান্ত বৰুৱালৈকে অনেক কবিৰ কবিতাই পাঠকক বিনন্দীয়া সুৰৰ মাদকতা প্ৰদান কৰিছে। নলিনীবালা দেৱীৰ কবিতাত ৰহস্যময় অনুভূতি যেনেকৈ আছে—তেনেকৈ জন্মভূমি কবিতাত অসমৰ প্ৰকৃতিৰ নিৰ্মোহ-নিৰ্ম্মল ছবি প্ৰতিভাত হৈছে—"আই"ৰ কোলাত শুই পৰা সুকুমাৰ অনুভূতিৰে। যথাযথ ভাষাৰ প্ৰয়োগ, সুষম শব্দৰ ব্যৱহাৰ নলিনীবালা দেৱীৰ কবিতাৰ ঘাই বৈশিষ্ট্য। অন্যহাতে, অসমত কবিতাতকৈ 'গীত'ৰ প্ৰচলন পিচপৰা। লঘুসঙ্গীতৰ পৰম্পৰা এটাৰ সৃষ্টি হ'ল গুৱাহাটীত আকাশবাণী কেন্দ্ৰ স্থাপন হোৱাৰ পিচতহে, বোধকৰো সেই বাবেই এতিয়াও গীতিকাৰৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পৰা ধৰণৰ। স্বৰাজোত্তৰ কালচোৱাত ড ভূপেন হাজৰিকা, ড নিৰ্ম্মলপ্ৰভা বৰদলৈ, নৱকান্ত বৰুৱা, হীৰেণ ভট্টাচাৰ্য, কেশৱ মহন্ত, সংখ্যাত কম হলেও পুৰুষোত্তম দাস, মত্ৰদেৱ মহন্ত, ইয়াৰো আগৰ বিষ্ণুপ্ৰসাদ ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালা, অম্বিকাগিৰী ৰায়চৌধুৰী আদিয়ে অসমীয়া গীতৰ ঐশ্বৰ্যময় সৌধ নিৰ্ম্মাণ কৰিলে। তাৰ আগে আগে নলিনীবালা দেৱীয়ে ৰচনা কৰা গীত সমূহো অসমীয়া সঙ্গীত জগতৰ অমূল্য সম্পদ। অৱশ্যে, নলিনীবালা দেৱীৰ গীতত যি আধ্যাত্মিকতাৰ স্ফুৰণ সেয়া জ্যোতিপ্ৰসাদ আগৰৱালা বা বিষ্ণুপ্ৰসাদ ৰাভাৰ গীত সমূহৰ পৰা পৃথক কাৰণেই "বিপ্লৱ", "যৌৱন"-ৰ পৰা ফাঁলৰি কাটি গ'ল।

গীতৰ মাধুৰ্য্য বহন কৰে কণ্ঠই। ভূপেন হাজৰিকাই ৰচনা কৰা গীত অপোন কণ্ঠত মাধুৰ্য্যমণ্ডিত, ড° নিৰ্ম্মল প্ৰভা বৰদলৈ, হীৰেন ভট্টাচাৰ্য ৰচিত অধিকাংশ গীতত জয়ন্ত হাজৰিকাই কণ্ঠ দান কৰি শ্ৰোতাৰ ওচৰ চপাই নিলে। নলিনীবালা দেবীৰ 'অলকানন্দা'ৰ কেইবাটাও গীত ড° লক্ষ্যহীৰা দাস, মিহিৰ বৰদলৈ, ড° শীলা বৰঠাকুৰ, বীনাদেবীৰ 'সুৰ আৰু কণ্ঠেৰে অনাতাঁৰ আৰু মঞ্চত প্ৰচাৰ হৈছে। গীত সমূহত সুৰ আৰু কণ্ঠদান কৰা লোকৰ অভাৱত সৰহভাগ গীত ৰচনা পৰ্যায়তে থাকি গ'ল।

বিংশ শতিকাৰ ৩য় দশকলৈকে ধৰ্ম্মীয় সংগীতৰ বাহিৰে আন গীত মাতৰ চৰ্চা অসমত হোৱা নাছিল যদিও বৰ্ত্তমান সময়ত ইয়াৰ চৰ্চা বাঢ়িছে। নলিনীবালা দেবীৰ গীত সমূহ বহুলভাৱে প্ৰচাৰ কৰিবলৈ শিল্পী সকল আগবাঢ়ি আহিলে অসমীয়া সঙ্গীত জগতখন অধিক উজ্জ্বল হব বুলি ভাবিবৰ থল আছে" কিয়নো নলিনীবালা দেবীৰ গীত সমূহে কবিৰ কাব্য প্ৰতিভাক অধিক পৰিমাণে উজ্বল কৰি তুলিছে।

'জীবনৰ সুৰে উদাস ৰাগিনী গায়' বুলি গীত ৰচা নলিনীবালা দেবী ও কবি গুৰু ৰবীন্দ্ৰ নাথে কোৱাৰ দৰে—"তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহৎ".....



# নলিনীবালাৰ কবিতাত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ

## সান্ত্বনাময়ী মজুমদাৰ

যিসকল মহিলা লেখিকাই অসমীয়া কাব্য সাহিত্যৰ বুঞ্জীত অবিস্মৰণীয় স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে, পদ্মশ্ৰী কবি নলিনীবালা দেৱীক নিঃসন্দেহে সেইসকলৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠা বুলি অভিহিত কৰিব পাৰি। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে "গীতাঞ্জলি"ৰ কবিৰূপে যিদৰে বিশ্ব সাহিত্যৰ দৰবাৰত প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈছে, ঠিক সেইদৰে নলিনীবালা দেৱীয়েও তেওঁৰ প্ৰথম প্ৰকাশ অনুপম অতীন্দ্ৰীয়বাদী কাব্যগ্ৰন্থ "সন্ধিয়াৰ সুৰ"ৰ মাজেদি ভাৰতীয় সাহিত্যৰ ইতিহাসত সুপ্ৰসিদ্ধি লাভ কৰিছে। তেওঁৰ কবিতাত এফালেদি ৰমন্যাসিক চেতনাৰ প্ৰবাহ আনফালেদি অতীন্দ্ৰীয়বাদী ভাৰতীয় কবিসকলৰ চিন্তাধাৰাৰ প্ৰকাশো পৰিলক্ষিত হৈছে। এইখিনিতে আমি অতীন্দ্ৰীয়বাদী কবিতাৰ স্বৰূপ সম্বন্ধে অলপ বিশ্লেষণ কৰি চোৱা সমীচিন হ'ব বুলি ভাবো।

এক অৰ্থত "অতীন্দ্ৰীয়" শব্দটোৱে ইন্দ্ৰিয়াতীত ধ্যানধাৰণাকে পৰিস্ফুট কৰে। আকৌ "অধ্যাত্মবাদী" শব্দটোৰ অৰ্থও প্ৰায় একেধৰনৰ অৰ্থাৎ "আধ+আত্মা" বা আত্মাৰ অধিক অন্বেষণ। এই দুয়োটা শব্দৰ অৰ্থৰ পৰাই আমি এটা কথা বুজিবলৈ সমৰ্থ হওঁ যে ইন্দ্ৰিয়ৰ-উপলব্ধিৰ বাহিৰত আত্মাৰ অতীত পৰমাত্মা উপলব্ধি বা অন্বেষণ— এয়াই হৈছে অধ্যাত্মবাদ বা অতীন্দ্ৰীয়বাদ। ইংৰাজীত ইয়াক আকৌ "Mysticism" বা 'ৰহস্যবাদ' বুলিও কোৱা হয়। কাৰণ, ইয়াৰ মাজত আছে ৰহস্যময়তা অৰ্থাৎ অমূৰ্ত্ত বস্তুৰ ৰূপ অনুভৱ কৰাৰ বাসনা অৰ্থাৎ ইন্দ্ৰিয়গ্ৰাহ্য ক্ষয়িষ্ণু পঞ্চভৌতিক দেহৰ সীমা পাৰ হৈ অসীম অনন্তৰূপে বিৰাজমান পৰমানন্দস্বৰূপ "পৰমপ্ৰিয়ৰ" সৈতে একাত্ম হৈ যোৱাৰ আনন্দ ইয়াত নিহিত হৈ থাকে। ভাৰতীয় সাহিত্যত ভক্ত আৰু ভাগৱানৰ মাজত পাৰ্থিৱ প্ৰিয় বা প্ৰেমিকাৰ সম্বন্ধও স্থাপন কৰিবলৈ বিচৰা হয়। অজ্ঞেয়ৰ সৈতে মিলনৰ এই দুৰ্জ্জেয় ৰহস্য " আধা আলো-আধাছায়াঁৰ দৰে" পৰম দুৰ্ব্বোধ্যতত্ত্ব। ইয়াতেই লাভ কৰে কবি অথবা ভাবুক সকলে অপৰিসীম আনন্দ। এই আনন্দময়

অনুভূতিৰ সন্ধানতেই শ্ৰেয়ক প্ৰেয়ৰূপে উপলব্ধি কৰাৰ আনন্দ অনুভৱ কৰে ৰহস্যবাদী সকলে 'ৰহস্যবাদী কৱিসকলে নানা প্ৰতীকৰ সহায় লৈ অমূৰ্ত্তক মূৰ্ত্তৰূপ দিয়াৰ প্ৰচেষ্টা কৰে। সেয়েহে, তেওঁলোকৰ কৱিতাত ছয়ামযা সৌন্দৰ্য্যই লুকাভাকু খেলে। ডঃ উপেন্দ্ৰনাথ গোস্বামীয়ে তেখেতৰ "**অসমীয়া কৱিতাত ৰহস্যবাদ**" নামৰ প্ৰৱন্ধটোত অধ্যাত্মবাদৰ সংজ্ঞা এইদৰে দিছে, "...এক অখণ্ড বোধিদৃষ্টিৰ সহায়ত (অতীত ইন্দ্ৰিয়ৰ সহায়ত) বিশ্বৰ পৰম সত্যক প্ৰাণৰ অন্তৰতম কোণত উপলব্ধি কৰি আৰু সেই সত্যৰ সহিত একীভূত হৈ এক নিৰৱধি - অসীম আনন্দ সাগৰত নিমজ্জিত হোৱাৰ যি সাধনা তাকে মিষ্টিচিজম বা ৰহস্যবাদ বুলি অভিহিত কৰা হয় আৰু এনেধাৰণাৰ বশৱৰ্ত্তী হৈ লিখা কৱিতাই হৈছে ৰহস্যবাদী কৱিতা।"

অতি প্ৰাচীনকালৰে পৰা ভাৰতবৰ্ষত অধ্যাত্মবাদৰ চৰ্চ্চা হৈছিল। বেদ-উপনিষদ, গীতা-ভাগৱত পুৰাণ প্ৰভৃতিতো এই অধ্যাত্মবাদী চিন্তাধাৰাৰ চৰম প্ৰকাশ পৰিলক্ষিত হয়। ভাৰতীয় দৰ্শনত জীৱক পৰমব্ৰহ্মৰ অংশ বুলি ধাৰণা কৰা হয় আৰু সেইয়ে "**যত্ৰজীৱ—তত্ৰশিৱ**" বুলি সকলো প্ৰাণীকে মঙ্গলময় পৰমব্ৰহ্মৰ অংশ বুলি অভিহিত কৰা হয়। এনে চিন্তাধাৰাৰ দ্বাৰা প্ৰভাৱিত হৈয়েই মীৰাবায়ে তেওঁৰ চিত্তত মুৰলীধৰৰ সহ-অৱস্থান কল্পনা কৰি তৃপ্ত হৈছিল, ব্ৰজৰ গোপিনী সকলে **একলগে ব্ৰজসুৰ** দৈৱকীনন্দন কৃষ্ণক পতিৰূপে কামনা কৰি কৃতাৰ্থ হৈছিল। তেওঁ তেওঁলোকৰ কাৰণে এই অৰ্থতেই পতি যে যিজন অনাথৰ নাথ, অগতিৰ গতি আৰু সকলো জীৱৰে সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ গৰাকী। তেওঁৱেই সেই "তত্বমসি", জগতৰ মূল আধাৰ শক্তি। এনে আদৰ্শৰ দ্বাৰাই প্ৰভাৱিত হৈ বিশ্বকৱি ৰবীন্দ্ৰনাথে তেওৰ বিশ্ববৰেণ্য "**গীতাঞ্জলি**" কাব্যখন ৰচনা কৰিছিল, এনে ধাৰণাৰ বশৱৰ্ত্তী হৈয়েই সংসাৰৰ দুঃখ-যন্ত্ৰনাত বিঁতত হৈ পৰা পুত্ৰশোক আৰু বৈধব্য যন্ত্ৰনাত ক্লিষ্টা নলিনীবালা দেৱীয়ে তেওঁৰ অন্তৰৰ উপচাৰ আগবঢ়াইছিল "সন্দিয়াৰ সুৰ"ৰ মাজেদি, "**সন্ধিয়াৰ সুৰ**"ত নলিনীবালা দেৱীৰ কাব্যৰচনাৰ মূল সুৰ প্ৰকাশমান হৈ পৰিছে। ইয়াতেই তেওঁৰ কাব্য প্ৰতিভাও অঙ্কুৰিত হৈ উঠিছে। ইয়াৰ মাজেদিয়েই তেওঁ গীতা, ভাগৱত উপনিষদ্ আৰ্দিৰ জ্ঞানেৰে প্ৰবুদ্ধ ভাৰতীয় দৰ্শনৰ ৰসময়ী প্ৰকাশ সুধাময়ী ভাষাৰে পৰিস্ফুট কৰি তুলিছে। তেওঁৰ "**কাপৰলখিমী**" স্বৰূপ এইখন কাব্যতে চিৰসুন্দৰৰ প্ৰতি থকা সীমাহীন তৃষ্ণা, গভীৰ জীৱনবোধ আৰু অবিনশ্বৰ পৰম ব্ৰহ্মৰ লগত নিজৰ আত্মাক বিলীন কৰাৰ অপৰিসীম আকুলতাই তেওঁক মীৰাবাই প্ৰভৃতি অতীন্দ্ৰীয়বাদী ভাৰতীয়

সাধক সাধিকা সকলৰ সমপৰ্য্যায়ৰ অনুভূতি প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে। তেওঁৰ কাব্যত এফালেদি ৰমন্যাসিক চিন্তাধাৰাৰ প্ৰকাশ ঘটিছে, আনহাতেদি ভাৰতীয় দৰ্শনৰ গভীৰ তাত্বিক দিশৰ সমন্বয়ো ঘটিছে। কেৱল সেয়াই নহয়। তেওঁৰ কবিতাত গভীৰ জীৱনবোধ আৰু মানৱীয় ভাৱ আৰু আদৰ্শৰ চূড়ান্ত প্ৰকাশো পৰিলক্ষিত হৈছে। জাগ্ৰত স্বদেশপ্ৰেম, জাতীয় বীৰৰ প্ৰতি থকা শ্ৰদ্ধাৰ মনোভাৱ আৰু ৰসময়ী ভাৱ অনুভূতিৰ মধুৰ প্ৰকাশে তেওঁৰ কবিতাসমূহক আৱেগ সঞ্চাৰীৰূপ দান কৰিছে।

অসমীয়া সাহিত্যৰ কাননলৈ তেওঁকেইবাখনো কাব্যগ্ৰন্থ, জীৱনী, আত্মজীৱনী, নাটক আৰু প্ৰৱন্ধৰ সংকলন এৰি থৈ গৈছে যদিও সেইবিলাকৰ বেছিভাগেই অপ্ৰকাশিত হৈ আছে এতিয়াও। তেওঁৰ প্ৰকাশিত গ্ৰন্থৰাজিৰ ভিতৰত—"সন্ধিয়াৰ সুৰ (১৯২৮), সপোনৰ সুৰ (১৯৪৮), পৰশমণি (১৯৫৫) যুগদেৱতা (১৯৫৮), জাগৃতি (১৯৬২) আৰু অন্তিম সুৰ (১৯৭৭) আদিয়েই প্ৰধান। তেওঁৰ "**স্মৃতিতীৰ্থ**" নামৰ জীৱনীখন পিতৃ নবীনচন্দ্ৰ বৰদলৈ দেৱৰ স্মৃতিৰঞ্জিত মনোময় গদ্যৰ চানেকি। "চৰ্দ্দাৰ বল্লভ ভাই পেটেল" (১৯৬৬) আৰু "বিশ্বদীপা"ও দুখনি মনোৰম জীৱনীগ্ৰন্থ। "শান্তিপথ" একমাত্ৰ প্ৰকাশিত প্ৰৱন্ধমূলক গ্ৰন্থ। নাটকৰ ভিতৰত মীৰাবাই (১৯৬৮)। প্ৰহ্লাদ (১৯৫২) "**শেষপূজা**" আদি হ'ল প্ৰকাশিত গ্ৰন্থ। বাকী অপ্ৰকাশিত গ্ৰন্থৰাজি এতিয়াও প্ৰকাশৰ বাবে অপেক্ষাৰত হৈ আছে। এইয়া মাথোন তেওঁৰ সাহিত্য প্ৰতিভাৰ এটি চমু পৰিচয়। বাকী বিলাক এই প্ৰসঙ্গত অপ্ৰাসঙ্গিক হ'ব বুলি ভাবিয়েই আলোচনাৰ পৰা আঁতৰত ৰখা হ'ল। এতিয়া আহোঁ নলিনীবালা দেৱীৰ কবিতাত পৰিলক্ষিত হোৱা ৰবীন্দ্ৰনাথৰ প্ৰভাৱ সম্পৰ্কে চমু আলোচনালৈ।

অধ্যাত্মবাদী কবি হোৱাৰ কাৰণেই প্ৰায়বিলাক সমালোচকে নলিনীবালা দেৱীৰ কবিতাত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ প্ৰছন্ন হৈ থকাৰ কথা উনুকিয়াব খোজে। কিন্তু এই ক্ষেত্ৰত আমি এটা কথাৰ নিৰ্মোহ আলোচনা কৰা ভাল হ'ব যে এজন ব্যক্তিৰ ৰচনা আন এজন ব্যক্তিৰ ৰচনাৰ সমধৰ্ম্মী হোৱাটোৱেই প্ৰভাৱনেকি ? প্ৰকৃত অৰ্থত প্ৰভাৱ একোটাইত কাব্যৰ পৰম্পৰাৰ পৰা জন্মলাভ কৰা কাব্যৰ অনুভূতিৰ প্ৰৱাহহে। নলিনীবালা দেৱীৰ কবিতাতো ৰবীন্দ্ৰনাথৰ প্ৰভাৱ অনুভৱ কৰাৰ মূলতে অতীন্দ্ৰীয়বাদী চেতনাৰ প্ৰৱাহৰ বাহিৰে আন একো নহয়। নলিনীবালা দেৱীৰ সময়ত ৰবীন্দ্ৰকাব্যৰ প্ৰভাৱ সমগ্ৰ ভাৰতবৰ্ষতে পৰিলক্ষিত হৈছিল, তাতে আকৌ "**গীতাঞ্জলি**" কাব্যখনে বিশ্বদৰবাৰত ভাৰতীয় কাব্য সাহিত্যক প্ৰতিষ্ঠিত কৰাত সহায় কৰিছিল। সেই সময়ত অসমতো

বঙলা মাধ্যমত শিক্ষাদান কৰা হৈছিল। নলিনীবালা দেৱীয়ে শিক্ষা লাভ কৰিছিল তেজপুৰৰ বঙলা প্ৰাথমিক বিদ্যালয়ত। তদুপৰি তেওঁৰ কাৰণে কাব্য আৰু সংস্কৃত শিক্ষালাভৰ কাৰণে গৃহশিক্ষকো নিযুক্ত কৰা হৈছিল। তেখেতৰ নাম আছিল গোপালকৃষ্ণ দে। এই সকলোবোৰৰ প্ৰভাৱত তেওঁৰ কাব্যৰ ওপৰত প্ৰথিতযশা স্বনামধন্য কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাৱ আৰু আদৰ্শৰ প্ৰভাৱ পৰাটো একো অস্বাভাৱিক কথা নহয়। তাতে আকৌ দুয়োজন কবিৰ ৰচনাত প্ৰচ্ছন্ন হৈ থকা ৰহস্যবাদী চেতনাৰ ঐক্যসূত্ৰ এটিও মনকৰিব লগীয়া। কিন্তু এই বিলাকৰ বাহিৰেও আমি এটা কথা কবই লাগিব যে মানুহৰ অন্তৰত সুপ্ত হৈ থকা কাব্যৰ প্ৰেৰণাইহে এজন ব্যক্তিক কবিৰূপে প্ৰতিষ্ঠিত কৰিব পাৰে। কাৰণ, কবিৰ জন্মহে হয়, নিৰ্ম্মাণ নহয়। আমাৰ কবিৰ ক্ষেত্ৰতো এই মন্তব্যটো অপৰিহাৰ্য্য, তেওঁ আছিল আজন্ম কবি, সেয়েহে তেওঁৰ কাব্যৰ প্ৰেৰণাও অৱশ্যাম্ভাৱী। মানৱীয় সুখ-দুঃখ, অনুভূতিৰ গভীৰতাই তেওঁৰ কবিতাক সঞ্জীৱনী শক্তি প্ৰদান কৰিছে। ৰবীন্দ্ৰকাব্যত অৰ্ন্তনিহিত হৈ থকা অতীন্দ্ৰীয়বাদী চেতনাৰ প্ৰৱাহে তেওঁৰ কাব্যত হয়তো এটি মৃদু আলোড়নৰ দোলা দি গৈছে।

ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে নলিনীবালা দেৱীৰ কবিতাতো ইন্দ্ৰিয়গ্ৰাহ্য ৰূপৰ অতীত অৰূপ ৰূপৰ সন্ধান দেখা যায়। ভাৰতীয় দৰ্শনৰ কৰ্ম্মফলবাদ, জন্মান্তৰবাদ আৰু আত্মাৰ অমৰত্বৰ প্ৰতি গভীৰভাৱে বিশ্বাসী কবিৰ সংবেদনশীল মনে অনুভৱ কৰিবলৈ সমৰ্থ হৈছিল যে এই বিশ্বজগতৰ মাজত অৰ্ন্তনিহিত এক পৰম সত্বাই লীলা কৰি আছিছে। কবিৰ দৰে অনুভূতিশীল ভক্তৰ আত্মাই মায়াৰ মৰীচিকা খেদি সেই সত্বাৰ সান্নিধ্য লাভ কৰিবলৈ তৎপৰ হৈ পৰে। বিশ্বব্ৰহ্মাণ্ডৰ সীমিত ৰূপৰ মাজেদিয়েই সেই অৰূপ অনন্ত সত্বাই লুকাভাকু খেলি আত্মপ্ৰকাশ কৰে। তত্বানুসন্ধানী আমাৰ কবিয়েও সেই অৰূপ ৰতনকে ব্যাকুলভাৱে বিচাৰি ফুৰে, "হে মোৰ পৰমপ্ৰিয়, তুমি ক'ত, ক'ত ?" কাৰণ তেওঁ যে আছে সেই বিষয়ে তেওঁৰ কোনো সন্দেহ নাই। সেয়েহে তেওঁ কৈছে,—

**"কোনে বাক দিলে তেনে**
**মানুহৰ আত্মাত**
**বিশ্বগ্ৰাসী অতৃপ্তিৰ ক্ষুধা**
**যদি তেওঁ থোৱা নাই**
**আত্মাৰ চিৰশান্তি**
**পৰশমণিৰ প্ৰেমসুধা ?"** ***(পৰমতৃষ্ণা : সন্ধিয়াৰ সুৰ)***

আন এঠাইত তেওঁ কৈছে, —

**"মানুহৰ দুচকুৰ অসীম সৌন্দৰ্যতৃষ্ণা**

**সুখ আশা হেপাহ বুকুৰ**

**নহয় ই মৰতৰ খন্তেকীয়া জীৱনৰ**

**সুখ আশা পৰম পদৰ**

**ৰূপতৃষ্ণা চিৰসুন্দৰৰ।** *(পৰমতৃষ্ণা : সন্ধিয়াৰ সুৰ)*

বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰেও এই তত্বকে অৱগত কৰি কৈছে—

**"এই জ্যোতি:সমুদ্ৰ মাঝে**

**যে শতদল পদ্ম ৰাজে**

**তাৰই মধু পান কৰেছি,**

**ধন্য আমি তাই।..."** *(গীতাঞ্জলি)*

ভাৰতীয় দৰ্শনৰ মতে মানৱাত্মা পৰমাত্মাৰ পৰা উফৰি অহা জ্যোতিৰ ফিৰিঙতি এটা। সেয়েহে, নদীয়ে যিদৰে মহাসমুদ্ৰত পৰিণতি লাভ কৰিবলৈ পাই পৰিতৃপ্তি লাভ কৰে, আত্মদৰ্শী বিবেকশীল আত্মাইও সেই জ্যোতিসমুদ্ৰৰ মাজত অৱগাহন কৰিবলৈ বিচাৰে। কবি নলিনীবালা দেবীয়েও কৈছে—

**"তুমি জ্যোতি মই ৰেণু**

**হে অৰূপ ! ৰূপৰ আলয়।**

**অনুৰূপে অনাদিত**

**তোমাতেই লীন হ'মগৈ।"** *(সন্ধিয়াৰ সুৰ : সমাধি)*

ৰবীন্দ্ৰনাথৰ কাব্যৰ প্ৰভাৱে নলিনীবালাৰ কবিতাক ভাৰাক্ৰান্ত কৰি তোলা নাই, কিন্তু ঠায়ে ঠায়ে তেওঁৰ ভাৱ-অনুভূতিৰ মৃদু কম্পন এটি যে অনুভূত হয় সি অনস্বীকাৰ্য্য। উদাহৰণ স্বৰূপে ৰবীন্দ্ৰনাথে তেওঁৰ কবিতাত লিখিছে —

**"বিশ্ব যখন নিদ্ৰামগন**

**গগন অন্ধকাৰ**

**কেদেয় আমাৰ বীণাৰ তাৰে**

**এমন ঝংকাৰ।**

**নয়নে ঘুম নিল কেড়ে,**

**উঠে বসি শয়ন ছেড়ে**

**মেলে আঁখি চেয়ে থাকি**
**পাইনে দেখা তাৰ** *(গীতাঞ্জলি)*

তাৰে এটি ক্ষীণ প্ৰতিধ্বনি নলিনীবালা দেৱীৰ কৱিতাতো শুনিবলৈ পোৱা যায়। যেনে;—

**"নিজান নিথৰ মাজনিশা**
**সপোনত জাগে সুৰলোক**
**হিয়া তাঁৰ তোলেহি কঁপাই**
**তন্দ্ৰাভাগে নেপাওঁ বিচাৰি**
**সুৰময় মানস মাধুৰী**
**অসীমত কেনি লীন যায়।**

*(সপোনৰ সুৰ : সুৰৰ পৰশ)*

বিশ্বকবি ৰবীন্দ্ৰনাথ আৰু পদ্মশ্ৰী কবি নলিনীবালা দেৱী দুয়োজনেই আৰাধ্য দেৱতাৰ মিলন আকাঙ্ক্ষী। পৰম প্ৰিয়ৰ পৰমপদৰ লাভৰ স্বপ্নই পুলকিত কৰি তোলে দুয়োজনাকে। দুয়োজনেই পৰমপ্ৰিয়ক পতিৰ ৰূপত কল্পনা কৰি ভাল পায়। কাৰণ তেওঁলোকৰ মতে সেই পতি হৈছে ভাগৱতত বৰ্ণিত পতিৰো পতি, জগৎপতি, অদ্বিতীয় পৰমব্ৰহ্ম। পতি, পুত্ৰ, বিত্ত আদিতকৈ তেওঁ জীৱৰ কাৰণে অধিক প্ৰিয়। বৃহদাৰণ্যক উপনিষদত কোৱাৰ দৰে, "প্ৰেয়ঃ পুত্ৰাৎ, প্ৰেয়ঃ বিত্তাৎ, প্ৰেয়ঃ অন্যস্মাৎ।" সেয়েহে, সেই পৰমপ্ৰিয় পতিৰ কাৰণে পৰমতৃষ্ণাৰে অপেক্ষা কৰে তেওঁলোকে,—অনুভৱ কৰে তেওঁৰ আহ্বান আৰু আগমনৰ সম্ভেদ :—

**"সুন্দৰ, তুমি এসেছিলে আজপ্ৰাতে**
**অৰুণবৰণ পাৰিজাত লয়ে হাতে**
**নিদ্ৰিতপুৰী, পথিক ছিল না পথে,**
**একা চলি গেলে তোমাৰ সোনাৰ ৰথে—**
**বাৰেক থামিয়া মোৰ বাতায়ন পানে**
**চেয়েছিলে তব কৰুণ নয়নপাতে**
**সুন্দৰ, তুমি এসেছিলে আজপ্ৰাতে।"**

*(ৰবীন্দ্ৰনাথ : গীতাঞ্জলি)*

এজনে পাই হেৰুৱাৰ বেদনা অনুভৱ কৰি আনন্দলভে, আনজনে আকৌ পোৱাৰ প্ৰতীক্ষাত দিন গণি থাকি উৎকণ্ঠিত হৈ থাকি আনন্দ লভে। যেনে,—

তোমাৰ আশাতে বাট চাই চাই
গণিছো সদায় যাত্ৰাপথ,
কোন সি ক্ষণত মোৰ বাবে ৰাক
আহিব তোমাৰ বিজয় ৰথ !
বৰণমালাৰ পাৰিজাত লৈ
শান্তি ৰূপেৰে দিবাহি দেখা
অনন্ত নিদ্ৰাৰ অমিয়া তোমাৰ
কাহানিনো মোক পিয়াবা সখা ?

*(সপোনৰ সুৰ : মৰণ অমিয়া :*

ৰবীন্দ্ৰনাথ আৰু নলিনীবালা দেবী দুয়োজনেই মৰণক শ্যামৰ দৰে সুন্দৰ আৰু বৰণীয় বুলি ভাবি তৃপ্তি লাভ কৰে। কৃষ্ণপ্ৰেমত মত্ত ভক্ত চৈতন্যদেবে নিজকে কৃষ্ণ আৰাধিকা লীলাময়ী মহাভাৱময়ী ৰাধা ৰূপে কল্পনা কৰি কৃষ্ণৰ প্ৰেমত আকৃষ্ট হৈ পৰাৰ দৰে, মহান দাৰ্শনিক কবি ৰবীন্দ্ৰনাথেও তেওঁৰ আৰাধ্য দেৱতাক কল্পনা কৰি ভাল পায়—প্ৰিয় পতিৰ ৰূপত, নিজকে কল্পনা কৰি ভাল পায় নৱবধূৰ বেশত। মৃত্যু তেওঁৰ ওচৰলৈ আহিব চিৰসুন্দৰ ৰূপত, শ্যামসুন্দৰৰ বেশত। মৃত্যু তেওঁৰ কাৰণে চিৰবাঞ্চিত আকাঙ্ক্ষিত ধন,কাৰণ, এই মৃত্যুৱে তেওঁক দেহৰ সীমাৰ পৰা মুক্তি দি পৰমানন্দ প্ৰাপ্তিৰ পথলৈ হাত ধৰি আগুৱাই লৈ যোৱাত সহায়ক হ'ব পাৰিব। সেই মৰণক আহ্বান কৰিছে কবিয়ে এনেকৈ;—

"ৰৰণমালা গাথাঁ আছে
আমাৰ চিত্তমাঝে
কবে নীৰৱ হাস্যমুখে
আসবে ৰৰেৰ সাজে
সেদিন আমাৰ ৰবেনা ঘৰ
কেইবা আপন কেইবা অপৰ
বিজন ৰাতে পতিৰ সাথে
মিলবে পতিব্ৰতা
মৰণ, আমাৰ মৰণ, তুমি
কও আমাৰে কথা।"

*(গীতাঞ্জলি)*

ৰবীন্দ্ৰনাথৰ দৰে নলিনীবালা দেৱীৰ কাৰণেও মৃত্যু হৈছে পৰমাত্মাৰ লগত মিলনৰ দুৱাৰ স্বৰূপ। মৃত্যুৱেই তেওঁৰ জীৱনমুক্তিৰ পথৰ পাথেয়। সেয়েহে তেওঁ কৈছে,—

**"চিতাগ্নি হোমাগ্নি হ'ব**
**সমীৰণ মলয় চন্দন**
**সিদিনা সাৰ্থক হ'ব**
**পূৰ্ণ অৰ্ঘ্য, পূৰ্ণই জীৱন।"** *(পৰমতৃষ্ণা ঃ)*

এইবিলাকৰ বাহিৰেও নলিনীবালা দেৱীৰ কবিতাত ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰতীক ধৰ্মী শব্দ বা বাক্যাংশৰ প্ৰভাৱো দুই এঠাইত পৰিলক্ষিত হোৱা দেখা যায়। যেনে,—

**"ৰূপ সাগৰে ডুব দিয়েছি**
**অৰূপ ৰতন আশা কৰি!**
**ঘাটে ঘাটে ঘুৰব না আৰ**
**ভাসিয়ে আমাৰ জীৰ্ণতৰী।"** *(গীতাঞ্জলি)*

নলিনীবালা দেৱীয়ে তেওঁৰ কবিতাৰ কোনো কোনো অংশত তাৰে প্ৰতিধ্বনি তুলি কৈছে,—

**(মোৰ) ধিয়ান পাৰৰ সপোন সুৰৰ ডুব**
**উটি গৈ মাৰে ৰূপসাগৰত বুৰ.**
**জীৱন মৰণ একাকাৰ কৰি**
**বাজে অনাহত সুৰ**
**সিখনি গোপন পুৰ।'**
*(নিজা ঠাই ঃ সপোনৰ সুৰ ঃ )*

আন এঠাইত তেওঁ লিখিছে,—

**"এন্ধাৰ পোহৰ বিজুলীৰ শিখা**
**কত বিচিত্ৰ ৰূপ খেলা**
**ৰূপ সাগৰত বুৰমাৰি পাতোঁ**
**জীৱন জোৰা সুৰ মেলা।"** *(ৰূপান্তৰ ঃ পৰশমণি)*

অৱশ্যে, এইবিলাকৰ মাজেদি বিশ্বকবিৰ ভাৱ প্ৰকাশৰ কৌশলৰ প্ৰতি থকা কবি হৃদয়ৰ অহৈতুকী শ্ৰদ্ধাহে মাথোন পৰিলক্ষিত হয়। নলিনীবালা দেৱীৰ কবিতাত পূৰ্ণাঙ্গ ৰূপত ৰবীন্দ্ৰপ্ৰভাৱ অনুভূত হোৱা নাই। অৱশ্যে, তেওঁৰ প্ৰায়বোৰ কবিতাই পঢ়ি

অনুধাৱন কৰিব পৰা ক্ষমতাও আমাৰ নাই। ৰবীন্দ্ৰকাব্যও অপাৰ সমুদ্ৰৰূপ, তেওঁৰ কবিতাৰ পুঙ্খানুপুঙ্খ বিশ্লেষণ কৰি চোৱাৰ ক্ষমতাও আমাৰ দৰে অকিঞ্চনৰ ক্ষেত্ৰত শোভনীয় নহয়। এইয়া মাথোন দুয়োজনা কবিৰ কাব্যৰ মাজত থকা সামান্য সামঞ্জস্য বিচাৰিচোৱাৰ বিহঙ্গম প্ৰয়াস এটাহে। গোখোজত নভমণ্ডল বিচাৰি চোৱাৰ ধৃষ্টতাৰ বাহিৰে অন্য একো নহয়। শেষত এটা কথাৰেই এই আলোচনাৰ সমাপ্তি কৰিব খুজিছো এনেদৰে: ৰবীন্দ্ৰনাথ আৰু নলিনীবালা দেৱীৰ কাব্য সাধনাৰ মূল সুৰহে একে। পৰমানন্দ প্ৰাপ্তিৰ প্ৰচেষ্টাই দুয়োজন কবিৰ কাব্য চেতনাৰ মাজত সামঞ্জস্য প্ৰতিষ্ঠা কৰাত সহায়ক হৈ পৰিছে। দুয়োজনৰ লক্ষ্য একেটাই; "**তং বেদ্যং পুৰুষম্ বেদ্য যথা মা বো মৃত্যু : পৰিব্যথা :**" (সেই বেদনীয় পুৰুষজনক জানা, যাক জানিলে মৃত্যুয়ে আৰু কোনো ব্যথা দিব নোৱাৰে।)—সেয়ে, নলিনীবালা দেৱীৰ কবিতাক অমৰত্ব প্ৰদান কৰিবলৈ সক্ষম হৈছে। সেই কাৰণেই তেওঁ অসমী আইৰ মুখ উজ্বল কৰি "**মহাশ্বেতা**" লৈ পৰ্যবসিত হ'ব পাৰিছে।

**উদ্ধৃত গ্ৰন্থপঞ্জী :** ১। গীতাঞ্জলি — পুৰ্নমুদ্ৰণ ১৩৭৫ শক, বিশ্বভাৰতী।
২। সপোনৰ সুৰ — তৃতীয়তাঙৰণ, ১৯ ২ চন
৩। সন্ধিয়াৰ সুৰ — ৩য় প্ৰকাশ, ১৮৮৪ শক।
৪। পৰশমণি — প্ৰথম প্ৰকাশ, ১৯৫০ চন।



# নলিনীবালা দেৱী, মহাদেৱী বৰ্মা, বালমনি আম্মা আৰু, পদ্মা

## কৰবী ডেকা হাজৰিকা

অসমীয়া সাহিত্যৰ সমূহ কবিৰ ভিতৰতে একক আৰু অনুপমা কবি নলিনীবালা দেৱী। এই গৰাকী কবিৰ কবিতাত এনে কোমলতা আৰু কৰুণতা বিদ্যমান যে সাধাৰণতে অসমীয়া কবিতাৰ অন্য কবিৰ ৰচনাত এইবোৰৰ সাদৃশ্যতা পাবলৈ টান। নলিনীবালাৰ জীৱন দুখেৰে ভৰা। স্বামী আৰু সন্তানৰ বিয়োগে তেওঁৰ সমুখত উপস্থাপন কৰিছে এখন নিষ্ঠুৰ আৰু যন্ত্ৰণাৰে উতপ্ত পৃথিৱী। কিন্তু তেওঁ আছিল অসাধাৰণ আত্মবিশ্বাস আৰু মনোবল সম্পন্না নাৰী। লগতে আছিল যশস্বী পিতৃৰ প্ৰেৰণা। গতিকে ব্যক্তিগত বিষাদক হৃদয়ৰ একোণত বন্দী কৰি নলিনীবালাই কবিতাৰ মাজেৰে শান্তিৰ সন্ধান কৰিছিল। এই শান্তিৰ সন্ধানে পাৰ্থিৱ জগতৰ তুচ্ছতা আৰু ক্ষুদ্ৰতাৰ পৰা তেওঁক লৈ গৈছিল অপাৰ্থিৱ এক আনন্দলোকলৈ—য'ত বিষাদৰ অন্য নাম তৃপ্তি আৰু যন্ত্ৰণাৰ অন্য নাম আনন্দ।

নলিনীবালাৰ জন্ম হয় ১৮৯৮ চনত। ১৯৫৪ চনত তেওঁ অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনত সভানেত্ৰীত্ব কৰে। ১৯৫৮ চনত তেওঁ লাভ কৰে পদ্মশ্ৰী সন্মান। তাৰ আগতে ১৯৫৬ চনত তেওঁ 'কাব্যভাৰতী' উপাধি লাভ কৰিছিল সৰ্বভাৰত সংস্কৃত সঞ্জীৱণী সভাৰ অসম শাখাৰ পৰা। ১৯৬৮ চনত 'অলকানন্দা' পুথিৰ বাবে দিয়া কাব্যভাৰতী বঁটাই তেওঁৰ প্ৰতিভাৰ আনুষ্ঠানিক স্বীকৃতি দিয়ে।

জন্মগত প্ৰতিভা আৰু পৰিৱেশৰ প্ৰেৰণাত কবিতা ৰচনা কৰা এই গৰাকী কবিৰ কবিতাত অন্তৰৰ অনুভূতি টোপ্ টোপ্‌কৈ সৰিছে। ভাবৰ গভীৰতা আৰু প্ৰকাশভংগীৰ আন্তৰিকতাৰ বাবে কবিতাবোৰে পাঠকৰ বুকুতো কঁপনি তোলে। অতীন্দ্ৰীয়বাদ তেওঁৰ কবিতাৰ ঘাই সুৰ। দেশপ্ৰেম, জননী-বন্দনা, প্ৰকৃতিৰ উপাসনা, পুত্ৰ-বিয়োগৰ কাৰুণ্যৰ আদি বিবিধ বিষয়ৰে ৰচিত হৈছে আৰু বহুতো কবিতা। কিন্তু তেওঁৰ প্ৰধান বৈশিষ্ট্য ফুটি উঠিছে 'সন্ধিয়াৰ সুৰ'ত প্ৰকাশ পোৱা অতীন্দ্ৰীয়বাদী কবিতা কেইটিতহে।

তেওঁৰ অন্য কেইখন কবিতাৰ পুথি হ'ল 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগ দেৱতা', 'অলকানন্দা', 'জাগৃতি', 'অন্তিম সুৰ'।

স্বাভাৱিক কবি-প্রতিভাৰ লগতে থকা অধ্যয়নপুষ্ট মনৰ পৰিচয়ে নলিনীবালাৰ কবিতাক বিশিষ্ট ৰূপ দান কৰিছে। ভাৰতীয় দর্শনৰ আধাৰত জীৱন, মৃত্যু আৰু ভগৱান সম্পৰ্কে গঢ় লৈ উঠিছে তেওঁৰ বিশিষ্ট চিন্তাধাৰা। অবিনাশী আত্মাৰ চিৰন্তন প্রকৃতি আৰু সংসাৰ-চক্ৰৰ আৱৰ্তনৰ ফলত জগতত ঘটি থকা সকলো ৰহস্যময় কার্যৰ প্রতি তেওঁৰ চিন্তা আৰু অনুভূতি সজাগ। জন্মান্তৰবাদত বিশ্বাসী কবিৰ বাবে দুখৰ মাজতো আশা আৰু সান্ত্বনাই একেলগে ধৰা দিয়ে। জন্মান্তৰৰ চিনাকি পৃথিৱীখনকঁ তেওঁ কৈ উঠে—

**আজিৰ নোহোৱা তুমি সুন্দৰী পৃথিৱী**
**জনমৰ যুগমীয়া তুমি**
**তুমি মোৰ জীৱনৰ শান্তিৰ জিৰণি**
**অতীতৰ স্বপ্নলীলা ভূমি।**

মানৱ-প্রকৃতিৰ মাজতো কবিয়ে দেখা পাইছে অন্তহীন ৰহস্য। মানুহৰ তৃষ্ণাৰ শেষ নাই, 'ভোগতেই মানুহৰ তৃপিতি' নপলায়, বাসনাও মানুহৰ অন্তহীন। নিজৰ কর্মৰ ফলত নিজেই আৱদ্ধ হৈ বাৰে বাৰে সংসাৰ-চক্ৰত আৱৰ্তিত হোৱা অসংখ্য মানুহৰ মাজৰে এজন হৈ কবিয়ে কেতিয়া বা নিজকে প্রশ্ন কৰে—

**কিয় আহিছিলো বাৰু**
**গৈছিলো কিয়নো উভটি ?**
**অপূৰণ কৰমৰ ভাৰ বান্ধিলৈ**
**বাৰে বাৰে আহিছো উলটি।**

আত্মা চিৰন্তন। আত্মাৰ সনাতন স্পৃহা হ'ল পৰমাত্মাৰে সৈতে একান্ত মিলন। এই মিলনৰ যাত্রা-পথ হ'ল আশা-আকাঙ্ক্ষা-আনন্দ-বেদনাৰ সান মিহলিৰে বিচিত্র। নলিনীবালাৰ কবিতাত এই বিচিত্র যাত্রাপথৰ বহুৰঙী আৰু হৃদয়পৰশা বিৱৰণ পোৱা যায়।

নলিনীবালাৰ কবিতাৰ কোমলতা, কাৰুণ্য আৰু ৰহস্যবাদী চিন্তাৰ লগত তুলনা কৰিব পৰা কবিতা কমেইহে পোৱা যায়। অসমীয়া সাহিত্যত যি কেইটি ৰহস্যবাদী কবিতা আছে সেইবোৰৰ ভিতৰত নলিনীবালাৰ কবিতা নিজা বৈশিষ্ট্যৰে সমুজ্জ্বল।

সৰ্বভাৰতীয় পটভূমিত বিচাৰ কৰিলে প্ৰথমেই মনলৈ আহে মহাদেৱী বৰ্মাৰ নাম। হিন্দি সাহিত্যত এই খ্যাতনামা কবি গৰাকীৰ ভাৰতীয় সাহিত্যত বিশিষ্ট স্থান আছে। নলিনীবালাৰ কবিতাৰ ৰহস্যবাদী চিন্তাৰ লগত মহাদেৱীৰ কবিতা বহুপৰিমাণে তুলনীয়। এওঁৰ কবিতাৰ পুথি কেইখন হ'ল নীহাৰ, ৰশ্মি, নীৰজা, সান্ধ্যসংগীত আৰু দীপশিখা। গোটেই কেইখনৰ মাজেৰে কবিৰ চিন্তাৰ গভীৰতা আৰু অনুভৱৰ কোমলতা প্ৰকাশ পাইছে। তেওঁৰ কবিতাত আছে জীৱনৰ সিপাৰৰ এক মহাজীৱনৰ অমিত শক্তিৰ ইংগিত। এক স্পৰ্শকাতৰ মনৰো উমান পোৱা যায় তেওঁৰ কবিতাত। জীৱনৰ সুন্দৰতম্ দিশটো আৰু তাৰ মাজৰ পৰা প্ৰতিটো শুভ শক্তিৰ প্ৰতি তেওঁ আছিল সজাগ। চকুৰে দেখা পোৱা জীৱনৰ স্থূল দিশটোৰ বাহিৰে যিটো সূক্ষ্মতম দিশ আছে, সেইবোৰৰ ৰহস্যময়তাৰ প্ৰতিও তেওঁ সচেতন আছিল। নলিনীবালাৰ দৰে মহাদেৱীৰো আছিল দুখক ভগৱানৰ আশীৰ্বাদ বুলি মানি লোৱা এক দৃঢ় মানসিক শক্তি। চিৰবেদনাৰ ভাৰো তেওঁ সহ্য কৰিছিল হাঁহিৰে বোলাই। তেওঁ দেখিছিল, তেওঁৰ ব্যক্তিগত বেদনাই যেন চমকিত কৰিছে বিশ্ব-সংসাৰ। তাৰ প্ৰতিফলনত চতুৰ্দিশে বিষাদ বিয়পি পৰিলেও ক্ষুদ্ৰ বেদনাক বিশালতাৰ মাজলৈ বিয়পাই দি তেওঁ শোকৰ ভাৰ লাঘৱ কৰিব পাৰিছে। 'দীপশিখা'ৰ এটি কবিতাত তেওঁ কৈছে—

**পৰাণে যেতিয়া হাঁহি হাঁহি ল'লে**
**চিৰ বেদনাৰ ভাৰ**
**ভয়ত সিন্ধু পাৰৰ বালিত**
**পৰিল উবুৰি খাই,**
**গিৰি কপালৰ অশ্ৰুৰ ৰেখা**
**মচ খাই যোৱা নাই।**
**তেতিয়াৰে পৰা ধূলিৰ বুকুতো**
**মাথোন হাঁহাকাৰ॥**

ঘাত-প্ৰতিঘাত আৰু বেদনাৰে ভৰা মানুহৰ জীৱনত ভগৱান একমাত্ৰ আশ্ৰয়। নলিনীবালাৰ দৰে মহাদেৱীয়েও ভগৱানক বিচাৰি পাইছে সকলো মানুহৰ দুখৰ শেষৰ সুখ ৰূপে। কিন্তু তেওঁৰ দুখৰ ভাষা মাজে মাজে নলিনীবালাতকৈ বেছি তীব্ৰ আৰু উগ্ৰ, অন্ধকাৰে ঢাকি পেলোৱা জীৱনত তেওঁৰ বাবে সত্য হ'ল দীপক ৰাগিনীৰ প্ৰখৰ উত্তাপ। তেওঁ দেখে—

**ভীত তাৰকা মুদ্রিত দিশ**
**শ্রান্ত মৰুতে নাপায় পথ,**
**আকাশে ত্যিয়াগি খহিছে উল্কা**
**হৰ্ হৰ্ শৰদত।**

চাৰিওফালে যেন মৰণ-যজ্ঞ। তাৰ মাজতে জুইৰে খেলা কৰা জীৱনৰ ছাঁই হৈ যোৱা সকলো সুকুমাৰ সপোন দুহাতেৰে বুটলি কবিয়ে বাট চাইছে তেওঁৰ প্রিয়তম ভগৱানলৈ। এবাৰ তেওঁৰ আহ্বান পালেই কবি যেন গুচিযাব প্রলয়ৰ হেঙাৰ নেওচি। দুখৰ সাগৰত সান্ত্বনাৰ তৰী লৈ অহা সেই পৰম প্রিয়লৈ তেওঁ আকুল হৈ বাট চাইছে নলিনীবালাৰ দৰেই। তেওঁৰ অনুভৱ হৈছে, পৃথিৱীৰ সমস্ত শৰীৰ যেন বিষৰ জ্বালাত আছন্ন। সেই বিষৰ ৰাগীত আকাশো হৈ পৰিছে নীলা। এই দুখ আৰু যন্ত্রণা যি জনে দান কৰে, তেওঁৰ অপূর্ব ৰহস্যময়তাৰ প্রতিও কবি সজাগ। তেওঁ জানে, যি জনে যন্ত্রণা দিয়ে সেইজনেই অমৃতো দান কৰে।

দুয়ো গৰাকী কবিৰে কবিতাত বিয়পি আছে নিঃসংগতাৰ এটি বুকু চুই যোৱা সুৰ। নলিনীবালাই 'নাৱৰীয়া' কবিতাটিত কৈছে—

**আজি এই মহাসমুদ্রৰ**
**সীমাহীন অসীম বুকুত**
**ভাঁহিছো তোমাৰ সতে**
**যাত্রী মই অকলশৰীয়া।**

মহাদেৱীয়েও এটি কবিতাত অভিমান ভৰা কণ্ঠেৰে কৈ উঠিছে—

**পথ হ'বলৈ দিয়া অপৰিচিত**
**প্রাণ হওক অকলশৰীয়া**

বিষাদৰ গৰলক অমৃতলৈ পৰিণত কৰি দুয়োগৰাকী কবিয়ে তেওঁলোকৰ কবিতাত ছাঁপোহৰেৰে ভৰা ৰহস্যময় চিন্তাৰ অনুপম ছবি অংকণ কৰিছে। তেওঁলোকৰ বাবে দুখৰ দেৱতাই হৈ পৰে সুখৰো গৰাকী। নলিনীবালাৰ 'প্রহৰী' কবিতাত আছে—

**বিশ্ব মাধুৰি য'ত**
**ধৰে শোভা বেথাৰ গীতত**
**চৰম দুখত সানে**
**সান্ত্বনাৰ অমিয়া বুকুত**
**থাকা তুমি থাকা তুমি ত'ত।**

মহাদেৱীৰো অনুভৱ ঃ

**নয়নমণিত সোমালে আকাশ**
**বিজুলীৰ দেশ জিলিকা এতিয়া হিয়া**
**অংগৰাগ হৈ জিলিকি পৰিল**
**সীমাহীন তেওঁৰ ছায়া।**
**আপোন দেহত জিলিকি উঠিল**
**শৃংগাৰ যেন কাৰোবাৰ।**

প্ৰায় একে সুৰতেই কৈছে নলিনীবালাই ঃ

**শিতানত থকা বকুলজোপাত**
**শুনিলো বাঁহীৰ মাত**
**সাৰ পাই দেখোঁ চন্দনসুবাস**
**আমোল মোলায় গাত।**

প্ৰকৃতি জগতৰ মেঘ, সাগৰ, নিজৰা সকলোৰে মাজতে দুয়োগৰাকী কবিয়ে চিৰসুন্দৰৰ পৰশৰ উমাণ পাইছে। মহাদেৱীৰ বাবে মেঘ যেন এক ৰহস্যময় শক্তিৰ প্ৰতীক। যাযাবৰ পথিকৰ দৰে কাজলবুলীয়া মেঘৰ মাজত তেওঁ দেখিছে সৃষ্টি আৰু ধ্বংসৰ অদ্ভুত সমাহাৰ। নলিনীবালাই শুনিছে পৰ্বতীয়া জুৰিটিৰ জিৰ্ জিৰণিৰ মাজত বিননিৰ সুৰ। তেওঁক মুগ্ধ আৰু বিস্মিত কৰিছে পূৰ্ণিমাৰ ভৰা জোনে। প্ৰকৃতি জগতৰ নানা ৰূপ-ছবিৰ মাজত প্ৰিয়তম ভগৱানৰ অসীম প্ৰভাৱকে দুয়োগৰাকী কবিয়ে প্ৰত্যক্ষ কৰিছে।

দৃশ্যমান জগতৰ প্ৰতিটি বস্তুতে যাৰ আভাস ফুটি উঠে, সেই মংগলময়ৰ দান স্বৰূপে সীমাহীন যন্ত্ৰণাও কেতিয়াবা হৈ পৰে পৰমকাব্য। মহাদেৱীয়ে তেনেবোৰ ক্ষণতে যেন কৈ উঠে—'অশ্ৰু নহব কিয় শৃংগাৰ মোৰ ?" নলিনীবালাৰ বাবেও অশ্ৰু এক পূজাৰ উপচাৰ। তেওঁৰ অশ্ৰু যেন হিয়াভৰা তপত শোণিত, যি নিগৰি আহে চকুৰে। সেই চকুলোৰ অৰ্ঘ্য সজাই তেওঁ অপেক্ষা কৰিছে প্ৰিয়তমলৈ।

প্ৰিয়-অভিসাৰৰ মধুৰ ছবি এখনৰ ৰূপকল্পই দুয়োগৰাকীৰে কবিতাত মধুৰ কোমলতা দান কৰিছে। নলিনীবালাই অনুভৱ কৰিছে—

**বকুল তলেৰে তোমাৰ চৰণ ধ্বনি**
**শুনিলো মধুৰ নূপুৰৰ ৰিণিজিনি।**

**মদিৰ সমীৰ তোমাৰ সুৰভি শ্বাসে**
**আকুলিত বন তোমাৰ মধু পৰশে।**

মহাদেৱীৰ কবিতাত ৰহস্যবাদী চিন্তাৰে ভগৱানলৈ বাটচোৱা তেওঁ যেন চিৰকালৰ প্ৰেমিকা, প্ৰিয়ৰ এটি ইংগিতৰ বাবে তেওঁ যেন পাৰ কৰে শত শত বিনিদ্ৰ ৰাতি। মেঘৰ মাজত তেওঁ দেখে প্ৰিয়ৰ সজল আমন্ত্ৰণ, নিজৰ মাজত দেখে প্ৰিয়ৰ হাঁহিৰ উচ্ছাস। মমৰ দৰে গলি যোৱা মনেৰে তেওঁ নিজকে কল্পনা কৰে চিৰকালৰ পথিক বুলি। সমুখত অজান পথ, সেই পথত হাতধৰি নিবলৈ প্ৰিয়তমেই তেওঁৰ একমাত্ৰ সম্বল। নলিনীবালায়ো একে সুৰতে কৈ উঠিছে—

**দূৰনীয়া বাট ধৰি যাওঁতে যাওঁতে**
**উঠে যদি ভৰিৰ কঁপনি।**
**হাতধৰি লাহেকৈ লৈ যাবা মোক**
**তুমি যেন নোপোৱা আমনি।**

বাৰে বাৰে ধৰা দিবলৈ খুজি আঁতৰি যোৱা পৰমপ্ৰিয়ৰ সন্ধানত কাতৰ কণ্ঠেৰে তেওঁ কয়, 'অ' মোৰ পৰম প্ৰিয়, তুমি ক'ত, তুমি ক'ত ?''

নলিনীবালাই মৃত্যুক এক নতুন মিলনৰ ৰূপদান কৰিছে আৰু মৃত্যুৰ মাজত মিলনৰ মধুৰ ছবি অংকণ কৰিছে। চিতাগ্নিক হোমাগ্নি বুলি কৰা তেওঁৰ কল্পনাত নাৰীহৃদয়ৰ সকলো কৰুণ আকুতি আৰু ব্যথা সোমাই আছে। মাজে মাজে তেওঁ জন্মান্তৰবাদ, কৰ্মফল আদি জটিল সমস্যা সমূহৰো সমাধান বিচাৰিছে। কিন্তু এই সন্ধানত তত্ত্বজীজ্ঞাসুৰ কৌতূহলতকৈ বেছি স্পষ্ট হৈ আছে ব্যথা আৰু কাৰুণ্যৰ সুৰ। নিজৰাৰ দৰে স্বচ্ছন্দ প্ৰৱাহী তেওঁৰ কবিতা বেদনাজলেৰে উপচি পৰি ভগৱানৰ চৰণ পিয়াই বৈ যায়। তাৰ তুলনাত মহাদেৱীৰ কবিতাত আছে এক দৃঢ়তা আৰু প্ৰত্যাহ্বানৰ সুৰ। তেওঁৰ বেদনাৰ ৰূপান্তৰ ঘটিছে শক্তি আৰু আত্মবিশ্বাসলৈ। নিজৰ মাজত থকা অমিত শক্তিও ভগৱানৰ দান বুলি মানি লৈ তেওঁ বহণ কৰিছে এক কৃতজ্ঞতাৰ মনোভাব। ভগৱানক কেৱল ভগৱান বুলি নহয়, চিৰসুন্দৰ আৰু পৰমপ্ৰিয় ৰূপে গ্ৰহণ কৰি বেদনাক শান্তিলৈ পৰিণত কৰিব পৰাতে দুয়োগৰাকী কবিৰ ৰহস্যবাদী চিন্তাধাৰাৰ সাৰ্থকতা।

নলিনীবালাৰ সমসাময়িক কবিসকলৰ ভিতৰত বংগদেশৰ কোনো যুগমীয়া স্বাক্ষৰ এৰি যোৱা মহিলা কবিৰ নাম মনলৈ নাহে। সৰ্বভাৰতীয় পটভূমিত বিচাৰ কৰিলে প্ৰথমেই মনলৈ আহে বালমণি আম্মাৰ নাম। পঞ্চাশৰ দশকত অধিকাংশ কবিতা ৰচনা

কৰোঁতা এই গৰাকী কবিৰ শ্ৰেষ্ঠতম কবিতাটোৰ নাম হ'ল আম্‌মা। এগৰাকী গাভৰু মাতৃৰ আশা, সপোন, উৎকণ্ঠা আৰু বিষাদৰ মনোমোহা ছবি ইয়াত ফুটি উঠিছে। তেওঁৰ পিছৰ কালৰ কবিতাবোৰত 'আম্‌মা'ৰ সংবেদন শীলতা পাবলৈ নাই যদিও এক বেদান্ত দৰ্শনৰ উপলব্ধি আৰু ৰহস্যবাদী চিন্তা সেইবোৰত বিয়পি আছে। সেইফালৰ পৰা এইবোৰ কবিতা নলিনীবালাৰ কবিতাৰ লগত তুলনীয়। ব্যক্তিগত শোকৰ ফলস্বৰূপেও দুয়োজন কবিয়ে সমগোত্ৰীয় কবিতা ৰচনা কৰিছে।

পঞ্চাশৰ দশকৰ ডোগ্ৰী মহিলা কবি পদ্মাৰ কবিতাৰ লগত নলিনীবালাৰ কবিতাৰ মৃদু সাদৃশ্য লক্ষ্য কৰা যায়। এওঁৰ এটি সুদীৰ্ঘ কবিতাৰ নাম হ'ল '১৮৫৭'। এই দেশপ্ৰেমৰ কবিতাটি ডোগ্ৰী সাহিত্যত জাকত-জিলিকা, ঠিক নলিনীবালাৰ 'জনমভূমি'ৰ দৰে। পদ্মাৰ কোনো কোনো কবিতাত ফুল-তৰা-গানৰ কোমলতা অনুভূত হয়। কেতিয়াবা মৰুভূমিৰ মাজত ভোকে-পিয়াহে লালকাল হৈ প্ৰিয়তমৰ বাবে অপেক্ষা কৰি থকা প্ৰেমিকাৰূপে তেওঁ নিজৰ ছবি আঁকে। এই অপেক্ষাই মনত পেলায় নলিনীবালাৰ 'অ' মোৰ পৰমপ্ৰিয়, তুমি ক'ত ?" উক্তিলৈ।

নলিনীবালাৰ কবিতাৰ তুলনাৰ বাবে কেৱল মহিলা কবিসকলৰ কবিতাতে ব্যস্ত নাথাকি বাহিৰলৈ চকু আনিলে প্ৰথমতেই মনলৈ আহে ৰবীন্দ্ৰনাথৰ নাম। এইজন কবিৰ আধ্যাত্মিক ৰহস্যবাদেৰে পুষ্ট কবিতাৰ বহুতো লক্ষণ নলিনীবালাৰ কবিতাৰে মিলে। ৰবীন্দ্ৰনাথে তেওঁৰ প্ৰাণৰ মাজত চিৰসুন্দৰৰ উপস্থিতি কামনা কৰি বহুতো অপেক্ষাৰ শেষত অভিযোগ কৰি কৈছে––

**তুমি যদি না দেখা দাও**
**কৰ আমায় হেলা**
**কেমন কৰে কাটে আমাৰ**
**এমন বাদল-বেলা।**

তেওঁৰ বাবে সেই চিৰসুন্দৰ মংগলময়, কৰুণাৰ আধাৰ। তেওঁ ওচৰতে আছে, অথচ ধৰা নাযায়। প্ৰতাৰিত কবিৰ মন বেদনাত ভাগি পৰিব বিচাৰে। তথাপি তেওঁৰ আছে অসীম মনোবল। যন্ত্ৰণাক ভগৱানৰ নিৰ্মালি বুলি মানি লৈ তেওঁ সকলো কষ্ট আৰু বেদনাক সাহসেৰে আৰু সমাহিত চিত্তে গ্ৰহণ কৰিছে।

তেওঁৰ বাবে ভগৱান প্ৰেমময় আৰু সুন্দৰ, সেই ভগৱানক আহ্বান কৰি তেওঁ কয় ঃ

**এসো নিৰ্মল উজ্জ্বল কান্ত**

**এসো সুন্দৰ স্নিগ্ধ প্ৰশান্ত**
**এসো এসো হে বিচিত্ৰ বিধানে**

ভগৱানৰ এই ৰূপ যেন মাজে মাজে সোমাই পৰে কুঁৱলীৰ আঁৰত। কিন্তু তেওঁক চাবলৈ, পাবলৈ আৰু তেওঁতে মিলি পৰিবলৈ বিয়াকুল হৈ পৰে তৃষিত হৃদয়। সুদূৰৰ বাঁহীৰ মাতৰ দৰে মায়াময় আৰু অজান ৰহস্যৰে ভৰা তেওঁৰ ৰূপে কবিক যেন বাৰে বাৰে টানি নিব খোজে অসীমৰ ফালে। এয়া হ'ল আধ্যাত্মিক ৰহস্যবাদ। ভাৰতীয় দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত এইবোৰ কবিতাই ৰবীন্দ্ৰনাথৰ কবিতাক বিশিষ্ট ৰূপ দান কৰিছে। নলিনীবালাৰ কবিতাতো এনে চিন্তাধাৰাৰ সমৰূপতা বিৰাজমান।

নলিনীবালাৰ কবিতাৰ তুলনামূলক আলোচনাৰ সামৰণি মৰাৰ আগতে এটি প্ৰেম আৰু ৰহস্যৰ কোমল কবিতালৈ চোৱা যাওক। কবিতাটিৰ নাম 'ভ্ৰষ্টলগ্ন'। কবিয়ে ইয়াত নিজকে প্ৰিয়তমলৈ বাট চাই থকা লজ্জাৱতী দয়িতা ৰূপে কল্পনা কৰিছে। তেওঁ যেন প্ৰিয় সান্নিধ্যৰ বাবে নিজকে মনোৰমা কৰি সজাই তুলিছে। অথচ তৰুণ পথিক ৰূপে সেই ক্লান্ত প্ৰিয়তমে যেতিয়া—

**"সুধিলে কাতৰে তেওঁ ক'ত, তেওঁ ক'ত ?**
**ক্লান্ত চৰণে মোৰ দুৱাৰত বৈ**
**লাজত মৰহি নোৱাৰিলো ক'ব মই**
**শ্ৰান্ত পথিক ! সেয়ে মই, সেয়ে মই।"**

ইয়াত বিদ্যাপতিৰ গীত বা চণ্ডিদাসৰ পদাৱলীৰ দৰে আশা আৰু হতাশাৰ ছাঁ পোহৰ খেলাত প্ৰিয়ৰ বাবে ব্যাকুল লজ্জাৱতী নাৰীৰ অপূৰ্ব ছবি ফুটি উঠিছে। ভগৱৎ প্ৰেমৰ এনে সুকোমল মায়াভৰা প্ৰকাশ দেখা যায় মীৰাবাইৰ ভজন সমূহত। নলিনীবালাৰ কবিতাৰ লগত এইদৰেই বিবিধ কবিৰ ৰচনাৰ তুলনা কৰিব পাৰি। তুলনাৰ দ্বাৰা তেওঁ দুগুণহে জিলিকি উঠে, ম্লান নহয়।



# নলিনী বালা দেৱী আৰু ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতা

## হিৰণ্ময়ী দেৱী

অসমীয়া কাব্য সাহিত্যৰ বুৰঞ্জীত নলিনী বালা দেৱী আৰু ধৰ্ম্মেশ্বৰী দেৱী বৰুৱাণী দুটি বিশেষভাৱে উল্লেখযোগ্য নাম। নৱন্যাস যুগৰ ভাৱ-ধাৰাৰে পুষ্ট এই দুয়োগৰাকী কবিয়ে নিষ্ঠা আৰু নিৰলস সাধনাৰে সুদীৰ্ঘ কাল অসমীয়া সাহিত্যৰ সেৱা কৰি গৈছে।

নলিনীবালা আৰু ধৰ্ম্মেশ্বৰী দেৱী দুয়োগৰাকী ৰোমাণ্টিক যুগৰ সামৰণি কালৰ কবি; নলিনীবালাৰ প্ৰথম কাব্যসংকলন 'সন্ধিয়াৰ সুৰ' প্ৰকাশ হৈ ওলায় ১৯২৮ চনত। ধৰ্ম্মেশ্বৰী দেৱীৰ 'ফুলৰ শৰাই'ৰ প্ৰকাশ ১৯২৯ চনত। কাৰুণ্যৰ মাজতে দুয়োৰে 'কাব্যপ্ৰতিভাৰ উন্মেষ আৰু বিকাশ ঘটিছিল। শোকতেই শ্লোকৰ জন্ম; ক্ৰৌঞ্চপখী নিধনৰ কৰুণ ঘটনাই হেনো আদি কবি বাল্মিকীৰ মুখত পৃথিৱীৰ প্ৰথম কবিতাক ভাষা দিছিল। দুয়োগৰাকীৰে, সেইকালৰ সামাজিক প্ৰথা অনুসৰি নিচেই কম বয়সতে বিয়া হৈছিল। কৰ্ম্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ বৰজীয়ৰী নলিনীবালা দেৱীয়ে ঘৰত শিক্ষাসংস্কৃতিৰ এটি সুন্দৰ পৰিবেশ পাইছিল। তেওঁ সৰুতেই কবি-প্ৰতিভাৰ পৰিচয় দিছিল যদিও সাংসাৰিক জীৱনৰ নানা জঞ্জালৰ মাজত সেইবোৰ চিন্তা-চৰ্চা তল পৰিছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে কুৰিবছৰ পূৰ নৌহওঁতেই তেওঁ বিধবা হোৱাত আমা-ডিমা পাঁচোটি, ল'ৰা-ছোৱালীৰ সৈতে পিতৃ-গৃহলৈ উভতি আহে। শোকদগ্ধ পিতৃমাতৃয়ে কন্যাৰ সকলো বোজা নিজে কান্ধ পাতি লৈ তেওঁৰ তাপিত প্ৰাণৰ জুৰণিৰ বাবে সাধু-সঙ্গ, অধ্যয়ন আৰু কাব্য সাধনাৰ পৰিবেশ যতনাই দিয়ে। তেনে সময়তে অগাপিছাকৈ দুটি-সন্তানৰ মৃত্যুয়ে তেওঁৰ অন্তৰ ভাঙি থৈ যায়। দুখ-যন্ত্ৰণাৰ পৰা সকাহ পোৱাৰ আশাৰে নলিনীবালাই কাব্য দেৱীৰ অৰ্চনাত নিৰৱচ্ছিন্নভাৱে লাগে। পৰিয়ালৰ উছাহ-উদ্‌গনি, নিজাববীয়া সাধনাৰ সাৰপানী পাই তেওঁৰ অন্তৰত থকা কাব্যৰ অঙ্কুৰটি লহপহকৈ বাঢ়ি আহে। 'সন্ধিয়াৰ সুৰ' ছপা হৈ ওলোৱাৰ পিছত তেওঁ কাব্যমোদী পাঠকৰ বিশেষ স্বীকৃতি লাভ কৰে। তেতিয়াৰে পৰা অবিৰত কাব্য সাধনাৰে তেওঁ 'সন্ধিয়াৰ সুৰ'ৰ উপৰিও 'সপোনৰ সুৰ', 'পৰশমণি', 'যুগ-দেৱতা', 'জাগৃতি',

'অলকানন্দা' আৰু 'অন্তিম সুৰ' নামেৰে মুঠ সাতটি কাব্যসংকলনেৰে আমাৰ কাব্য সাহিত্যৰ ভড়াল চহকী কৰি যায়। কবিতাৰ উপৰিও কেইবাখনো শিশুনাটক, জীৱনী, প্ৰবন্ধপুথি আৰু এখনি আত্মজীৱনীৰো তেওঁ ৰচয়িত্ৰী। কবিগৰাকীৰ কেইবাখনো কবিতাপুথি এতিয়াও অপ্ৰকাশিত অৱস্থাত।

গুৱাহাটীৰে জীয়ৰী ধৰ্ম্মেশ্বৰী দেৱীৰ তেৰ বছৰ বয়সত বিয়া হৈছিল স্থানীয় উদ্যোগী ব্যৱসায়ী দুৰ্গা নাথ বৰুৱাৰ সৈতে। দুৰ্ভাগ্যবশতঃ বিয়াৰ দুই তিনিবছৰমান পিছতে তেওঁ দুৰাৰোগ্য বাতৰোগত আক্ৰান্ত হয়। মৰমীয়াল স্বামীৰ আপ্ৰাণ চেষ্টা স্বত্বেও তেওঁক সুস্থ কৰি তুলিব পৰা নগ'ল। বাতবিষে ক্ৰমান্নয়ে তেওঁক একপ্ৰকাৰ কোঙা কৰি পেলালে। নাৰী জীৱনৰ পৰম সাৰ্থকতা মাতৃত্বৰ পৰাও তেওঁ বঞ্চিত হ'ল। বিচনাকে সাৰথি কৰি নিজৰ দুৰ্ভাগ্যৰ বাবে হা-হুমুনিয়াহ কাঢ়ি দিন কটোৱা ধৰ্ম্মেশ্বৰীক উদাৰ, সহানুভূতিশীল স্বামীয়ে উপদেশ দিলে; মনৰ আবেগ-অনুভূতি জুকিয়াই কবিতাৰ ৰূপত লিখি উলিয়াবলৈ। পত্নীৰ জন্মগত কবি প্ৰতিভাৰ উমান পায়েই হয়তো তেওঁ সেই উপদেশ দিছিল। স্বামীৰ নিৰ্দ্দেশ শিৰ পাতি লৈ ৰুগ্না পত্নীয়ে হাতত কলম তুলি ললে; সমকালীন আলোচনী দুই এখনত তেওঁৰ কবিতা প্ৰকাশিত হবলৈ ধৰিলে। সেই কবিতাবোৰ তেওঁৰ স্বীমায়ে অতি সযতনে সংৰক্ষণ কৰিছিল। প্ৰকাশিত, অপ্ৰকাশিত প্ৰায় একুৰি কবিতা 'ফুলৰ শৰাই' নামেৰে ছপাই উলিয়াই পত্নীৰ হাতত দি দুৰ্গানাথ বৰুৱাই কৈছিল, "এইটি তোমাৰ সন্তান, বুলি ধৰিবা; নিজৰ পৰা জন্ম হোৱাজনেই আত্মজ বা সন্তান; কবিতাখানি তোমাৰ আত্মাৰ পৰাই উদ্ভৱ হৈছে যেতিয়া এইটোৱেই তোমাৰ সন্তান।" এইদৰে স্বামীৰ উৎসাহ আৰু মৰমে শয্যাশায়ী কবিগৰাকীৰ মনত আত্ম বিশ্বাস জগাই তুলিলে। দৈহিক অক্ষমতাৰ কথালৈ পিঠি দি তেওঁ একনিষ্ঠভাৱে কবিতা ৰচনাত প্ৰবৃত্ত হ'ল। কবিগৰাকী পিছলৈ দৃষ্টিশক্তিহীন হৈ পৰাত কবিতা তেওঁ মুখেৰে গাইহে গৈছিল; স্বামীৰ ইতিমধ্যে মৃত্যু হোৱা বাবে নাতি-নাতিনী বন্ধু-বান্ধৱ সকলে সেই কবিতা লিপিবদ্ধ কৰিছিল। নিদ্ৰাহীন ৰাতি তেওঁক জুমুৰি দি ধৰা ভাবৰাশিক কবিতাৰ ৰূপ দি সেইখিনি কাগজত টুকি থবলৈ আন্ধাৰে পোহৰে কিদৰে নাতি-নাতিনীহঁতক জগাইছিল সেই কথা তেওঁৰ এগৰাকী নাতিনীয়ে নিজমুখে আমাক কৈছিল।

কবিৰ পৰবৰ্ত্তী কাব্য সংকলন 'প্ৰাণৰ পৰশ' ১৯৫২ চনত আৰু শেহতীয়া পুথি 'অশ্ৰুধাৰা আৰু জীৱনতৰী' তেওঁৰ মৃত্যুৰ পিছত ১৯৬৩ চনত প্ৰকাশ হয়। কবিগৰাকীৰ কাব্যপ্ৰতিভাৰ স্বীকৃতি স্বৰূপে অসম সাহিত্য সভাই তেওঁক কাব্য ভাৰতী

উপাধি দান কৰিছিল। যশস্যা লাভৰ বাবে নহয়, ভাৰাক্ৰান্ত প্ৰাণক সকাহ দিবলৈকে তেওঁ কবিতা লিখিছিল।

সমালোচক মহেশ্বৰ নেওগদেৱৰ ভাষাত, "বাহিৰৰ জীৱনৰ দুৱাৰ ৰুদ্ধ হোৱাত স্বামীৰ প্ৰেমৰ কাঠিটিৰে তেওঁ অন্তৰৰ দুৱাৰ খুলি বহে কবিতাৰ সাধনাত।" কবিৰ জীৱনৰ এই মৰ্মন্তুদ ঘটনাই আমাক-অন্ধকবি মিল্টনৰ কলমত প্ৰকাশ পোৱা অন্ধত্বৰ মহা হাঁহাকাৰৰ কথা সোঁৱৰাই দিয়ে।

কাব্যৰ বৈশিষ্ট্যৰ পিনৰ পৰা চাবলৈ গলে দুয়োগৰাকী কবিৰে কবিতাৰ মূল সুৰ হৈছে আধ্যাত্মিকতা। দুখ-বেদনাৰ আঘাতে মানুহক উপলব্ধিৰ গভীৰতা প্ৰদান কৰে। ঈশ্বৰত গভীৰ বিশ্বাসে দুয়োকে সংসাৰ ধুমুহাৰ সমুখত থিৰে থাকিবলৈ শিক্ষা দিছিল। ভাৰতীয় দৰ্শনৰ আত্মাৰ অমৰত্ববাদ, জন্মান্তৰবাদ, কৰ্মফলবাদ আদি তত্ত্বই তেওঁলোকৰ অন্তৰত গভীৰভাৱে ক্ৰিয়া কৰাৰ ফলত দুখ-যন্ত্ৰণাক তেওঁলোকে সৃষ্টি প্ৰেৰণালৈ ৰূপান্তৰিত কৰিবলৈ সক্ষম হৈছিল। এই সুনিয়ন্ত্ৰিত বিশ্বপ্ৰৱাহৰ অন্তৰালত সৃষ্টিকৰ্ত্তাৰূপে এক পৰম শক্তিৰ অস্তিত্ব সকলো ধৰ্মৰ লোকে বিশ্বাস কৰে। সংবেদনশীল কবিক, আমাৰ চৌপাশৰ এই বিচিত্ৰ পৃথিৱীখনে, প্ৰকৃতিৰাজ্যত নিতৌ ঘটি থকা নানান পৰিবৰ্ত্তনে, ৰহস্যময় মানৱ জীৱনে বিস্মিত, পুলকিত কৰে। কবিয়ে তেওঁৰ তৃতীয় নয়নেৰে একোটি সাধাৰণ বস্তুতে স্বৰ্গীয় সৌন্দৰ্য্যৰ আভাস, একোটা পৰম সত্যৰ সন্ধান পায়। এটি ক্ষুদ্ৰ বনৰীয়া ফুলেই কবিক সৰগৰ বতৰা দিব পাৰে। পঞ্চ জ্ঞানেন্দ্ৰিয়ৰ সহায়েৰে যি বস্তুৰ অনুভৱ হয় তাৰ জ্ঞান প্ৰত্যক্ষ। গোলাপ পাহিত মন মোহনীয় ৰং আৰু সুবাসৰ অস্তিত্ব ইন্দ্ৰিয়গ্ৰাহ্য; কিন্তু মৃত্যুৰ পিছত প্ৰিয়জনে আশ্ৰয় লোৱা বুলি বিশ্বাস কৰা "চিৰবসন্তৰ সেই জ্যোতিৰ্ময় দেশ/আনন্দৰ পুণ্য তপোবন"ৰ (নলিনী বালা) অস্তিত্ব ইন্দ্ৰিয়ানুভূতিৰ অতীত। গতিকে তাৰ প্ৰকাশ হয় অস্পষ্ট, ধুঁৱলি কুঁৱলি। বিশ্বপ্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যই কবিক অন্তৰ্মুখী কৰে। বিশ্বব্ৰহ্মাণ্ডৰ সীমিত ৰূপৰ মাজেৰে তেওঁ, অসীম অন্তৰৰ ৰূপ ধ্যান কৰে; ইন্দ্ৰিয়গ্ৰাহ্য ৰূপৰ সাগৰ তলিত তেওঁ অৰূপ ৰতন বিচাৰি ফুৰে, ক্ষয়িষ্ণু পঞ্চভৌতিক দেহৰ সীমা পাৰ হৈ অসীম অনন্তত 'পৰম প্ৰিয়'ৰ সৈতে একাত্ম হ'বলৈ বিচাৰে। কবিৰ অশান্ত অতৃপ্ত প্ৰাণে নানা প্ৰতীকৰ মাধ্যমেৰে সেই অপাৰ্থিব সৌন্দৰ্য্যৰ ৰূপ দিবলৈ বিচাৰে। ফলত সেইসকল কবিৰ কবিতাত আধা আন্ধাৰ, আধা পোহৰ, এক ছয়াময়া সৌন্দৰ্য্যৰ জিলিঙনি পৰে। সিয়েই হ'ল কবিতাত অতীন্দ্ৰীবাদৰ গুৰি কথা। অসমীয়া সাহিত্যত আলোচিত দুয়োগৰাকী কবিয়েই অতীন্দ্ৰীয়বাদী ৰূপে জনাজাত।

সুন্দৰৰ প্ৰতি আকুল তৃষ্ণা, গভীৰ জীৱন জিজ্ঞাসা, সচ্চিদানন্দময় পৰম সত্ত্বাত বিলীন' হোৱাৰ হেঁপাহ নলিনীকাব্যৰ প্ৰধান সুৰ। গীতা-ভাগৱত, উপনিষদৰ জ্ঞানে তেওঁক শিকালে, এই সংসাৰ, এই জীৱন যৌৱন সকলো মিছা; তাৰ বিপৰীতে আত্মা অবিনশ্বৰ, সনাতন। এনে উপলব্ধিয়ে কবিৰ দুখ-বেদনাৰ বোজা পাতলায়; মৃত্যু তেওঁৰ সমুখত দেখা দিয়ে চিৰ-বাঞ্ছিত ৰূপত; কাৰণ মৃত্যুয়ে দেহৰ সীমা চেৰাই অসীমত অনন্ত যাত্ৰাৰ, পথ মুকলি কৰি দিয়ে; “চিতাগ্নি হোমাগ্নি হব/সমীৰণ মলয় চন্দন....।” “পৰম তৃষ্ণা” নামৰ কবিতাটি, কবিৰ অতীন্দ্ৰীয়ানুভূতিৰ শ্ৰেষ্ঠ প্ৰকাশ ঘটিছে। “পাইছো সকলো যেন/নাই পোৱা ভেওঁ/কিবা এটি নাই নাই নাই। নোৱাৰো ফুটাই কব/মুখৰ কথাৰে/প্ৰাণে ভাৱ বিচাৰি নেপায়।” আমি কোন, “কিয় আহিছিলো বাৰু ? কিয় গৈছিলো/কিহলৈ ঘূৰি ঘূৰি/উভতি আহিলো”—এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ বিচাৰি কবি ব্যাকুল হয়। জ্ঞেয় আৰু অজ্ঞেয়ৰ, মৰত আৰু সৰগৰ, দিঠক আৰু সপোনৰ মাজত দোদোল্যমান কবিয়ে উপলব্ধি কৰে, “মানুহৰ দুচকুৰ/ অসীম সৌন্দৰ্য্য তৃষা/সুখ আশা হেঁপাহ বুকুৰ নহয় ই মৰতৰ/খন্তেকীয়া জীৱনৰ/সুখ আশা পৰম পদৰ। ৰূপ তৃষ্ণা চিৰ সুন্দৰৰ।” (পৰম তৃষ্ণা)

কবিৰ প্ৰথম প্ৰকাশ ‘সন্ধিয়াৰ সুৰৰ’ কবিতাগুচ্ছতে ঘাইকৈ এনে অতীন্দ্ৰীয় ভাৱধাৰাৰ প্ৰকাশ ঘটিছে যি ভাৱধাৰাই তেওঁৰ কবিতাক দাৰ্শনিক গভীৰতা আৰু গৰিমা প্ৰদান কৰিছে।

ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাতো এই অতীন্দ্ৰীয়বাদী সুৰৰ প্ৰতিধ্বনি শুনা যায়। কবিগৰাকীৰ আগ বয়সৰ ৰচনা ‘ফুলৰ শৰাই’ৰ পাতত তেওঁৰ দুখ-যন্ত্ৰনাময় জীৱন-অভিজ্ঞতাৰ ছাঁ পৰা দেখা যায়। ‘সপোন’, ‘ধুমুহা’ আদি কেইটিমান কবিতাত তেওঁ ৰূপকৰ আশ্ৰয় লৈ নিজৰ বিপৰ্য্যস্ত জীৱনৰ ছবি দাঙি ধৰিছে। কিন্তু দিন যোৱাৰ লগে লগে তেওঁৰ উপলব্ধি হ'ল যে এই ক্ষণভঙ্গুৰ জীৱনত সুখ-দুখ, জয়-পৰাজয়, পোৱা-নোপোৱাৰ বেদনাৰ কোনো অৰ্থ নাই; পাৰ্থিব সুখ সম্ভোগেই জীৱনৰ আচল কথা নহয়; ত্যাগৰ সোপানেৰে সেইবোৰৰ উৰ্দ্ধলৈ গৈ আত্মাৰ পৃথিৱীত বিচৰণ কৰিব পাৰিলেহে জীৱনত প্ৰকৃত সুখৰ সন্ধান পাব পাৰি। সেই উপলব্ধিৰে কবিয়ে জীৱন-যন্ত্ৰণালৈ আওকাণ কৰি নিজকে পৰম পুৰুষ ভগৱানৰ সেৱাৰ যোগ্য কৰি তুলিবলৈ সংকল্প ললে। সেই আধ্যাত্মিক উপলব্ধিয়ে তেওঁক যন্ত্ৰণাৰ মাজতে আনন্দৰ, অন্ধকাৰৰ মাজতে পোহৰৰ সন্ধান দিলে। নিখিল বিশ্ব জুৰি তেওঁ এক আনন্দৰ ঐক্যতান শুনিবলৈ পালে, তেওঁৰ জ্যোতিহীন দৃষ্টিৰ' সমুখত এক মহাজ্যোতিৰ দুৱাৰ

মুকলি হ'ল— "বিশ্বজোৰা এক মহাজ্যোতি/প্ৰভাৱিছে ই তিনি ভুৱন।" ফলস্বৰূপে তেওঁৰ পৰৱৰ্ত্তী কাব্যসংকলন দুটিৰ কবিতাত দুখৰ হা-হুমুনীয়াহৰ সলনি এক বলিষ্ঠ আশাবাদৰ সুৰহে আমাৰ কাণত পৰে। গভীৰ ঈশ্বৰ বিশ্বাসৰ পৰা উদ্ভুত এই স্থিতপ্ৰজ্ঞা মনোভাৱে তেওঁক এটি পঙ্গুদেহেৰে সুদীৰ্ঘকাল সাৰ্থকভাৱে জীৱন কটোৱাৰ প্ৰেৰণা দিলে, তেওঁৰ কবিতাক আধ্যাত্মিক গভীৰতা প্ৰদান কৰিলে।

উদাৰ, নিস্বাৰ্থ প্ৰেমেৰে ধৰ্ম্মেশ্বৰী দেৱীৰ কবিজীৱন গঢ় দিওতা তেওঁৰ প্ৰিয়তম স্বামীৰ মৃত্যুত কবি গৰাকীয়ে চাৰিওপিনে শূণ্য দেখিলে। তেওঁৰ কবিতাত বেদনাৰ এটি করুণ সুৰৰ পুনৰ সংযোজন ঘটিল। কিন্তু ভগৱানত অবিচল ভক্তি, গীতা-ভাগৱত নামঘোষাৰ শিক্ষাই অচিৰে তেওঁৰ ভাৱাবেগক শান্ত, সংযত কৰিলে। কবিয়ে আকুল চিত্তে পৰ্বতে-ভৈয়ামে, আকাশে-বতাহে-বিচাৰি ফুৰিও প্ৰাণৰ দেৱতাক পোৱা নাছিল; অৱশেষত তেওঁ যেন শুনিবলৈ পালে— "অচিন্ত্য অব্যক্ত/ৰূপে আছে তোৰ/হিয়া মণিকূটৰ মাজে, দেখা পাবি তাতে/প্ৰাণৰ দেৱতা/মোহন মূৰতি সাজে" (প্ৰিয়লৈ) এক গভীৰ আধ্যাত্মিক উপলব্ধিৰ ফলত কবিয়ে আপোন হিয়াতে হেৰোৱা স্বামীক বিচাৰি পালে, অৰ্থাৎ পাৰ্থিব স্বামী আৰু বিশ্বস্বামীৰ প্ৰতি তেওঁৰ প্ৰেমভালপোৱা একাকাৰ হৈ গ'ল। কবিয়ে সৰগ-মৰত সকলোতে এক অসীম অনন্ত শক্তিৰ অস্তিত্ব অনুভৱ কৰি বিশ্বময় আনন্দ সাগৰত ডুব দি তৃপ্ত হৈছে। এনেবোৰ উৰ্দ্ধমুখী চিন্তাৰ কাব্যিক প্ৰকাশে ধৰ্ম্মেশ্বৰী দেৱীক অতীন্দ্ৰীয়বাদী কবি ৰূপে প্ৰতিষ্ঠা দিছে।

প্ৰাক্ স্বাধীনতাৰ কালচোৱাত পৰাধীন জীৱনৰ গ্লানিয়ে সকলো সচেতন ভাৰতীয়ৰ অন্তৰত মুক্তিৰ বাবে আকুল স্পৃহা জগাই তুলিছিল। আলোচ্য দুয়োগৰাকী কবিৰ কবিতাত দেশপ্ৰেমৰ ভাৱ সুন্দৰকৈ ফুটি উঠিছে। নলিনী বালা দেবীৰ দেশপ্ৰেমমূলক কবিতাৰাজিৰ মাজত 'জনমভূমি' কবিতাটি সবাতোকৈ সাৰ্থক সৃষ্টি বুলিব পাৰি। মাতৃভূমিৰ প্ৰতিটো ধূলিকণা তেওঁৰ মানত পবিত্ৰ। জন্মভূমিৰ প্ৰতি একান্ত হাবিয়াস ব্যক্ত কৰি তেওঁ গাইছে, "দুখীয়াৰ ভঙা পঁজা/একোখনি তীৰ্থ তাত/একোখনি পুণ্যৰ আশ্ৰম। মৰিলে পুনৰ আহি/দুখীয়া দেশত মোৰ/লওঁ যেন পুনৰ জনম।" মাতৃভূমিৰ দুখমোচনৰ বাবে অহোপুৰুষাৰ্থ কৰা, মুক্তি যুঁজৰ বীৰ সৈনিকসকলৰ প্ৰশস্তিৰূপে তেওঁ ভালেমান কবিতা ৰচিছিল। 'জাগৃতি' আৰু 'যুগদেৱতাত' ভালেমান দেশপ্ৰেমমূলক কবিতা সন্নিবিষ্ট হৈছে। কিছু কবিতাত প্ৰাচীন ভাৰতৰ সংস্কৃতি আৰু আদৰ্শৰ প্ৰতি তেওঁৰ গভীৰ শ্ৰদ্ধা প্ৰকাশ পাইছে।

ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানী ওৰেটো জীৱন বিচনাত পৰি থকা স্বত্বেও দেশৰ ৰাজনৈতিক, সামাজিক সমস্যাসমূহৰ প্ৰতি সজাগ আছিল। নিজে শাৰীৰিক ভাৱে স্বাধীনতা আন্দোলনত যোগ দিব পৰা নাছিল যদিও স্বদেশৰ হকে যুঁজিবলৈ ওলাই অহা বা সংস্কৃতিৰ জয়-যাত্ৰাত আগভাগ লোৱা ভাৰত আৰু অসমৰ কীৰ্ত্তিমান সন্তানসকলক লৈ এইগৰাকী কবিয়েও বহু কবিতা লিখিছিল। বুদ্ধ-গান্ধীৰ প্ৰেম-কৰুণা-অহিংসাৰ আদৰ্শেৰে দেশবাসীৰ চেতনা উদ্দীপিত কৰাৰ প্ৰয়াসো তেওঁৰ কবিতাত দেখা গৈছিল। তেওঁৰ 'বৰদৈ চিলা', 'বহাগী', 'আকাশী জীয়ৰী', 'ভোগালী বিহু' আদি ভালেমান কবিতাত অসমীয়া কৃষ্টি আৰু সামাজিক ৰীতি-নীতিৰ কাব্যিক বৰ্ণনা আছে।

মানবাত্মাৰ অসীম সম্ভাৱনাত বিশ্বাসী এই দুয়োগৰাকী কবিৰ ৰচনাত মানৱতাৰ জয়-গান শুনিবলৈ পোৱা যায়। ভাৰতীয় দৰ্শন মতে মানবাত্মা পৰমাত্মাৰ পৰা উফৰি পৰা জ্যোতিৰ ফিৰিঙতি মাথোন। গতিকে সজ পথেৰে আগবাঢ়ি নিজ কৰ্ত্তব্য পালনৰ দ্বাৰা মানুহে দেৱত্ব লাভ কৰিব পাৰে। "কৰ্ত্তব্যৰ আঁৰে আঁৰে/জীৱনৰ গতি পথে পথে/সত্যালোক পাবা তুমি দেখা।" (নলিনীবালা) পাৰ্থিব সুখ দুখৰ অসাৰতা সম্পৰ্কে সচেতন হলেও তেওঁলোকে কৰ্ত্তব্য কৰ্ম্মৰ প্ৰতি উদাসীনতা দেখুওৱা নাই। কৰ্ম্মফল আৰু জন্মান্তৰবাদৰ ধাৰণাৰে পুষ্ট কবিৰ বিশ্বাস -কৰ্মফলত বন্দী মানুহে "অপূৰণ কৰমৰ বোজা বান্ধি লৈ" বাৰে বাৰে পৃথিৱীলৈ উভতি আহে। কৰ্মৰ মাধ্যমেৰেই অৱশেষত পৰম্পদ প্ৰাপ্তিৰ পথ মুকলি হয়।

ধৰ্ম্মেশ্বৰী দেবীয়ে উঠি অহা প্ৰজন্মক সত্যৰ, জ্ঞানৰ, কৰ্মৰ পথলৈ আহ্বান জনাই গাইছে, "কৰ্মময় জীৱনত/কৰ্মহে সকলো/চাবা যেন নিপিছলে ভৰি সদায় চলিবা তুমি/অতি সাৱধানে/সত্যৰ লাখুটিগছ ধৰি।" ত্ৰিতাপক্লিষ্ট মানৱ জীৱনত প্ৰেম মৃতসঞ্জীবনী স্বৰূপ; ই জীৱনক থান্ বান্ হবলৈ নিদি ধৰি ৰাখিব পাৰে। সেয়ে প্ৰেমৰ মন্ত্ৰেৰে আটায়ে অনুপ্ৰাণিত হওক— "বিশ্বপ্ৰেম জীৱ প্ৰেম প্ৰেম সুন্দৰৰ/মুক্ত কৰা জ্ঞান-নেত্ৰ বিশ্ব-মানৱৰ।"

দুয়োগৰাকী কবিয়ে নাৰীসকলক প্ৰাচীন ভাৰতৰ সতীসাধ্বী, তেজস্বিনী মহিলাসকলৰ আদৰ্শেৰে নিজৰ জীৱন গঢ় দিবলৈ, দয়া, প্ৰেম, কৰুণা, ক্ষমা, সহিষ্ণুতা আদি মাতৃসুলভ গুণৰ অনুশীলনৰ দ্বাৰা সংসাৰ মৰুত সুখৰ নিজৰা বোৱাবলৈ উপদেশ দিছে। যুগৰ দাবীত সহাঁৰি জনাই পোহৰৰ অভিযানত, মুক্তি-সংগ্ৰামত যোগ দিবলৈকো মহিলাসকললৈ আহ্বান জনাইছে।

মুঠ কথাত এই দুয়োগৰাকী সমকালীন মহিলা কবিৰ ৰচনাত নৱন্যাস যুগৰ কবিতাৰ

বিশিষ্ট লক্ষণসমূহ কমবেচি পৰিমাণে পৰিস্ফুট হৈছে। দুয়োগৰাকীৰে পাৰ্থিৱ প্ৰিয়জনৰ প্ৰতি থকা প্ৰেমৰ অপাৰ্থিৱ ভগবৎ প্ৰেমলৈ উত্তৰণ ঘটিছে। মাকে সৰু ল'ৰা-ছোৱালীক মাৰ-ধৰ কৰিলে সিহঁতে কান্দি কান্দি পুনৰ মাককে সাৱটি ধৰে। মানুহক দুখ-যন্ত্ৰনা দিয়া ভগৱানৰ ওচৰতে আমি দুখ-যন্ত্ৰণাৰ প্ৰতিকাৰ বিচাৰি শৰণ লওঁ। সাংসাৰিক ধুমুহাই উপান্ত কৰা দুয়োগৰাকী কবিয়ে শান্তি বিচাৰি পৰম পিতাৰ চৰণত আশ্ৰয় বিচাৰিছে।

নলিনীবালাৰ কবিতাত কবিগুৰু ৰবীন্দ্ৰ নাথৰ প্ৰভাৱ সুস্পষ্ট। শব্দ-চয়ন, ভাৱৰ ব্যঞ্জনা, চিত্ৰ-কল্পৰ বৈচিত্ৰ্যৰ দিশৰ পৰা নলিনী বালাৰ কবিতা ধৰ্মেশ্বৰী দেৱীৰ কবিতাতকৈ অধিক সমৃদ্ধ। ধৰ্ম্মেশ্বৰী দেৱীৰ কবিতাৰ প্ৰকাশ সহজ, সৰল, অনাড়ম্বৰ; ভাষাৰ সাৱলীলতাই তেওঁৰ জন্মগত কবি প্ৰতিভাৰ পৰিচয় দিয়ে। তেওঁৰ দুই এটা কবিতাত নলিনীবালা দেৱীৰ কবিতাৰ ভাৱ-ভাষাৰ প্ৰভাৱ পৰা দেখা যায়। এইগৰাকী চিৰৰুগ্না, দৃষ্টিশক্তিহীন কবিয়ে দেহৰ সীমাবদ্ধতাক মানসিক শক্তিৰে জয় কৰি ওৰেটো জীৱন কিদৰে কাব্যচৰ্চা কৰি গ'ল ভাবিলে আচৰিত লাগে। জীৱন গৰল পান কৰি নীলকণ্ঠ কবিয়ে যি কাব্য বস্তু ভাষা জননীৰ পূজালৈ আগবঢ়ালে সি আমাৰ বাবে অমৃততুল্য। কবিতা অকল কাব্যগুণ সমৃদ্ধ হলেই নহয়, তাত পাঠকৰ বাবে এক মৰ্ম্মবাণীও নিহিত থাকিব লাগে; কবি স্ৰষ্টা, দ্ৰষ্টা, সমাজৰ পথ নিৰ্দ্দেশক। নলিনী বালাদেৱী আৰু ধৰ্ম্মেশ্বৰী দেৱীৰ কবিতাই আমাক 'প্ৰেয়'ৰ পথ এৰি 'শ্ৰেয়ৰ' পথেৰে বাট বুলিবলৈ প্ৰেৰণা দিয়ে। দেশৰ, জাতিৰ সাম্প্ৰতিক অৱক্ষয়ৰ কালত এনে পথ নিৰ্দেশনাৰ নিতান্ত আৱশ্যাক হৈছে।

সৌভাগ্যক্ৰমে ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানীৰ সমগ্ৰ ৰচনা, লেখিকা সমাৰোহ সমিতিৰ উদ্যোগত ছপা হৈ ওলাইছে। নলিনী বালা দেৱীৰ ৰচনাৱলী আজিকোপতি প্ৰকাশ নোহোৱাটো জাতিৰ পক্ষে লাজ আৰু খেদৰ কথা। আমি ভাবো, সাহিত্য-সভাই এই উদ্যোগ কাহানিবাই লোৱা উচিত আছিল। দুয়ো গৰাকী কবিৰে কবিতাৰ বহুল প্ৰচাৰ কামনা কৰিলো।



# নলিনীবালাৰ কবিতাত ৰহস্যবাদী চিন্তা

মনোৰমা বৰগোহাঞি

সংঘাতে আৱৰা জীৱনৰ শান্তিপথ বিচাৰি ভাৰতীয় দৰ্শনৰ মাজত আত্মবিলীন হোৱা এগৰাকী কবি নলিনীবালা দেৱী। অসমীয়া কবিতাৰ ইতিহাসত প্ৰতিভাময়ী কবিৰূপে এখনি সুকীয়া আসনত অধিষ্ঠিতা এই গৰাকী কবিয়ে ৰহস্যবাদী চিন্তাৰ সাৰ্থক প্ৰকাশেৰে এলানি বাছকবণীয়া মনোমোহা কবিতা ৰচনা কৰি থৈ গৈছে।

জীৱন-পথত বাট বুলি যাওঁতে কবিৰ জীৱনলৈ আহিছিল দুৰ্যোগৰ অমানিশা; ব্যক্তিগত জীৱনৰ সীমাহীন যাতনাই ভাৰাক্ৰান্ত কৰিছিল যদিও সেই দুখঃবেদনাৰ পৰা অব্যাহতি পাবলৈ তেওঁ নিজকে বিলীন কৰিছিল কবিতাৰ বুকুত। তেওঁ আছিল প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালৰ দুহিতৃ; শৈশৱ আৰু কৈশোৰতে এক স্বপ্নালোকৰ মায়াময় মাদকতাই কবিক হাতবাউলি মাতিছিল; মনোৰম প্ৰকৃতিৰ শোভা, কাব্যকাহিনীৰ অপৰূপ কথা আৰু কল্পনাপ্ৰৱণ মনৰ ত্ৰিবেণীসঙ্গমত কবিতা কুঁৱৰীয়ে ধীৰে ধীৰে মেলিছিল পাহি। কোন সেই অজান অনন্ত লোকৰ গৰাকী যাৰ অদৃশ্য হাতৰ অমৃত পৰশত সঞ্জীৱিত হৈ পৰে এই বিশাল বিশ্ব বসুন্ধৰা—কিশোৰী কবিয়ে সেই পৰম পিতাৰ প্ৰতি উচ্ছ্বসিত কণ্ঠেৰে জনালে প্ৰণতি ঃ

> **"হেৰা প্ৰভাতৰ অৰুণ কিৰণ**
> **ক'ত পালা এনে উজ্জ্বল বৰণ**
> **ইমান কোমল মাধুৰী সনা**
> **যিজনে বিলালে এই উজ্জ্বলতা**
> **সিজনে আমাৰ পিতা।"** *(পিতা)*

এদিন এটি পবিত্ৰক্ষণত সেই কিশোৰী বিবাহ পাশত আবদ্ধ হ'ল; পিতৃগৃহ ত্যাগি পতিগৃহত পদাৰ্পণ কৰি যুগ্মজীৱনৰ পাতনি মেলিলে। দাম্পত্য জীৱনৰ মধুময় কেইটিমান বছৰ পাৰ হওঁতেই হঠাতে বিষাদৰ কলীয়া ডাঁৱৰে আকাশ ছানি পেলালে; এটি এটিকৈ নামি আহিল দুৰ্যোগৰ ক'লাৰেখা। স্বামী বিয়োগ আৰু দুটি সন্তানৰ অকাল

মৃত্যুত শোকত মর্মাহত হৈ পৰিল এই গৰাকী নাৰী। বৈধব্যৰ শুকুলা সাজ পৰিধান কৰি পুনৰ পিতৃগৃহলৈ তেওঁৰ প্ৰত্যাৱৰ্তন হ'ল।

এগৰাকী নাৰীৰ বাবে ইমান আঘাত সহ্য কৰা যথাৰ্থতেই কঠিন; কিন্তু নলিনীবালাই পিতৃৰ উপদেশ আৰু দৃঢ় মনোবলেৰে দুখক ভগৱানৰ নিৰ্মালি বুলি মানি লৈ তাৰ মাজতে শান্তিৰ সন্ধান কৰিলে। "সুখ ভোগৰ আকাংক্ষা যদি মনৰ পৰা ত্যাগ কৰিব পাৰি ভগৱানৰ স্মৰণত সকলো দুখ দূৰ হয়। সেই পৰম মংগলময়ৰ কৃপা লাভ কৰিব পাৰিলে তাতকৈ আৰু কি বাঞ্ছনীয় হব পাৰে ?" (এৰি অহা দিনবোৰ)— এই বুলি নিজকে সান্ত্বনা দি ভগৱানৰ চৰণত আত্মসমৰ্পণ কৰি কাব্য-সাধনাক জীৱনৰ ব্ৰত কৰি ল'লে। পিতৃৰ অনুপ্ৰেৰণা আছিল তেওঁৰ মনোবলৰ প্ৰধান উৎস। স্বামী বিয়োগত নলিনীবালাই শিশু সন্তানকেইটিক লৈ বৈধব্যৰ শুকুলা সাজ পৰিধান কৰি পিতৃ গৃহত পদাৰ্পণ কৰোতে ঘৰখনত শোকৰ ছায়াই আৱৰি পেলাইছিল। বুঢ়ীমাকে সেই সাজ খুলি পাটৰ সাজ পিন্ধিবলৈ কোৱাত পিতৃ নবীনচন্দ্ৰ বৰদলৈয়ে কৈছিল,— "সৰুৰে পৰা মোৰ বাছাক মই নানা তৰহৰ সাজেৰে সজাই চাই ভাল পাইছিলো, এতিয়াৰে পৰা মোৰ বাছাৰ বগা সাজ পিন্ধা 'সৰ্বশুক্লা মহাশ্বেতা' ৰূপ চাবলৈ পালে মোৰ পিতৃজীৱন ধন্য হ'ব।" (এৰি অহা দিনবোৰ)।

দেউতাকে তেওঁক 'শ্ৰীমদ্ভগৱদ্ গীতা' এখনি দি ক'লে; "গীতাই তোমাক বাট দেখুৱাব।" দেউতাকৰ এই বাণীয়ে তেওঁক এক সৰগীয় পথৰ সন্ধান দিলে। পিতৃয়ে বিচৰা ধৰণে তেওঁ সঁচাকৈয়ে 'মহাশ্বেতা' ৰূপেৰে জিলিকি উঠিল। গীতা-ভাগৱত আদি ধৰ্মশাস্ত্ৰ অধ্যয়নৰ উপৰিও ৰবীন্দ্ৰ কাব্য-প্ৰীতিয়ে তেওঁৰ কবিতাৰ প্ৰতি থকা অনুৰাগ বৃদ্ধিত সহায় কৰিছিল। একান্ত ব্যক্তিগত অনুভূতি প্ৰকাশৰ বাবে নলিনীবালা দেৱীয়ে কবিতাৰ আশ্ৰয় লৈছিল যদিও প্ৰকাশভংগীৰ মৰ্মস্পৰ্শিতাৰ বাবে তেওঁৰ কবিতাই ব্যক্তিগত বিননিৰ সীমাৰেখা পাৰ হৈ সাৰ্বজনীন আবেদন লাভ কৰিবলৈ সক্ষম হৈছিল।

অন্তদৃষ্টিৰ সহায়েৰে বৈচিত্ৰ্যময় এই সংসাৰ খনিত বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সন্ধান কৰি সকলোৰে মূলতে থকা এক পৰম শক্তিৰ সন্ধান কৰা মানসিক অৱস্থাতেই ৰহস্যবাদৰ জন্ম। ৰহস্যবাদত পৰম পুৰুষৰ প্ৰতি থকা/আসক্তি চৰম সীমাত উপনীত হয়। ৰহস্যময় জগতৰ সেই পৰম পুৰুষজনাৰ সান্নিধ্য লাভৰ বাবে মানবাত্মাৰ ব্যাকুল অনুসন্ধানত ব্যক্তিগত অনুভূতি অতীন্দ্ৰীয়ানুভূতিলৈ ৰূপান্তৰিত হয়। বুজা-নুবুজা, পোৱা-নোপোৱা, আশা নিৰাশাৰ মাজত অন্তহীন ৰহস্যৰ কুঁৱলীয়ে তেওঁলোকক

আৱৰি ধৰে। পৰমজনৰ সতে মিলনৰ আকাঙ্ক্ষাত ব্যাকুল এই লোকসকলে আত্ম-উপলব্ধি কৰি নিজৰ মাজত পৰম গুণবোৰৰ বিকাশ ঘটাবলৈ প্ৰয়াস কৰে।

সাহিত্যত ৰহস্যবাদ এটি বিশিষ্ট ধাৰা। সাহিত্যৰ মাজেদি প্ৰকাশ পোৱা ৰহস্যবাদী চিন্তাই প্ৰাচীনকালৰে পৰা পাঠকৰ অন্তৰ জয় কৰি আহিছে। সাহিত্যত ৰহস্যবাদ সম্পৰ্কে এজন সমালোচকে কৈছে, "যি অখণ্ড দৃষ্টিৰ সহায়েৰে কবিয়ে ভগৱত সত্তা তথা বিশ্বসৃষ্টিৰ পৰম সত্যক উপলব্ধি কৰি তেওঁৰ লগত মিলনৰ আনন্দ লাভ কৰিব পাৰে সাহিত্যৰ মাজেদি সেই দৈৱী অনুভূতি সাধনক 'ৰহস্যবাদ' বোলা হয়"। (শ্ৰীশচন্দ্ৰ দাস)

ৰহস্যবাদী কবিয়ে জাগতিক সৌন্দৰ্য্যৰ মাজত আকুলভাৱে অসীম অৰূপজনাৰ সন্ধানত ন্যস্ত হয়; পৰিদৃশ্যমান জগতৰ সকলো সৌন্দৰ্য্যৰ মাজত তেওঁ পৰম পুৰুষজনাৰ বাতৰি পায়। সেই পৰম আত্মা আৰু ব্যক্তিসত্তাৰ মাজত এটি যোগসূত্ৰ তেওঁৰ সম্মুখত প্ৰতিভাত হৈ পৰে। দিব্যদৃষ্টিসম্পন্ন কবিয়ে 'অখণ্ড-চিন্ময়-লোক'ত উপনীত হৈ এক জ্যোতিৰ্ময় সত্তা অনুভৱ কৰে। এই চিন্তা, এই চৈতন্য দৈৱ অনুভূতিৰ বাবেহে সম্ভৱ।

নলিনীবালা দেৱী অসমীয়া কবিতা জগতৰ অন্যতমা শ্ৰেষ্ঠা ৰহস্যবাদী কবি। তেওঁৰ কবিতাৰাজিৰ মাজেদি ৰহস্যসন্ধানী মনৰ পৰিচয় উজলি উঠিছে। ঘাত-প্ৰতিঘাতেৰে আৱৰা জীৱন-পথত জুৰুলা হৈ এধানি শান্তিৰ বাবে কবিয়ে পৰম পুৰুষৰ সন্ধান বিচাৰি ব্যাকুল হৈ পৰিছে। আত্মসমৰ্পনৰ কৰুণ সুৰ আৰু অতীন্দ্ৰীয়ভাৱৰ তন্ময়তাই কবিৰ কবিতাসমূহক অনিৰ্বচনীয় সৌন্দৰ্য প্ৰদান কৰিছে। ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে কৈছে, "আধ্যাত্মিক বেদনাৰ কাৰুণ্যই নলিনী দেৱীৰ কবিতাক নিয়ৰত সিক্ত ফুলৰ দৰে স্নিগ্ধ আৰু ৰমণীয় কৰিছে। ভাৰতীয় দৰ্শনে বিশেষকৈ বেদান্তৰ জন্মান্তৰবাদ, কৰ্মফলবাদ আৰু ভক্তিবাদে নলিনীবালাৰ কবিতাক ভাবপুষ্ট কৰিছে।"

যন্ত্ৰণাকাতৰ মনক শান্তি দিবৰ বাবে গীতা, উপনিষদৰ মূল্যবান উপদেশৰাজিক নিৰ্মালি স্বৰূপে লোৱা এই গৰাকী কবিৰ কবিতাৰ মাজত জিলিকি উঠিছে গভীৰ ভগৱদ্ প্ৰীতি আৰু ভাৰতীয় দাৰ্শনিক চিন্তাৰ সম্যক প্ৰকাশ। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছে, "n her search for consolation and light she enquires into Indian philosophy, more particularly the Gita, the Upanisads and the literature of the Assamese Vaisnavite Saints, and these studies foster in her a serene

meditative mood and deep faith and hope in God." (History of Assamese Literature).

কবিগৰাকীয়ে কৈছে "ভাৰতীয় দৰ্শন অধ্যয়নৰ মাধ্যমেৰেই মই জীৱনত আলোকপাত কৰো। ভাৰতীয় দৰ্শনৰ মাজত মই বিচাৰি পাইছোঁ সংঘাতে আৱৰা মোৰ জীৱনৰ শান্তিপথ'। (এৰি অহা দিনবোৰ)। প্ৰজ্ঞাসম্পনা কবিয়ে অতি সহজেই ভাৰতীয় দৰ্শনৰ দুৰূহ তত্ত্বসমূহ আয়ত্ব কৰিব পাৰিছিল। কবিতাসমূহ অধ্যয়ন কৰিলে তাৰ মাজেদি বিৰিঙি উঠা তেওঁৰ দাৰ্শনিক আৰু আধ্যাত্মিক চিন্তাধাৰাৰ উমান পোৱা যায়।

নলিনীবালা দেৱীৰ মন ভাৰতীয় দৰ্শনৰ বিভিন্ন তত্ত্বসমৃদ্ধ জ্ঞানেৰে পুষ্ট হোৱাৰ উপৰিও গীতাৰ শিক্ষাই তেওঁৰ আধ্যাত্মিক চিন্তাৰ ভেটি সুদৃঢ় কৰিছিল। গীতাৰ মতে আত্মাৰ মৰণ নাই— আত্মা অবিনাশী আৰু অজৰ-অমৰ। কোনোৱেই ইয়াৰ বিনাশ ঘটাব নোৱাৰে।

**"অবিনাশী তু তদ্বিদ্ধি যেন সৰ্বমিদং ততম,**
**বিনাশমব্যয়স্যাস্য ন কশ্চিত্ কৰ্তুমৰ্হতি॥"**

কবি নলিনীবালায়ো ৰহস্যময়তাৰ অন্বেষণ কৰি গৈ থাকোতে উপলব্ধি কৰিছে জীৱনৰ শাশ্বত সত্য। এই সত্যোপলব্ধিয়ে তেওঁৰ কবিতাসমূহক আধ্যাত্মিকতালৈ উত্তৰণ ঘটাইছে। আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰবাদত কবিৰ গভীৰ বিশ্বাস। মৃত্যুৱেই যে জীৱনৰ শেষ নহয়, দেহ বা পাৰ্থিৱ শৰীৰৰ বিনাশ হব পাৰে কিন্তু আত্মা অবিনাশী এই চিৰন্তন সত্যৰ উপৰিও বিশ্বসংসাৰ আৰু মানৱ প্ৰকৃতিৰ অন্তহীন ৰহস্য কবিতাসমূহত মনোগ্ৰাহীৰূপত বৰ্ণিত হৈছে। সৌন্দৰ্যশালী পৃথিবীখন কবিৰ সন্মুখত বিস্ময় হৈ ধৰা দিছে। অনাদি অনন্তকালৰ এই পৃথিবী কবিৰ বাবে শান্তিৰ স্থল হৈ পৰিছে 'পৰম তৃষ্ণা' কবিতাত—

**"আজিৰ নোহোৱা তুমি সুন্দৰী পৃথিৱী**
**জনমৰ যুগমীয়া তুমি,**
**তুমি মোৰ অনন্তৰ শান্তিৰ জিৰণি**
**অতীতৰ স্বপ্নলীলা ভূমি।"**

অপূৰণ কৰমৰ বাবে আত্মাৰ এই পৃথিৱীলৈ পুনৰাগমন ঘটে—

**"কতবাৰ জনমিলো তোমাৰ কোলাতে**
**গৈছিলোঁ আকৌ উভতি**

**অপূৰণ কৰমৰ ভাৰ বান্ধি লই**
**ঘূৰি ঘূৰি আহিলোঁ উভতি।"**

মানুহৰ জীৱনত অতৃপ্তিৰ ক্ষুধাই শান্তিলাভত ব্যাঘাত জন্মায়। সকলো পাইও মানুহৰ হেঁপাহ নপলায়। সেইবাবে অতৃপ্ত বাসনা পুৰাবলৈ বাৰে বাৰে মানুহৰ এই পৃথিৱীলৈ আগমন হয়। ভোগ-বিলাসে মানুহক তৃপ্ত কৰিব নোৱাৰে। সেইবাবেই নিছিগাধাৰৰ দৰে মানৱ জীৱনৰ অনন্ত যাত্ৰা চলি থাকে।

**"ভোগতেই মানুহৰ তৃপিতি পলোৱা হলে**
**বাসনাও নোৱাৰে থাকিব**
**মানুহৰ বাসনাৰ সমাধি শয়ন হলে**
**জীৱন মৰণো নেথাকিব।"**

আত্মা-পৰমাত্মাৰ সম্পৰ্কৰ সীমাহীন ৰহস্যৰ তত্ত্বগধুৰ ব্যাখ্যা ৰহস্যবাদী কবি মাধৱদেৱৰ অমৃতকণ্ঠত নিগৰিত হৈছে :

**"সমস্তৰে আত্মা হৰি পৰম বান্ধৱ।"**

আত্মা আৰু পৰমাত্মা অভিন্ন। জীৱাত্মাৰ মাজত পৰমাত্মাৰেই অংশ কণা বিৰাজমান। পৰমাত্মাৰ অংশ স্বৰূপ ক্ষুদ্ৰাতিক্ষুদ্ৰ জীৱাত্মা এদিন পৰমাত্মাত বিলীন হয়গৈ।

সীমাৰ মাজত অসীমৰ সাধনা কৰা কবি ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছিল—

**"সীমাৰ মাঝে অসীম তুমি**
**বাজাও আপন সুৰ**
**আমাৰ মাঝে তোমাৰ প্ৰকাশ**
**তাই এত মধুৰ।"**

নিজ হৃদয়ত পৰমজনৰ অস্তিত্ব উপলব্ধি কৰি অসীমত বিলীন হোৱাৰ কামনাৰে কবি নলিনীবালা দেৱীয়ে কৈ উঠিছে :

**"তুমি জ্যোতি মই ৰেণু**
**হে অৰূপ ৰূপৰ আলয়**
**অনুৰূপে অনাদিত**
**তোমাতেই লীন হ'মগৈ।"** ***(সমাধি)***

....................................

**কোনো কালে তুমি মই**
**কোনো ৰূপে হোৱা নাই ভিন,**
**হিয়াৰ উচ্ছ্বাস মোৰ**
**হব খোজে তোমাতে বিলীন।"**

বেদান্ত দৰ্শনৰ মতে ব্ৰহ্ম হ'ল সমস্তৰে মূল। ব্ৰহ্মৰ দ্বাৰা সৃষ্ট এই বিশাল সংসাৰ মায়া বা অবিদ্যাই ধুঁৱলি-কুঁৱলী কৰি ৰাখে। এই মায়া বা অবিদ্যা দূৰতিক্ৰম্য যাৰ ফলত জীৱই নিজৰ স্বৰূপ সম্বন্ধে পাহৰি মায়াগ্ৰস্ত হৈ থাকে। যেতিয়া এই অবিদ্যাৰ বন্ধন দূৰ হয় তেতিয়াই জীৱৰ মুক্তি লাভ হয় ঃ

**"দৈৱী হ্যেষা গুণময়ী মম মায়া দূৰত্যয়া।**
**মামেৱ যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তিতে॥"**

এই কথা মাধৱদেৱৰ ভাষাৰে বৰ্ণিত হৈছে এনেদৰে ঃ

**"আত্মা ঈশ্বৰক লাগ প্ৰত্যক্ষে সততে পায়**
**নপাই জানা তাংক অবিদ্যাত।**
**অবিদ্যা নাশিলে লাগ কৃষ্ণক পাৱয় যেন**
**কণ্ঠলগ্ন বস্তুক সাক্ষাত।"**

আত্মনিৱেদনৰ আৱেগসনা কোমলসুৰে অসীমৰ সতে মিলনৰ কল্পনাক দিছে অভিনৱ ৰূপ

**"সৌ দূৰণিৰ নেদেখা পাৰলৈ**
**উটি যা সোণালী ভূৰ**
**সাগৰৰ নীলা মিলিছে নীলাত**
**দেখিবি চিনাকি সুৰ**
**উটি যা সোণালী ভূৰ।"**

এই কবিতাফাঁকিয়ে মনলৈ আনে ৰবীন্দ্ৰনাথৰ এই স্তৱকটি ঃ

**"কোন সাগৰেৰ পাৰ হতে আনে**
**কোন সুদূৰেৰ ধন।**
**ভেসে যেতে চায় মন,**
**ফেলে যেতে চায় এই কিনাৰায়**
**সব চাওৱা সব পাওৱা।"**

সীমা-অসীমৰ অন্তহীন ৰহস্যত কবিৰ অনুভূতিপ্ৰৱণ সুকোমল হৃদয় লীন হৈ যাব - যিদিনা এই পৃথিৱীৰ লগত কবিৰ সম্পৰ্ক শেষ হ'ব ঃ

**"নীলা, তোমাৰ স্নিগ্ধ নীলাত**
**শেষৰ জিৰণি দিবা**
**মাটিৰ মৰম চিঙিব যিদিনা**
**কোলাত সাৱটি ল'বা।"**

পৰিদৃশ্যমান জগতখনৰ বৈচিত্ৰ্যৰ মাজত ঐক্যৰ সন্ধান কৰি কবিয়ে উপলব্ধি কৰিলে সকলো সৃষ্টিৰে মূলতে থকা সেই মহান শক্তিৰ অস্তিত্ব। জাগতিক সম্পদসমূহৰ মাজত সেই চিৰসুন্দৰৰ অস্তিত্ব কবিয়ে দেখিবলৈ পালে ঃ

**"হে চিৰ চঞ্চল প্ৰতি পলে পলে**
**তোমাৰ মধুৰ আগমণি,**
**বাৰিষা ধৰাত বসন্ত ফুলত**
**চঞ্চল পদৰ পদধ্বনি।"** ***(ৰূপান্তৰ)***

পৃথিৱীৰ প্ৰতি অনু-পৰমাণুতে কবিয়ে দেখা পায় অনিৰ্বচনীয় অপৰূপ সৌন্দৰ্য। সিপাৰত উদ্ভাসিত হৈ থাকে চিৰসুন্দৰৰ অম্লান অস্তিত্ব। আকুল অন্বেষণত আগবঢ়ি গৈ কবি 'আধা আলো আধা ছাঁয়াৰ" ৰহস্য ঘনতাৰ মাজত সোমাই পৰি আকুল কণ্ঠেৰে কৈছে ঃ

**"সঁচাকৈয়ে তুমি বাৰু**
**প্ৰাণৰ আকুল ব্যাকুলতা**
**নোৱাৰা সহিব হেনো**
**সঁচা জানো এই কথাষাৰি ?"** ***(সঁচানে)***

বিশ্বাস আৰু সংশয়ৰ দোমোজাত কবিয়ে শেষত অনুভৱ কৰিছে ঃ

**"জগতৰ প্ৰতিৰেণু মাজে**
**আছা তুমি জানো ভালকৈয়ে**
**তথাপি তথাপি মোৰ**
**হিয়াভৰা আকুল বাসনা**
**বিয়পিছে তোমাৰ কাষলে।"** ***(সঁচানে)***

**এই কবিতাফাঁকিয়ে মনত পেলাই দিয়ে ৰবীন্দ্ৰনাথৰ নিম্নোক্ত কবিতাফাঁকিলৈ ঃ**

**"জগতেৰ মাঝে কত বিচিত্ৰ তুমি হে**
**তুমি বিচিত্ৰ ৰূপিণী**
**অন্তৰ মাঝে শুধু তুমি একা একাকী**
**তুমি অন্তৰ ব্যাপিনী।"**

ড° বিৰিঞ্চি কুমাৰ বৰুৱাই ৰবীন্দ্ৰনাথৰ কবিতাৰ প্ৰতি থকা নলিনীবালাৰ আকৰ্ষণ সম্পৰ্কে কৈছে, "She is also attracted by the poetry and philosophy of Rabindranath Tagore whose influence can be detected in her thought and diction."

এন্ধাৰ নিশা নিদ্ৰামগন পৃথিৱীত পৰমপুৰুষৰ বীণাৰ তাঁৰ ঝংকাৰিত হৈ উঠা কবিয়ে শুনিবলৈ পাইছে ঃ

**"টোপনি মগন**
**বিশ্বৰ কোলাত**
**সজাগ বীণাটি বালে"....**

সেই একেদৰেই কবিগুৰুৰ কল্পনাতো মূৰ্ত হৈ উঠিছিল—

**"বিশ্ব যখন নিদ্ৰামগন**
**গগণ অন্ধকাৰ**
**কে দেয় আমাৰ বীণাৰ তাঁৰে**
**এমন ঝংকাৰ।"**

ৰহস্যবাদী কবিয়ে দিব্যানুভূতিৰে প্ৰকৃতিৰ বিভিন্ন সম্পদৰাজিৰ মাজত পৰমজনক দেখে, তেওঁৰ বাঁহীৰ সুৰ শুনিবলৈ পায় আৰু জাগতিক সম্পদৰ মাজত অনুভৱ কৰে তেওঁৰ পৰমস্পৰ্শ ঃ

**"গধূলিৰ ম্লান আন্ধাৰত**
**থিয়ানৰ সপোন পাৰত**
**তোমাৰ লগত মোৰ**
**নিতে দেখা আকুল সুৰত"....** ***(মিলন)***

.................................

**"শিতানত ফুলা**
**বকুল জুপিত**
**শুনিলোঁ বাঁহীৰ মাত।"** ***(পূৰ্ৱা)***

.................................

"পূঁৱতীৰ শুভ লগনত
অৰুণৰ ৰঙা পোহৰত
তোমাৰ লগত মোৰ
অনন্ত মিলন
নিতে দেখা শেৱালি বনত।" (মিলন)

পৰমাত্মাৰ লগত মিলিত হোৱাৰ বাসনাত জীৱাত্মাৰ যি যন্ত্ৰণাময় ব্যাকুল অনুসন্ধান কবি নলিনীবালা দেৱীৰ ভাষাত সিয়ে মূৰ্ত্ত হৈ উঠিছে অনুপমৰূপে ঃ

"প্ৰাণৰ পাহিত জিলিকনি পৰে
মন বিয়াকুল প্ৰাণ পৰিমলে
স্তব্ধ নিজান বিজন প্ৰান্তত
উকা জুই খেদি ফুৰে।" (নৱচেতনা)

এই জীৱনত সেই পৰমজনক লাভ কৰা বাসনা অলীক কল্পনা মাথোন। সেয়েহে জীৱনটোক বিৰহ আৰু মৃত্যুক মিলনৰূপে কল্পনা কৰি পৰম পুৰুষৰ লগত মিলনৰ আকাংক্ষাত তেওঁ কৈছে ঃ

"চিতাগ্নি হোমাগ্নি হ'ব
সমীৰণ মলয় চন্দন
সিদিনা সাৰ্থক হ'ব
পূৰ্ণ অৰ্ঘ্য, পূৰ্ণ ই জীৱন।" (শেষ অৰ্ঘ্য)

মৃত্যুৱেই পিঞ্জৰাবদ্ধ আত্মাক পৰম আত্মাৰ লগত বিলীন হৈ যোৱাৰ পথ সুগম কৰে। ৰবীন্দ্ৰনাথে "মৰণ ৰে তুঁহু মম শ্যাম সমান" বুলি কোৱাৰ দৰে নলিনীবালাৰ বাবেও মৃত্যু হয় বাঞ্চিত আৰু সুন্দৰ।

এই বিশাল বিশ্বসংসাৰৰ ৰূপ সৌন্দৰ্যৰ মাজত ৰহস্যবাদী কবি তৃষ্ণাতুৰ হৈ লৰি ফুৰে। সৌন্দৰ্য পিয়াসী দুটি নয়নে কেওদিশে সুন্দৰক বিচাৰি ফুৰোতে চিৰসুন্দৰৰ ৰূপ-তৃষ্ণাই প্ৰাণত তোলে আনন্দৰ সুৰ-তৰঙ্গ।

"এই প্ৰাণ এই গান, এই ধ্যান জীৱন সংগীত
এই দুটি পিয়াসী নয়নে
বুটলিছে প্ৰকৃতিৰ সৌন্দৰ্য ওপচা ৰূপ
মোহনীয় বিচিত্ৰ ভংগীৰ।" (বিশ্বসুৰ)

বিশ্বজুৰি সৌন্দৰ্যৰ মহামেলা দেখি ভগৱানৰ মহান মূৰতিৰ প্ৰতি কবিয়ে বিস্ময় বিমুগ্ধচিত্তে প্ৰণিপাত জনাইছে ঃ

**"সুন্দৰ তোমাৰ সৃষ্টি**
**সুন্দৰ ভুৱন জুৰি**
**সুবিমল সৌন্দৰ্যৰে**
**বিশ্ব শোভাময়।"** *(মহামেলা)*

যুগে যুগে ৰহস্যসন্ধানী প্ৰাণে ৰূপৰ মাজত অৰূপক, সীমাৰ মাজত অসীমক বিচাৰি হাবাথুৰি খাই ফুৰোঁতে অসীমক পোৱা সহজসাধ্য কৰি তুলিবলৈ ৰহস্যবাদী কবিয়ে উপায় দিছে এনেদৰে ঃ

**"শুচি শান্ত তনু মনে**
**মানসৰ পুষ্প বনে**
**প্ৰেমৰ প্ৰদীপ জ্বালি**
**বাঞ্চিতৰ কৰা অন্বেষণ।"** *(পৰশমণি)*

কবিয়ে কৈছে, এই অন্বেষণত সন্ধানীজন জয়যুক্ত হ'ব যদিহে 'জীৱন প্ৰদীপ শিখা' উৰ্দ্ধমুখী কৰি জ্বালি তোলা হয়। তেতিয়া—

**"ব'ব প্ৰাণে প্ৰাণে**
**প্ৰেমৰ আকাশী মন্দাকিনী**
**মধুময় শান্তিময়**
**চিৰসুন্দৰৰ পৰশন**
**অমৃত চেতনাময় সুধাস্পৰ্শ মণি।"**

কবি নলিনীবালাৰ বাবে ভগৱান সুন্দৰ আৰু প্ৰেমময়। তেওঁৰ দাৰ্শনিক চিন্তাধাৰাৰ অন্তৰালত যি পৰমব্ৰহ্ম সত্ চিৎ আৰু আনন্দৰূপে প্ৰতিষ্ঠিত, তেওঁকেই মনোমোহা ৰূপেৰে সজাই পৰমপ্ৰিয় ৰূপে তেওঁ কল্পনা কৰি লৈছিল। তেওঁৰ সমস্ত ভক্তি আৰু অনুৰাগ অৰ্পিত হৈছিল সেই পৰমজনৰ শ্ৰীচৰণত। মীৰাবাইৰ দৰে নলিনীবালাৰ চিন্তাজগতৰ উপলব্ধি ভক্তি আৰু প্ৰেমত একাকাৰ হৈ গৈছিল। তেওঁৰ নিজৰ ভাষাৰে, "মীৰাবাইৰ দৰে মই যেন সৰ্বস্ব পিছত পেলাই থৈ পৰম প্ৰিয়ৰ ঘৰলৈ আগবাঢ়িছোঁ, সৰ্বত্যাগিনী সন্ন্যাসিনীৰূপে বিশাল সংসাৰৰ মাজত অকলশৰীয়া অসীমৰ অভিযাত্ৰিনী চিৰসুন্দৰৰ পূজালৈ আগবাঢ়িছোঁ। সেই মধুৰ মুহূৰ্ত বোৰত ঘণীভূত হৈ পৰে মানস-

লোকত চিৰসুন্দৰ পৰমপ্ৰিয়ৰ সান্নিধ্যৰ মধুৰ পৰশ"। (এৰি অহা দিনবোৰ) এই উপলব্ধিত মুক্তি আৰু দৃঢ়তাৰ সলনি আবেগৰ কোমলতাহে দেখা যায়। তেওঁৰ কবিতাৰ মাজতো দাৰ্শনিক চিন্তাৰ ভেটিত গঢ় লৈ উঠিছে সুকোমল হৃদয়ৰ আবেগ আৰু বিশ্বাসেৰে ঘণীভূত ভক্তি অনুৰাগৰ প্ৰাণ পৰশা অনুভৱ।

ভাৰতীয় দৰ্শনৰ ঐতিহ্যৰ প্ৰতি আস্থাশীল কবিৰ মতে সাংসাৰিক ভোগ-বাসনাত সৰ্বস্ব বিলীন নকৰি জীৱনৰ সত্য অন্বেষণত সফল হব পাৰিলেহে প্ৰশস্ত হৈ পৰিব মনুষ্য জীৱনৰ সাৰ্থকতাৰ পথ। আশাবাদী কবিৰ কবিতাৰ মাজেৰে গীতাৰ অমৃত নিগৰা বাণীৰ সুৰ ধ্বনিত হৈছে ঃ

**"কৰ্মণ্যেৱাধিকাৰস্তে মা ফলেষু কদাচন।**
**মা কৰ্মফল হেতুৰ্ভূৰ্মাতে সঙ্গোহ স্ত্ব কৰ্মণি॥"**

কবিৰ ভাষাত—

**"সাধনা তোমাৰ**
**নহয় ব্যৰ্থ**
**কৰ্ম তোমাৰ নহয় ক্ষয়,**
**প্ৰতি নিমেষৰ**
**কৰ্মৰ ফল**
**সঞ্চিত থাকে অসীমলৈ।"** *(সত্য পথিক)*

গীতা, উপনিষদ আৰু নৱ বৈষ্ণৱ সাহিত্যৰ দ্বাৰা প্ৰভাৱিত হৈ সুকীয়া বৈশিষ্ট্যৰে ৰচনা কৰা কবিতা সমূহত কবি এক চিন্ময়লোকত অৱতীৰ্ণ হৈছে। চিন্তাৰ গভীৰতা, প্ৰকাশৰ আন্তৰিকতা, শব্দ মাধুৰ্য, অভিনৱ ছন্দ আৰু ভাবৰ মৃদু ব্যঞ্জনাৰে কবিতাসমূহ অসমীয়া ৰহস্যবাদী কবিতাৰ বহুমূলীয়া সম্পদ।

**গ্ৰন্থপঞ্জী ঃ**

অসম সাহিত্য সভা ঃ নলিনীবালা দেৱী
গোস্বামী, পূৰ্ণচন্দ্ৰ (সম্পা:) ঃ শ্ৰী শ্ৰী মাধৱদেৱৰ বাক্যামৃত
গোস্বামী, উপেন্দ্ৰনাথ ঃ ভাষা আৰু সাহিত্য
দেৱী, নলিনীবালা ঃ এৰি অহা দিনবোৰ
বৰকটকী, গৌৰীচৰণ ঃ শ্ৰীমদ্ভগৱদ্ গীতা
(অনু:)

শৰ্মা, দুৰ্গেশ্বৰ : অসমীয়া সাহিত্যৰ সমীক্ষা
শৰ্মা, সত্যেন্দ্ৰনাথ : অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত
চৌধুৰী, বিশ্বপতি : কাব্যে ৰবীন্দ্ৰ নাথ
ঠাকুৰ, ৰবীন্দ্ৰ নাথ : গীতাঞ্জলি
ঠাকুৰ, ৰবীন্দ্ৰ নাথ : সঞ্চয়িতা
দাস, শ্ৰীশ চন্দ্ৰ : সাহিত্য সন্দৰ্শন
Baruah, Birinchi Kr. : History of Assamese Literature
Dasgupta, S. N. : Hindu Mysticism
Patanjali, V. : Thoughts on Indian Mysticism
Sircar, M. N. : Mysticism in the Bhagavad Gita.



# নলিনী-কাব্যত ৰহস্যবাদ

লীনাকুমাৰী ডেকা

যিবিলাক সাহিত্য ধৰ্ম্ম, প্ৰেম, ভক্তি প্ৰকৃতিৰ ওপৰত সৃষ্টি হয়, তেনে ধৰণৰ সাহিত্যতে সাধাৰণতে ৰহস্যবাদ প্ৰকাশ পায়। ৰহস্যবাদ এক বিশেষ অনুভূতি—এটা মানসিক অৱস্থা। ৰহস্যবাদীসকলে পৰমজনৰ সৈতে মিলি যায়। ৰহস্যবাদ হ'ল 'ভগৱানৰ নীৰৱ উপভোগ' (Silent enjoyment of God); 'পৰমজনৰ সৈতে মিলনৰ বিজ্ঞান' (Science of union with the Absolute) নতুবা 'একান্তলৈ একান্তৰ অভিযান' (Flight of the Alone to the Alone)। শচন্দ্ৰ দাসৰ ভাষাত "যি অখণ্ড দৃষ্টিৰ সহায়েৰে কবিয়ে ভগৱৎ সত্তা তথা তেওঁৰ বিশ্ব সৃষ্টিৰ পৰম সত্যক উপলব্ধি কৰি তেওঁৰ লগত মিলনৰ পৰম আনন্দ লাভ কৰিব পাৰে, সাহিত্যৰ মাজেদি সেই দৈৱী অনুভূতি সাধনক ৰহস্যবাদ বুলিব পাৰি।" E Gaird য়ে ৰহস্যবাদৰ সুন্দৰ ব্যাখ্যা কৰিছে—Mysticism is religion in its most concentrated and exclusive form. It is that attitude of mind in which all other relations are sallowed in the relation on the soul to God." ৰহস্যবাদ আত্মা আৰু ভগবানৰ মাজৰ সম্বন্ধৰ এক অৱস্থা।

অসমীয়া বৈষ্ণৱ সাহিত্যৰ পৰা আধুনিক সাহিত্যলৈ ৰহস্যবাদী ভাৱধাৰা প্ৰকাশ পাই আহিছে। ˚নলিনীবালা দেৱী, ˚অম্বিকাগিৰী ৰায় চৌধুৰী, ˚ৰত্নকান্ত বৰকাকতী, ˚নীলমণি ফুকণ আদিৰ কাব্যত ৰহস্যবাদী চিন্তাধাৰা সুন্দৰভাৱে প্ৰকাশ পাইছে। কবিতাৰ ঝংকাৰেৰে অসমীয়া সাহিত্য-আকাশ মুখৰিত কৰা আজন্ম কবি ˚নলিনীবালা দেৱীৰ সৰহভাগ কবিতাতে ৰহস্যবাদৰ পৰশ পৰিছে। তেওঁৰ কাব্য প্ৰধানকৈ আধ্যাত্মিক ভাৱাত্মক। ৰহস্যবাদী কবি হিচাবে নলিনীবালা দেৱীয়ে অসমীয়া কাব্য সাহিত্যত এক বিশিষ্ট আসন লাভ কৰিছে।

নলিনীবালা দেৱীৰ প্ৰথম কবিতা পুথি 'সন্ধিয়াৰ সুৰ'ৰ পাতে পাতে নোপোৱা আৰু হেৰোৱাৰ বেদনাৰ মূৰ্চ্ছনা ঝংকাৰিত হৈ আছে। ভৰ যৌৱনতে বৈধব্যৰ শুভ্ৰ

সাজযোৰে আৰু পুত্ৰৰ বিয়োগৰ ব্যথাই কবিৰ মন পঙ্গু কৰি পেলায়। ইয়াৰ পিছতে কবি নলিনীবালা দেৱীয়ে সুন্দৰৰ সন্ধানত মগ্ন হয়। ব্যক্তিগত দুঃখ বেদনাৰ পৰা মুক্তি পাবলৈ কবি হৈ পৰিল ৰহস্যবাদী। 'সন্ধিয়াৰ সুৰ'ৰ প্ৰতি পাতে পাতে কবিৰ ঈশ্বৰৰ সন্ধান আৰু প্ৰাণৰ আকুতি শুনা যায়। জীৱিত অৱস্থাতে, নতুবা মৃত্যুৰ পিছতো ভগৱানৰ সৈতে মিলি যাবলৈ কবিয়ে ইচ্ছা কৰিছিল। জীৱনৰ-সকলো দুঃখ-অভিমান নলিনীবালা দেৱীয়ে ভগৱানৰ ওচৰতে নিবেদন কৰিছে—

**'প্ৰাণৰ সহস্ৰ কথা**
**শত অভিমান**
**তোমাতেই কৰো নিবেদন;**
**কাকনো শুনাম প্ৰভু**
**ব্যথাৰ কাহিনী**
**তুমি যদি নেপাতিবা কাণ।'**

***(সন্ধিয়াৰ সুৰ ঃ শেষ ভিক্ষা)***

সত্য-শিৱ সুন্দৰক আকুল চিত্তে বিচাৰিলেও জীৱনৰ প্ৰথম পুৱাত কবিৰ তেওঁলৈ মনত পৰা নাছিল—

**'জীৱনত কোনো দিন**
**নপৰিল তোমাক মনত'**

***(সন্ধিয়াৰ সুৰ ঃ অনাহূত)***

কিন্তু জীৱনৰ বিয়লি বেলিকা 'পৰম প্ৰিয়'ৰ সন্ধান পাই কবি তেওঁক পাবলৈ ব্যাকুল হৈ উঠিছে—

**'আজি এই আবেলিৰ বিদায় পৰত**
**গহীন এন্ধাৰে ঢকা সীমাহীন সাগৰ পাৰত**
**তোমালৈ পৰিছে মনত।**
**অ' মোৰ পৰম প্ৰিয়**
**তুমি ক'ত ? তুমি কত ?'**

***(অনাহূত ঃ সন্ধিয়াৰ সুৰ)***

পৰমজনৰ সন্ধান পোৱাৰ পিছতেই ৰহস্যবাদী সকল তেওঁৰ প্ৰতি আকৰ্ষিত হৈ পৰে। আমাৰ কবি নলিনীবালা দেৱীয়েও পৰমজনৰ প্ৰতি আকৰ্ষিত হৈ উপলব্ধি

. কৰিছিল—

**'জীৱনৰ প্ৰতি পাতে পাতে**

**আঁকা তযু চৰণৰ ৰেখা**

কিন্তু কবিৰ— **'তোমাক এবাৰো প্ৰভু**

**জীৱনত পোৱা নাই দেখা।'**

নিজম নিশা যেতিয়া গোটেই বিশ্ব নিতাল মাৰে, তেতিয়া কবিয়ে বজায় 'বিশ্ব বিমোহন বেণু'। ৰবীন্দ্ৰনাথ ঠাকুৰৰ—

**বিশ্ব যখন নিদ্ৰা মগন,**

**গগণ অন্ধকাৰ;**

**কে দেয় আমাৰ বীণাৰ তাৰে**

**এমন ঝংকাৰ'ৰ দৰে**

নলিনীবালা দেৱীয়েও লিখিছে—

**'কিনো স্বৰগ বীণাৰ গান,**

**মধু মুৰলীৰ মৌ বৰষা তান**

**আকুল বিশ্ব, আকুল মন প্ৰাণ'**

নলিনীবালা দেৱীয়ে সকলো ক্ষেত্ৰতেই ভগৱানক পাব বিচাৰিছিল 'প্ৰিয়' আৰু 'প্ৰিয়তম' হিচাবে। তেওঁৰ লক্ষ্য আছিল অনন্ত সুন্দৰ। নিজ অন্তৰৰ পৱিত্ৰতাৰে কবিয়ে ভগবানক পাবলৈ বিচাৰিছিল আৰু তেওঁৰ (ভগবানৰ) সৈতে এক হৈ যাবলৈ কামনা কৰিছিল। ৰহস্যবাদীসকলে জীৱ আৰু ব্ৰহ্মৰ অভিন্নতা স্বীকাৰ কৰে। নলিনীবালা দেৱীয়েও জীৱ আৰু ব্ৰহ্মৰ অভিন্নতা স্বীকাৰ কৰি পৰমজনতে লীন হৈ যাবলৈ বিচাৰিছে—

**'তুমি জ্যোতি, মই ৰেণু**

**অ' অৰূপ! ৰূপৰ আলয়**

**অনুৰূপে অনাদিত**

**তোমাতেই লীন হমগৈ।'**

***(সন্ধিয়াৰ সুৰ : সমাধি)***

ৰহস্যবাদী কবিসকলৰ বাবে জন্ম-মৃত্যু, ভাল-বেয়া, ক্ষুদ্ৰ-বিৰাটৰ মাজত কোনো পাৰ্থক্য নাথাকে : নলিনীবালাৰ কবিতাত এই ভাৱ সুন্দৰভাৱে প্ৰকাশ পাইছে।

যেনে—

'সাধনা তোমাৰ নহয় ব্যৰ্থ
কৰ্ম্ম তোমাৰ নহয় ক্ষয়
প্ৰতি নিমিষৰ কৰ্ম্মৰ ফল
সঞ্চিত থাকে অসীমলৈ।
তোমাৰ হাঁহিত জগতে হাঁহিব
চন্দ্ৰ তৰায়ো উলাহ পাব;
সবিলে তোমাৰ চকুপানী টুপি
ভাবিছানে তুমি অথলে যাব ?
সত্য যে তুমি, শাশ্বত তুমি
কিহৰ মৃত্যু কিহৰ ভয় ?'

*(সন্তিয়াৰ সুৰ : সত্য পথিক)*

নলিনীবালা দেৱীয়ে বিশ্বাস কৰিছিল যে 'মৰণ নহয় শেষ জীৱন সমাধি, আৰু আছে জীৱনৰ অসীম পৰিধি।' এই ক্ষেত্ৰত নলিনীবালা দেৱীৰ ওপৰত গীতাৰ প্ৰভাৱ মন কৰিবলগীয়া। পৰমজনৰ সন্ধান পোৱাৰ পিছত তেওঁৰ প্ৰতি আকৰ্ষিত হৈ কবিয়ে তেওঁক পাবলৈ আকুল হৈছে—

'দুৰণিৰ পখীজাকি উৰি যায় বিঙিয়াই
বিয়াকুল উদাসী সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত
মোৰ এই পিজৰাৰ অশান্ত পখিটি দেখো—
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন পথত।'

*(সন্তিয়াৰ সুৰ : পৰমতৃষ্ণা)*

সৌন্দৰ্য্যৰ মাজত অসীমৰ সন্ধান পাই কবিয়ে ভগবানক পাবলৈ আকুল চিত্তেৰে পূজা আগবঢ়াইছে। কিন্তু—

'চন্দন শুকাই গ'ল
শুকাল মালতী কৰণিতে
ধূপগছি পুৰি গ'ল
শলাডালি পুৰিল বন্তিতে।'

*(সন্তিয়াৰ সুৰ : শেষ ভিক্ষা)*

ভগবান তেওঁৰ ওচৰলৈ নাহিল। তথাপি ভগৱানেই কবিৰ একমাত্ৰ আশ্ৰয়। সেয়েহে তেওঁ ভগৱানকে প্ৰশ্ন কৰিছে—

**'সঁচাকৈয়ে তুমি বাৰু**
**প্ৰাণৰ আকুল ব্যাকুলতা**
**নোৱাৰা সহিব হেনো ?**

*(সঞ্চিয়াৰ সুৰ ঃ সঁচানে)*

নলিনীবালা দেৱীয়ে বিশ্বাস কৰে যে 'জগতৰ প্ৰতি ৰেণু মাজে' ভগৱান আছে। সেয়েহে এই মৰ্ত্ত্যৰ মানৱীলোকতে তেওঁক দেখিবলৈ পোৱা যায়। ৰবীন্দ্ৰনাথে কৈছিল 'তুমি আমাৰ আপন, তুমি আছ আমাৰ কাছে'। নলিনীবালা দেৱীয়েও লিখিছে—

**'কোনে কয় নেদেখি তোমাক**
**মৰতৰ মানৱী লোকত**
**তুমি চিৰ গোপন দেশৰ**
**আছা মোৰ নিজান কোণত।'**

*(সঞ্চিয়াৰ সুৰ ঃ মিলন)*

.......

**'পুৱতিৰ শুভ লগণত**
**অৰুণৰ ৰঙা পোহৰত**
**তোমাৰ লগত মোৰ অনন্ত মিলন**
**নিতে দেখা শেৱালী বনত।'** *(মিলন)*

কেতিয়াবা কবিয়ে যদি এন্ধাৰতে বাট হেৰুৱাই খেপিয়াই ফুৰে, তেতিয়াও পৰমজনেই তেওঁক বাট দেখুৱায়। পৰমজনৰ সুগন্ধিয়ে কবিক উতলা কৰে—

**'গহীন এন্ধাৰ নিশা**
**ফুৰো যদি বাট খেপিয়াই**
**বনৰ মালতী গোন্ধে**
**দিয়ে মোক বাট দেখুৱাই।'** *(সঞ্চিয়াৰ সুৰ ঃ সাৰথি)*

কিন্তু পৰমজনক কেনেকৈ পাব পাৰি ? নলিনীবালা দেৱীয়ে ভাবিছিল যে মৃত্যুৰ পিছত মানুহৰ আত্মা পৰমাত্মাৰ লগত মিলিত হয়। সেয়েহে কবিয়ে মৃত্যুৰ পিছতহে পৰমপ্ৰিয়ৰ লগত মিল হ'ব বুলি আশা ৰাখিছিল—

**'চিতাগ্নি হোমাগ্নি হ'ব**
**সমীৰণ মলয় চন্দন**
**সিদিনা সাৰ্থক হ'ব**
**পূৰ্ণ অৰ্ঘ পূৰ্ণ ই জীৱন।'**

*(সন্ধিয়াৰ সুৰ : শেষ অৰ্ঘ্য)*

'সন্ধিয়াৰ সুৰ'ৰ নিচিনাকৈ 'সপোনৰ সুৰ', 'অলকানন্দা', পৰশমণি'তো নলিনীবালা দেৱীক দাৰ্শনিক ৰহস্যবাদী কবি হিচাবে পোৱা যায়। 'সন্ধিয়াৰ সুৰ'ত কবিৰ যি ভাৱধাৰা 'সপোনৰ সুৰ'ত সেয়াই বহল আৰু স্পষ্ট হৈ পৰিছে। 'সপোনৰ সুৰ'ত দাৰ্শনিক তথ্যবোৰে আগস্থান পাইছে। ইয়াৰ প্ৰায়বোৰ কবিতাতে শোকত জুৰুলা হোৱা কবিৰ প্ৰাণৰ করুণ সুৰ শুনা যায়। শান্তি শান্তি বুলি কবি হাৰাথুবি খাইছে। অৱশেষত কবিয়ে বুজিব পাৰিছে যে শান্তি বিচাৰি ফুৰিলে শান্তি আঁতৰিহে যায়। 'বৰাগী' কবিতাত কবিয়ে তাকেই প্ৰকাশ কৰিছে—

**'শান্তি বিচাৰি ভৰমি ফুৰিলে,**
**শান্তি আঁতৰি যায়।'**

*(সপোনৰ সুৰ : বৰাগী)*

সেয়েহে কবিয়ে জীৱনৰ বিয়লি বেলিকা ভগৱানৰ ওচৰতে মিনতি জনাইছে—

**'আজি এই জীৱন শেষত**
**বিদায়ৰ সন্ধিয়া পৰত**
**দুটি হাত যুৰিলো কাতৰে।'**

*(সপোনৰ সুৰ : মিনতি)*

এতিয়া আৰু কবিৰ মনত—'নাই আকুলতা, নাই হাঁহাকাৰ', (সপোনৰ সুৰ : ভিক্ষাৰী)। পৰমজনৰ ছাঁ আৰু সুৰত কবিৰ অন্তৰত চিৰশান্তি নামি আহিল। ভগবানৰ সৃষ্টিত কবি নিজেই আত্মহাৰা হৈ পৰে। বিশ্বৰ সৌন্দৰ্য্য দেখি নলিনীবালা দেৱীয়ে উপলব্ধি কৰে—

**'সুন্দৰ তোমাৰ সৃষ্টি**
**সুন্দৰ ভুৱনে জুৰি**
**সুবিমল সৌন্দৰ্য্যৰে**
**বিশ্ব শোভাময়।'**

*(সপোনৰ সুৰ : মহাখেলা)*

'অলকানন্দা'ত মৃত্যুৰ পিছত কবিৰ গতিপথৰ সন্ধান পোৱা যায়। সাগৰৰ নীলা য'ত মিলিছে, তাৰ পৰা ভাঁহি অহা চিনাকি সুৰ কবিয়ে যেন ৰিণি ৰিণি শুনিবলৈ পাইছে। বিশ্বজুৰি থকা সুৰৰ অনুভূতি কবিৰ মনত প্ৰৱল হৈ দেখা দিছে, যেনিবা কবি সেই সুৰৰে এটি অঙ্গ। 'বিশ্বসুৰ' কবিতাত ইয়াৰ ধ্বনি প্ৰতিধ্বনি শুনা যায়—

**'জীৱন মাথোন এটি আৱহসঙ্গীত**
**মই গীতিকাৰ'**

...........

**'আছো বৈ চিৰকাল অনাদি সঙ্গীতৰূপে**
**প্ৰকৃতিৰ বোৱতী সুঁতিত।'**

...........

**'বিশ্বৰ সৌন্দৰ্য্য মই সুন্দৰৰ সুৰকাৰ**
**মোৰ সত্তা বিশ্ববিয়পা।'**

***(অলকানন্দা : বিশ্বসুৰ)***

'পৰশমণিত আকৌ পোৱা যায় 'মানবাত্মা আৰু প্ৰকৃতিৰ মাজেদি বিশ্বাত্মাৰ স্বৰূপাৰ্থ বা স্বৰূপাংকন'। গোটেই কবিতা পুথিখনতে কবিৰ পৰমজনৰ অনুভূতি প্ৰৱল হৈ উঠিছে। যেনে—

**'হে চিৰ চঞ্চল**
**প্ৰতি পলে পলে**
**তোমাৰ মধুৰ আগমনি**
**বাৰিষা ধাৰত**
**বসন্ত ফুলত**
**চঞ্চল পদৰ পদধ্বনি।'**

***(পৰশমণি : ৰূপান্তৰ)***

কবি শিল্পীসকলে এই জগতত থাকি সুন্দৰক বিচাৰি পায়। তেতিয়াই জীৱন হৈ পৰে মধুময়, শান্তিময়। নলিনীবালা দেৱীয়ে যেন কবি শিল্পীসকলক সদায় সুন্দৰৰ আৰাধনা কৰিবলৈ অনুৰোধ জনাইছে।

**'জাগা কবি জাগা শিল্পী**
**সুন্দৰৰ কৰা উপাসনা।'** ***(পৰশমণি : দেৱতাৰ বাণী)***

কবিৰ প্ৰাণে সদায় সসীমৰ মাজত অসীমক বিচাৰি ফুৰে—

**'দুচকু উপচি পৰে ৰূপৰ জোৱাৰ**
**দিগন্তৰ অসীমতা**
**হিয়াত হেৰাই যায়**
**পৰাণে বিচাৰি ফুৰে অসীমৰ পাৰ।'**

*(পৰশমণি : পৰশমণি)*

কবি নলিনীবালা দেৱীয়ে সাংসাৰিক জীৱনত শোক আৰু ব্যথাত জুৰুলি হৈ ভগৱানৰ ওচৰতে শেষ আশ্ৰয় বিচাৰিছিল। জীৱিত অৱস্থাত নহলেও মৃত্যুৰ পিছত কবিয়ে পৰমপ্ৰিয় ভগৱানৰ লগত মিলি যাব পাৰিছে।

নলিনীবালা দেৱী মুখ্যত ৰহস্যবাদী। ভাৰতীয় উপনিষদ, বেদ আদিৰ অধ্যয়নৰ ফলতে কবিৰ অন্তৰত জাগ্ৰত হৈ পৰিছিল 'ৰহস্যবাদ'। ভাবৰ স্বচ্ছন্দ্যতা সৰলতাই নলিনী-কাব্যক বিশেষ সৌন্দৰ্য্য দান কৰাৰ লগতে ৰহস্যবাদী চিন্তাধাৰা বিকাশত সহায় কৰিছে।



# নলিনীবালাৰ কবিতাত প্ৰকৃতি

## লীলাৱতী শইকীয়া বৰা

ব্যক্তিগত দুখ-বেদনাক জয় কৰি জীৱনক পতাকাৰ দৰে তুলি ধৰিবলৈ সমৰ্থ হোৱা নলিনীবালা দেৱী কোনো কাকত-আলোচনীৰ লগত সম্পৰ্ক নৰখাকৈ 'নিৰ্জনভাবে' কাব্য সৃষ্টি কৰা উত্তৰ ৰোমাণ্টিক যুগৰ এগৰাকী বিশিষ্টা ৰোমাণ্টিক কবি। অসমীয়া ৰোমাণ্টিক কবিতাৰ ইতিহাসত নলিনীবালা দেৱী প্ৰথম মহিলা ৰোমাণ্টিক কবি। এগৰাকী সাৰ্থক ৰোমাণ্টিক কবিৰ দৰে নলিনীবালা দেৱীয়েও স্বামী আৰু পুত্ৰ-বিয়োগৰ বিষাদ-বেদনাৰ পৰা পৰিত্ৰাণ পাবলৈ ঘাইকৈ আশ্ৰয় ল'লে অতীন্দ্ৰীয়বাদী বা ৰহস্যবাদী ৰূপ-কল্পনাৰ, প্ৰকৃতিৰ বিস্ময় বিমুগ্ধ ৰূপ বন্দনাৰ আৰু দেশমাতৃৰ গৌৰৱ-আৰাধনাৰ। বিশ্ব প্ৰকৃতিৰ প্ৰতি অনুপৰমানুত অবিনশ্বৰ আত্মাৰ অনন্ত জীৱনৰ চিন দেখা পোৱা কবি গৰাকীয়ে মৃত্যুৰ মাজেৰে সীমাৰ সীপাৰে থকা অসীম সৌন্দৰ্যময় পৰমসত্তাৰ লগত মিলি যাব খুজিছে যদিও জন্মান্তৰবাদত বিশ্বাসী কবিয়ে মৃত্যুৰ পিছত বাৰে বাৰে আহি নিজৰ দুখীয়া দেশতে জন্ম ল'বলৈও হাবিয়াস কৰিছে। কিয়নো কবিয়ে নিজৰ দেশ, নিজৰ জন্মভূমি আৰু জন্মভূমিৰ জড়-চেতন প্ৰতিটো বস্তুকে নিজৰ প্ৰাণতকৈও ভালপায়। সেয়েহে পৰমসুন্দৰ জনৰ চৰণত নিজকে বিলীন কৰি দিব খোজা আধ্যাত্মিক কবি গৰাকী মাজে মাজে পুণ্য তীৰ্থস্বৰূপ নিজৰ জন্মভূমি অসম আৰু ভাৰতৰ প্ৰেমত উন্মনা হৈ পৰে; বিস্ময়-বিমুগ্ধ হৈ পৰে জন্মভূমিৰ বিনন্দীয়া প্ৰকৃতিৰ অনিৰ্বচনীয় ৰূপ-শোভা দেখি। এই দৃষ্টিভঙ্গীৰ পিনৰ পৰা নলিনীবালা দেৱীৰ কবিতাৰ মাজত মুখ্যত: তিনিটা প্ৰবাহ দেখা যায় : ৰহস্যবাদ, দেশপ্ৰেম আৰু প্ৰকৃতিপ্ৰেম। প্ৰথম প্ৰবাহ দুটাৰ বিষয়ে বিভিন্ন সমালোচকে বিভিন্ন ধৰণে আলোচনা আগবঢ়াইছে। কিন্তু তৃতীয় প্ৰৱাহ-প্ৰকৃতি-প্ৰেমৰ কথা এতিয়াও আলোচিত হোৱা নাই। মন কৰিব লগীয়া যে ৰহস্যবাদ আৰু স্বদেশপ্ৰেম, নলিনী কাব্যৰ এই দুটা প্ৰধান সুৰ কাব্য ৰূপত প্ৰকাশ কৰিবলৈ গৈয়ে কবিয়ে অসীম ৰহস্যময় প্ৰকৃতিৰ আশ্ৰয় লৈছিল। নিশাৰ আন্ধাৰ শুহি নিয়া পুৱাৰ হেঙুলি কিৰণ, দুপৰৰ প্ৰখৰ ৰ'দ, দিনৰ উজ্জ্বলতাক ঢাকি ধৰা সন্ধিয়া,

এন্ধাৰ, নিশাৰ অন্ধকাৰক জয় কৰি পৃথিৱী মোহনীয় কৰা পূৰ্ণিমাৰ জোনাক, বৰ্ষা, ধুমুহা, মেঘ, নদী, ফুল, চৰাই আদিৰ সম্মোহনী ৰূপ দেখি ভগ্নহৃদয়া কবি নলিনীবালা দেৱী মুগ্ধ হৈছিল আৰু প্ৰকৃতিৰ সেই বাহ্যিক ৰূপৰ লগত একাত্মতা অনুভৱ কৰিছিল। পিছত ঘাইকৈ সিবোৰৰ আলমতেই তেওঁ নিজৰ আধ্যাত্ম চেতনা আৰু দেশপ্ৰেমৰ সুন্দৰ প্ৰকাশ ঘটালে।

নলিনীবালা দেৱীৰ কবিতাত প্ৰকৃতি-প্ৰীতি দুই ধৰণে প্ৰকাশ পাইছে : আধ্যাত্মিক আৰু দেশপ্ৰেমমূলক চিন্তাধাৰা প্ৰকাশৰ অৱলম্বন হিচাপে আৰু পুৱা, সন্ধিয়া, এন্ধাৰ, চৰাই, ফুল আদি প্ৰকৃতিৰ বিভিন্ন ৰূপৰ বৰ্ণনাৰ মাজেৰে। নলিনীবালা দেৱীৰ কাব্যত আধ্যাত্মিক বা দেশপ্ৰেমমূলক সুৰটো প্ৰাণৱন্ত হৈ উঠিছে প্ৰকৃতি জগতৰ বিভিন্ন উৎসৰ পৰা লোৱা চিত্ৰ, উপমা, ৰূপক প্ৰতীক আদি কাব্যালঙ্কাৰৰ সুপ্ৰয়োগত। ইংৰাজ কবি ড্ৰাইডেনৰ মতে "কবিতা প্ৰকৃতিৰেই প্ৰতিচ্ছবি।" অৰ্থাৎ যি বিষয় লৈয়ে কবিতা লিখা নহওক কিয় তাৰ মাজত কিবা নহয় কিবা প্ৰকাৰে প্ৰকৃতিয়ে ভুমুকি মাৰিবই। কিয়নো প্ৰকৃতিৰ পৰিদৃশ্যমান সৌন্দৰ্যই যুগে যুগে মানুহৰ মনক বিস্ময়াভিভূত কৰি আহিছে। প্ৰকৃতিৰ সৌন্দৰ্যই মানুহৰ মনৰ নিৰানন্দ মচি নিয়ে, মন প্ৰফুল্ল কৰে আৰু নতুন সৃষ্টিৰ কাৰণে প্ৰেৰণা যোগায়। ব্যক্তিগত পাৰ্থিৱ কাৰুণ্যই ভাঙি দিয়া নলিনীবালা দেৱীৰ সন্তাপিত পাণতো পুৱাৰ হেঙুলি কিৰণে, শৰতৰ মধুময়ী জোনাক ৰাতিয়ে, বিহগীৰ শুৱলা মাতে আশা আৰু আনন্দৰ সঞ্চাৰ কৰে। ভাৰতীয় দৰ্শনত বিশ্বাসী কবিয়ে 'প্ৰকৃতিৰ সৌন্দৰ্যত, বিহগৰ আকুল তানত, মুঠতে সুন্দৰী প্ৰকৃতিৰ প্ৰতি অঙ্গতে অবিনশ্বৰ আত্মাৰ অনন্ত জীৱনৰ চিন দেখা পাইছে। আনফালে মানুহৰ অন্তৰৰ অসীম সৌন্দৰ্য তৃষ্ণাই অনন্ত সুন্দৰ কোনোবা এজনৰ মহা আকৰ্ষণৰ সূচনা কৰিছে।' 'সুন্দৰ তুমি ক'ত তুমি ক'ত' বুলি বিচাৰি ফুৰা কবিৰ আত্মাও যেন সিজনৰ লগত মিলিবৰ বাবে ব্যাকুল হৈ পৰিছে। পৰমজনৰ লগত মিলনৰ এই যে আকুল প্ৰতীক্ষা, সেই প্ৰতীক্ষাক কবিয়ে জীৱন্ত ৰূপ দিছে প্ৰকৃতি জগতৰ পৰা লোৱা বিবিধ চিত্ৰত। 'প্ৰতীক্ষা' নামৰ কবিতাটিত অহৰহ নিজৰ কাষলৈ টানি থকা পৰমজনৰ কাৰণে বাট চাওঁতে চাওঁতে আমনি লগা কবিৰ হিয়াৰ আকুলতা প্ৰকাশ কৰিছে মাজত থকা পাৰাপাৰহীন সময়-সমুদ্ৰৰ থৌকি বাথৌ ঢৌৱে। কবিতাটিত কবিয়ে প্ৰকৃতিক নিজৰ দুখৰ সমভাগী ৰূপত দেখা পাইছে। সেয়েহে কবিয়ে 'ওৰে নিশা ওজাগৰে' থাকি 'তৰাৰ মুখত দুচকুৰ ব্যাকুলতা' থাপি হিয়াৰ অজান বতৰা পৰমজনৰ কাষলৈ ভটুৱাই দিছে। মন কৰিব

লগীয়া যে ৰহস্যবাদী কবিতাবোৰত কবি নলিনীবালা দেৱীয়ে ভাৰতীয় দৰ্শনৰ আদৰ্শ অনুসৰি আত্মাক পখীৰ লগত তুলনা কৰিছে। শৰীৰ পিঞ্জৰাত আৱদ্ধ এই আত্মৰূপী পখী মাজে মাজে পিঞ্জৰা ভাঙি উৰি যাব খোজে 'নজনা জনৰ বিচাৰি চিন।' এনে এটি আধ্যাত্মিক ভাব ফুটাই তোলা হৈছে 'অজান বাতৰি' নামৰ এটি কবিতাত। কবিতাটিৰ আগডোখৰত কবিয়ে সন্ধিয়াৰ এখনি মনোমোহা ছবি অংকন কৰিছে। সন্ধিয়াৰ এন্ধাৰে যেতিয়া পৃথিবীৰ পোহৰ ঢাকি ধৰিলেহি তেতিয়াই শাৰদী জোনাযে পূব আকাশত ভুমুকি মাৰিলেহি। নিশা অহাৰ বতৰা পাই তৰাই ও দীপাৱলী পাতিলেহি নীল আকাশত। ইফালে দেউলত বাজি উঠিল মৃদঙ্গ। ধ্বনিত হ'ল আৰতিৰ সুললিত সুৰ। সেই সময়তে উতলা পবনে শেৱালি বনত 'প্ৰাণৰ নিসৃতি বীন'খনি বাই পৰমজনৰ মহা আকৰ্ষণৰ সঙ্কেত দিলে। তেতিয়াই যেন দেহসজাৰপৰা আত্মাৰূপী পখীটি ওলাই যাব খোজে সেই অজ্ঞেয়জনৰ লগত মিলিবলৈ।

নলিনীবালা দেৱীৰ আধ্যাত্মিক কবিতাবোৰৰ ভিতৰত সন্ধিয়াৰ সুৰৰ অন্তৰ্গত 'পৰমতৃষ্ণা কবিতাটি নিঃসন্দেহে এটি শ্ৰেষ্ঠ কবিতা। জন্মান্তৰবাদত বিশ্বাসী কবিয়ে এই কবিতাটোত ক'ব খুজিছে যে মানুহ কৰ্মৰ অধীন। অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ বাৰে বাৰে পৃথিবীলৈ অহা মানুহে জন্মান্তৰৰ হাত সাৰিব নোৱাৰে। 'বিশ্বগ্ৰাসী অতৃপ্তিৰ ক্ষুধা'ই বাৰে বাৰে মানুহক জন্ম ল'বলৈ বাধ্য কৰায়। এনে উচ্চ আধ্যাত্মিক ভাবাপন্ন কবিতাৰ মাজতো কবিয়ে প্ৰকৃতিৰ মোহনীয় ছবি অংকন কৰিছে। এই কবিতাটিত কবিয়ে এহাতেদি প্ৰকৃতিৰ প্ৰতিটো বস্তুত ভগবানৰ অস্তিত্ব অনুভৱ কৰাৰ আৰু আনহাতেদি প্ৰকৃতিৰ বিভিন্ন দৃশ্যই কবিক অতীত জন্মৰ কথা সোঁৱৰাই দিয়াৰ কথা প্ৰকাশ কৰিছে। কবিৰ ভাষাত,

**"পুৱতি নিয়ৰ সনা চেঁচা বাও চাটি মাৰি**
**বৈ যায় কপাল তিয়াই**
**স্বৰগৰ বাতৰি বিলাই।"**

***(পৰমতৃষ্ণা)***

কেতিয়াবা আকৌ প্ৰকৃতিয়ে কবিক অতীতৰ কথা মনত পেলাই দিয়ে এইদৰে :

**"শুনি বিহগীৰ গীতি**
**শুৱলা মাতৰ**
**ভাঁহি উঠে স্মৃতি যেন**

**কোন অতীতৰ**
**গাই যোৱা অতীততে**
**কুলি কেতেকীৰ সতে**
**পাহৰা সুৰৰ কত গীত প্ৰভাতৰ**
**সনা আছে শত স্মৃতি**
**যুগান্তৰ প্ৰকৃতি ৰূপত**
**জোনাক জেউতি ঢলা**
**সুশীতল সান্ধ্য পৱনত।"**

***(পৰম তৃষ্ণা)***

এই প্ৰকৃতিৰ লগত কবিৰ সম্পৰ্ক এদিনৰ নহয়। এই সম্পৰ্ক যেন যুগ যুগান্তৰৰ। তেওৰ প্ৰাণৰ কঁপনি বন্ধা থাকে প্ৰকৃতিৰ সতে :

**"মোৰো এই প্ৰাণৰ কঁপনি বন্ধা প্ৰকৃতিৰ সতে**
**বাজিছে আৱহকাল বিবিধ সুৰত**
**প্ৰকৃতিৰ মধু পৰশত।**

***(বিশ্বসুৰ)***

কেতিয়াবা কবিয়ে শুনিবলৈ পায় "প্ৰকৃতিৰ বুকুত বাজে সপ্ত সুৰ বিবিধ ছন্দত/ ঋষাদ নিষাদ গান্ধাৰত/পঞ্চমত তোলে কম্পন।" প্ৰকৃতিৰ এই সুৰ, এই ৰাগ যেন কবিৰ প্ৰাণৰো প্ৰাণৰ। কাৰণ কবি নলিনীবালা দেৱী জীৱনৰ আৱহ সঙ্গীতৰ গীতিকাৰ—যাৰ গীতৰ পাৰাপাৰাহীন সুৰে প্ৰকৃতি জগততো স্পন্দন তোলে।

মাজে মাজে ৰহস্যবাদী কবি নলিনীবালা দেৱী প্ৰকৃতিৰ বিচিত্ৰ ৰূপত মুগ্ধ হৈ পৰে। তেতিয়া তেওঁৰ বিমুগ্ধ প্ৰাণে প্ৰকৃতিৰ লগত একাত্মতা অনুভৱ কৰে। বুটলি ফুৰে তেওঁৰ 'দুটি পিয়াসী নয়নে'

**"প্ৰকৃতিৰ সৌন্দৰ্য ওপচা ৰূপ**
**মোহনীয় বিচিত্ৰ ভঙ্গীত"**

**কবি যেন অনাদি সঙ্গীত হৈ চিৰকাল বৈ থাকে প্ৰকৃতিৰ বোঁৱতী সুঁতিত। অকল সেয়ে নহয়, তেওঁ বনে উপবনে ফুলৰ সুৰভি সতে শ্যামলী সেউজী হৈ এই ধৰণীত মিলি আছে। প্ৰকৃতিৰ বিভিন্ন ৰূপত নিজক বিচাৰি পোৱা কবি গৰাকীৰ আধ্যাত্মিক চিন্তা খাপে খাপে উধাই গৈ থাকে আৰু শেষত নিজকেই বিশ্বৰ সৌন্দৰ্য বুলি অনুভৱ কৰে**

এইদৰে ঃ

**"বিশ্বৰ সৌন্দৰ্য মই সুন্দৰৰ সুৰকাৰ**
**মোৰ সত্তা বিশ্বৰিয়পা।"**

নলিনীবালা দেৱীৰ দেশপ্ৰেমমূলক কবিতাৰ মাজতো প্ৰকৃতিৰ স্থান মন কৰিব লগীয়া। কবি গৰাকীৰ শ্ৰেষ্ঠ দেশপ্ৰেমমূলক কবিতা হৈছে 'জন্মভূমি'। মৰাৰ পিছতো বাৰে বাৰে আহি জন্মভূমিৰ শীতল কোলাত জন্ম ল'বলৈ হাবিয়াস্ কৰা কবি নলিনীবালা দেবীয়ে আশা কৰিছে যে তেওঁ মানুহ হৈ জন্ম ল'ব নোৱাৰিলেও পখী, তৰা, ফুল, বতাহ, নদী, সোনোৱালী মেঘ আদি প্ৰকৃতিৰ বিভিন্ন ৰূপত পৃথিবীলৈ আহি জন্মভূমিৰ জেউতি চ'ৰাব। কবিৰ ভাষাত :

**"হিমালয় পৰ্বতৰ**
**শুকুলা টিঙত গৈ**
**ফুলি ৰ'ম মানসী বিলত,**
**মলয়াৰ চৌৱৰত**
**পাৰিজাত ৰেণু সানি**
**ঢুলাম তোমাৰ চৰণত।**
**নদী হৈ পখালিম**
**দুখানি চৰণ নিতে**
**মাটি হৈ মিলিম বুকুত,**
**সোনোৱালী মেঘ হৈ**
**ৰঙা হাঁহি বিৰিঙাম**
**শেঁতা পৰা দুখনি ওঁঠত।"**

অতি মৰমৰ মোৰ এইখনি দেশ, এইখনি শংকৰৰ দেশ, নীলাচল আদি দেশপ্ৰেমমূলক কবিতাতো প্ৰকৃতিয়ে কেতিয়াবা যথাযথ ৰূপত আৰু কেতিয়াবা বিভিন্ন ভাব প্ৰকাশৰ সহায়ক ৰূপে আত্মপ্ৰকাশ কৰিছে। 'নীলাচল' কবিতাত 'ভাৰত গৌৰৱ তীৰ্থ' কামাখ্যাৰ মাহাত্ম্য বৰ্ণনা কৰিবলৈ গৈ কবিয়ে নীলাচল পাহাৰৰ অতুলনীয় প্ৰাকৃতিক সৌন্দৰ্য যথাযথ ৰূপত দাঙি ধৰিছে এইদৰে ঃ

**"পূবালি সুকযে সোনালী বহন সানি**
**সেউজত ৰূপহ চৰায়**

**কুঁৱলীৰ আঁৰে আঁৰে মুকুতাৰ মালা আঁৰি**
**পৰ্বতত বৰ্ণালীৰ সোণ চতিয়াই।"**

এইখনি শঙ্কৰৰ দেশ' কবিতাতো সূৰ্য উঠা দেশ অসমৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বৰ্ণনা কবিয়ে এইদৰে দাঙি ধৰিছে ঃ

**"পূবেৰুণে ৰঙা চন্দনেৰে ৰং সানি**
**ৰঙাই চৰণ সুশোভন**
**সন্ধিয়াৰ তেজৰঙা বিদায়ী অৰুণে**
**হেজাৰ শিখাৰে সাজে সোনালী তোৰণ।"**

কবি নলিনীবালা দেৱীৰ প্ৰকৃতি-প্ৰীতিৰ সুন্দৰ পৰিচয় দিয়ে পুৱা, সন্ধিয়া, এন্ধাৰ, জোনাকী, পূৰ্ণিমা, ফাগুন, কেতেকী, অচিন পখী, এপাহি ফুল, মুকুল আদি প্ৰকৃতি-বিষয়ক কবিতাই। প্ৰত্যক্ষ অভিজ্ঞতা আৰু নিবিড় পৰ্যবেক্ষণ শক্তিৰে তেওঁ এইবোৰ কবিতাত প্ৰাকৃতিক বৰ্ণনাক শিল্পৰ স্তৰলৈ লৈ গৈ সিবোৰত এক অপাৰ্থিৱ সৌন্দৰ্য দান কৰিছে। এই কবিতা বোৰত প্ৰকৃতি কেৱল নিৰ্জীৱ প্ৰকৃতি হৈ থকা নাই; ই সজীৱ-সপ্ৰাণ ৰূপ লৈ মানুহৰ সুখ-দুখৰ সমভাগী হৈ পৰিছে। এনেবোৰ কবিতাত কবিয়ে প্ৰকৃতিক কেতিয়াবা আধ্যাত্মিক ভাব প্ৰকাশৰ বা ব্যক্তিগত দুখ-সুখ, হাঁহি-কান্দোন আদি প্ৰকাশৰ পটভূমি বা উপমা হিচাপে ব্যৱহাৰ কৰিছে। উদাহৰণ স্বৰূপে 'পুৱা' কবিতাটোলৈ আঙুলিয়াব পাৰি। পুৱাৰ হেঙুলি কিৰণ কুলি-কেতেকীৰ গীত, চন্দন সুবাস আদিত ভগবানৰ অস্তিত্ব দেখা পোৱা এই কবিতাটো আচলতে এটা আধ্যাত্মিক কবিতা। কিন্তু সেই আধ্যাত্মিক ভাব প্ৰকাশ কৰিবলৈ কবিয়ে পটভূমি হিচাপে লৈছে পবিত্ৰ 'পুৱা'টোক, যি পুৱাত সোনালী ৰথত আহি অৰুণে নিশাৰ আন্ধাৰ আঁতৰাই নিদ্ৰামগ্ন বিশ্ববাসীক জগাই দিয়েহি, যি পুৱাত কুলি-কেতেকীয়ে শুৱলা সঙ্গীত গাই নেদেখাজনৰ আৰতি কৰে, যি পুৱাত পদুলিৰ বকুল জোপাত বাজি উঠে বাঁহীৰ আকুল সুৰ। সেই বাঁহীৰ সুৰত সাৰ পাই কবি নলিনীবালা দেৱীয়ে অনুভৱ কৰিলে তেওঁৰ দেহত চন্দনৰ আমোল-মোলোৱা সুবাস। কবিৰ মতে সেই সুবাস আন একো নহয়; সেয়া যেন পৰম সুন্দৰ আৰু সুৰভিত জনৰ সুগন্ধি পৰশ :

**"তুমি নাই, আছে**
**তোমাৰ পৰশ**
**চন্দন অগৰুৰ।"**

'পূৰ্ণিমা' নামৰ আন এটি কবিতাত কবিয়ে বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে 'গোলাপ' আৰু 'নৱমল্লিকা'ক সোধাৰ দৰে পূৰ্ণিমাক এগৰাকী ৰূপহী ৰূপত কল্পনা কৰি প্ৰশ্ন সুধিছে "কোন সৰ ।ৰ তুমি সৌন্দৰ্যৰ ৰাণী/শাৰদৰ পূৰ্ণিমা সুন্দৰী' বুলি। তাৰ পিছত পূৰ্ণিমা নিশাৰ গৌৰৱ আৰু মহত্ব বন্দনা কৰিছে এইদৰে :

**"বিৰিখে লতাই সানি ৰূপালী ৰহণ**
**আকাশত নাচিছে তৰাই,**
**পাতিছা মোহন মেলা তুমি ধৰণীত**
**উছৱৰ মুকলী বজাই।"**

ক্ষন্তেক পিছতে পূৰ্ণিমাই এগৰাকী দৰদী সুহৃদ ৰূপে কবিৰ মানস চকুত ধৰা দিলেহি ঃ

**"তুমি মোৰ দীঘলীয়া এন্ধাৰ নিশাৰ**
**মৌ সনা জোনাকী লগৰী**
**তোমাৰ মোহন ৰূপ দেখিলে সাদৰী**
**যাওঁ যেন নিজকে পাহৰি।"**

ৰোমাণ্টিক কবিতাত প্ৰকৃতি কেৱল নীৰৱ দৰ্শক হৈয়ে নাথাকে, সহানুভূতিশীল সুহৃদ ৰূপে কবিৰ কল্পনাত ধৰা দিয়েহি। সেয়েহে পাৰ্থিৱ শোক তাপেৰে তাপিত কবি নলিনীবালা দেৱীকো প্ৰকৃতিয়ে পূৰ্ণিমাৰ ৰূপত আহি আজলি তৰাই জোনাক ঢালি 'শৰীৰ জুৰাই' দিছেহি। প্ৰকৃতিৰ এক সম্মোহনি শক্তি আছে। সেই শক্তিৰ বলত প্ৰকৃতিয়ে "evokes the memory, not only of bygone days, but at times, of past lives as well." সেয়েহে আমাৰ কবিকো পূৰ্ণিমা নিশাই ল'ৰালিৰ স্মৃতি সোঁৱৰাই দিয়েহি এইদৰে ঃ

**"ল'ৰালিৰ যৌৱনৰ চিৰলগৰীয়া**
**কত খেলা খেলিলোঁ নিৰলে,**
**প্ৰাণৰ বাতৰি কত স্মৃতিৰ লালিমা**
**জানা মাথো তুমিয়ে অকলে।"**

লগে লগে কবিয়ে অনুভৱ কৰিলে মানুহৰ জীৱনৰ ক্ষণভঙ্গুৰতা আৰু প্ৰকৃতিৰ চিৰন্তনতা। পূৰ্ণিমাও প্ৰকৃতিৰ চিৰন্তন ৰূপ, যি সাক্ষী দিয়ে জন্ম-মৃত্যু ৰূপান্তৰৰ ঃ

**"স্বৰ্গৰ উৰ্বশী তুমি অনন্ত যৌৱনা**

**আছা সেই একেই ৰূপত,**

**কত ৰূপান্তৰ হ'ল তোমাৰ আগত**

**জন্ম-মৃত্যু অলেখ অযুত।"**

ঘোপ মৰা আন্ধাৰক লৈয়ো কবিয়ে কবিতা ৰচিছিল। পূর্ণিমাৰ দৰে কবিয়ে আন্ধাৰকো ভাল পাইছিল তাৰ মাজত নিজৰ এন্ধাৰ অর্থাৎ বিষাদ ভৰা জীৱনৰ সাদৃশ্য দেখি। সেয়েহে বিশ্ব কবি ৰবীন্দ্রনাথ ঠাকুৰে দাৰিদ্রক শিৰৰ মুকুট হৈ থাকিবলৈ আহ্বান কৰাৰ দৰে নলিনীবালা দেৱীয়েও আন্ধাৰক আমন্ত্রণ জনাইছে এইদৰে ঃ

**"এন্ধাৰ এন্ধাৰ মোক**

**ঢাকাহি নিবিড় ভাবে**

**ঢাকি ধৰা তোমাৰ আঁৰত।"** ***(এন্ধাৰ)***

কিয়নো পার্থিৱ দুখ-যন্ত্রণাত কাতৰ হৈ পৰা কবিয়ে শেষত সেই যন্ত্রণা অর্থাৎ এন্ধাৰতে 'অমৃত সৰগ সুধা' বিচাৰি পাইছিল। সেয়েহে কবিয়ে আঁউসীক অনুৰোধ জনাইছে এইদৰে ঃ

**"শুৱনি আঁউসী মোক**

**পাতি দিয়া কোলা খনি**

**জীৱনৰ শান্তিৰ জুৰণি।"**

নলিনীবালা দেৱীয়ে চৰাই লৈয়ো কেইটিমান সুন্দৰ কবিতা ৰচনা কৰিছে। তাৰ ভিতৰত অচিন পখী, কেতেকী বিশেষভাবে মন কৰিব লগীয়া। এই কবিতাবোৰত বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কেতেকী, দহিকতৰা আদি চৰাই বিষয়ক কবিতাবোৰৰ প্রভাৱ দেখা যায়। কবি চৌধাৰীৰ দৰে নলিনীবালা দেৱীয়েও শুৱলা সঙ্গীত গাই অনাইবনাই ঘূৰি ফুৰা কেতেকীক স্বর্গৰ দেৱদূত বুলি ভাবিছে। পুৱা, সন্ধিয়া আৰু দুপৰ নিশা কৰুণ ৰাগিনী তোলা এই কেতেকীৰ বুকুত যে কিহৰ পিয়াহ, কবিয়ে ধৰিব নোৱাৰে, সুৰতনো কিহৰ বিননি আছে তাকো বুজি নাপায়। যুগে যুগে তাই কাক বিচাৰি ফুৰিছে, সেই বিচৰাজনক তাই পাবনে নেপায় তাকো কবিয়ে নাজানে। তথাপি কবিয়ে ভাবিছে :

**"যদি গাৱ তই গা চিৰকাল**

**যায় যদি যাক ইকাল সিকাল**

***নিদিওঁ নিদিওঁ হাক।"*** ***(কেতেকী)***

'অচিন পখী' কবিতাটোতো করুণ সুৰত স্বৰ্গীয় মাধুৰীসনা মাতেৰে সদায় পুৱতি নিশাতে কবিক আহি জগাই দিয়া অচিনাকি চৰাইটোক কবিয়ে অমৃত বতৰা অনা স্বৰ্গৰ দেৱদূত বুলি ভাবিছে আৰু চৰাইৰ মুকলিমুৰীয়া জীৱনৰ বিপৰীতে কবি যে সদায় বান্ধোনত বন্দী সেই লৈ আক্ষেপ কৰিছে এইদৰে :

**"দূৰ দিগন্তত তই**
**যাবি মিল হৈ**
**মই মাথো বন্দী বান্ধোনত।"**

ফুলক লৈয়ো কবিয়ে কেইটিমান সুন্দৰ কবিতা ৰচনা কৰিছে। 'এপাহি ফুল' এনে এটি সুন্দৰ কবিতা। কবিতাটিত বসন্তৰ বা পাই ফুলি উঠা ফুলৰ জীৱন-ৰহস্য প্ৰকাশ কৰা হৈছে। প্ৰথমে কলি হৈ ভুমুকি মৰা ফুলপাহত যেন বেলিয়ে প্ৰাণ দিলে। প্ৰাণ পাই ফুলে তেওঁৰ বুকুৰ কাঙুলী-পোহাৰ মেলি ধৰিলে। সুৰভিত হ'ল চৌদিশ। এগৰাকী উদ্‌বিগ্ন নৱ যৌৱনাৰ দৰে যৌৱনৰ ষোড়শোপচাৰেৰে ফুলপাহে ভৰাই তুলিলে 'জীৱন-পাত্ৰ'। শেষত দেৱতাৰ চৰণ স্পৰ্শ কৰি ফুলে তেওঁৰ জীৱনৰ সপোন পূৰ্ণ কৰিলে। কবিতাটোৰ শেষত কবিয়ে ফুলৰ দৰে মানৱ জীৱনো 'সত্যময় আদৰ্শ ব্ৰত'ৰে পূৰ্ণ হওক বুলি আশা কৰিছে।

প্ৰকৃতিয়ে ঋতুৱে ঋতুৱে ৰূপ সলায়। প্ৰকৃতিৰ ৰহস্যময় ৰূপে আলসুৱা কবি প্ৰাণ উতলা কৰে। কবি মুগ্ধ হয়, বিস্মিত হয় সেই ৰূপ দেখি। গহীন জীৱনবোধ, গূঢ়, গহন অন্তৰ্দৃষ্টি আৰু সৌন্দৰ্যভাৱনাৰে প্ৰকৃতিৰ সেই সৌন্দৰ্য আৰু বিস্ময়ক ৰোমাণ্টিক কবি সকলে 'স্বৰ্ণ সূত্ৰেৰে গাঁথে আৰু সীমাৰ মাজত অসীমৰ প্ৰত্যক্ষ কৰে।' ৰোমাণ্টিক কবি নলিনীবালা দেৱীও বসন্তকাল অহাৰ লগে লগে অতুলনীয় ৰূপ শোভা লৈ বিস্ময় জগাই তোলা ফাগুনৰ সৌন্দৰ্যত মুগ্ধ হৈ পৰিছে। কবিৰ মতে ফাগুনৰ মাজত যেন সৃষ্টিৰ সকলো ৰহস্য প্ৰকাশ পাইছে। ৰূপহ কোঁৱৰ ৰূপত ধৰা দিয়া ফাগুনৰ 'সহচৰী' হ'ল ফুল, সমীৰ তেওঁৰ 'বাসন্তী সখী'। পাহি মেলি হালি-জালি নাচি থকা ফুলবোৰে ফাগুনক 'চেনেহৰ প্ৰেম আলিঙ্গন যাচে'। ভোমোৰাৰ গুঞ্জনত সৃষ্টিৰ মৌ বাকি ফাগুনে শুকান ধৰনীত জীৱন জগাই তোলে। প্ৰথম পুৰুষত লিখা এই গোটেই কবিতাটোত কবি নিজে ফাগুনৰ ৰূপত অৱতীৰ্ণ হৈ ফাগুনৰ সৌন্দৰ্য আৰু মহত্ত্ব এইদৰে প্ৰকাশ কৰিছে,

**"বলিয়া ফাগুন মই**

**ভাল পাওঁ জীৱনৰ গান**
**মোৰ সঁহাৰি পাই এন্ধাৰ আঁতৰি যায়**
**জোনবায়ে সখীপাতে শুনে মোৰ গান**
**ওজাগৰে ওৰে ৰাতি মোৰ সতে**
**ওমলে জোনাক।**
**মোৰ ৰূপ আয়োজন চোৱাঁ বন উপবন**
**ৰূপহ কোঁৱৰ মই সৃষ্টিৰ চেতন**
**ধৰণীৰ চিৰস্থায়ী অনন্ত যৌৱন**
**মোৰ নাম বলিয়া ফাগুন।" *(ফাগুন)***

এইদৰে জোনাকী, মুকুল, উপচাৰ, দীপশিখা, সন্ধিয়াৰ বন্তি, সন্ধিয়াৰ বিদায়, এটি দীঘলীয়া ৰাতি, বৰণ, অভিসাৰ আদি ভালেমান কবিতাত কবিয়ে প্ৰকৃতিৰ বিচিত্ৰ ৰূপ ফুটাই তুলিছে। এই কবিতাবোৰৰ অধিকাংশতে কবিয়ে প্ৰকৃতিৰ যথাযথ বৰ্ণনা দাঙি ধৰিছে। ইবোৰত কবি নলিনীবালা দেৱীৰ প্ৰকৃতি-প্ৰীতিৰ যথাৰ্থ প্ৰকাশ ঘটিছে। ৱৰ্ডচৱৰ্থে কোৱা 'Nature never betrays the heart that loves her' কথাযাৰৰ যথাৰ্থতা নলিনীবালা দেৱীৰ ক্ষেত্ৰতো অনুভৱ কৰিব পাৰি। প্ৰকৃতিক হিয়া উবুৰিযাই ভাল পোৱা কবিকো যেন প্ৰকৃতিয়ে বুকুৰ কাচঁলি আঁতৰাই সমস্ত সৌন্দৰ্য-সম্ভাৰ উদঙাই দেখুৱাইছে। অৱশ্যে এই কথা ঠিক যে নলিনীবালা দেৱীয়ে প্ৰকৃতি বিষয়ক কবিতাবোৰত প্ৰকৃতিৰ শান্ত কোমল সমাহিত ৰূপহে ফুটাই তুলিছে। প্ৰকৃতিক কবিয়ে অতুল সৌন্দৰ্যৰ আকৰ হিচাপে দেখাৰ উপৰি ব্যক্তিগত দুখ-বেদনাৰ সমভাগী হোৱা এগৰাকী সমব্যথীৰ ৰূপতো দেখা পাইছে। পাৰ্থিৱ জ্বালা-যন্ত্ৰণাত জৰ্জৰিত কবিয়ে ভগবানৰ ওচৰত আত্মসমৰ্পণ কৰি শান্তি পোৱাৰ দৰে প্ৰকৃতিৰ বুকুতো শান্তি বিচাৰি পাইছে। কেতিয়াবা প্ৰকৃতিয়ে পাহৰা দিনৰ স্মৃতি জগাই তুলি কবিক আপ্লুত কৰিছে আৰু কেতিয়াবা ৰহস্যবাদী কবি গৰাকীক পৰম সুন্দৰজনৰ সঁহাৰি দি কৃতাৰ্থ কৰিছে। অৱশ্যে এটা কথা ঠিক যে আন বিষয়ৰ কবিতাৰ দৰে নলিনীবালা দেৱীৰ আটাইবোৰ প্ৰকৃতি-বিষয়ক কবিতাই শ্ৰেষ্ঠত্ব দাবী কৰিব নোৱাৰে। দুই-এটা কবিতা শিল্পৰ স্তৰলৈ উন্নীত হোৱাই নাই বুলিব পাৰি। তথাপি আমি নিঃসন্দেহে ক'ব পাৰোঁ যে নলিনীবালা দেৱীৰ ৰহস্যবাদ আৰু দেশপ্ৰেমমূলক কবিতাৰ দীঘ-বাণিত প্ৰকৃতিয়ে আঁচুফুল হৈ তেওঁৰ কবিতাৰ শোভা বৰ্দ্ধন কৰিছে।

# নলিনীবালা দেৱীৰ অসম সাহিত্য সভাৰ অভিভাষণ

## স্বৰ্ণ বৰা

১৯৫৪ চনত যোৰহাটত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশনৰ সভানেত্ৰী আছিল আমাৰ চিৰ নমস্য কবি নলিনীবালা দেৱী। অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা তেৱেঁই আছিল প্ৰথম মহিলা। কবি নলিনীবালা দেৱীয়ে স্বকীয় কবি প্ৰতিভাৰে, মানৱ সেৱা, স্বদেশ সেৱাত একনিষ্ঠ ভাবে আত্ম নিয়োগ কৰি নিজ যোগ্যতাৰে সেই সম্মান আৰ্জি লৈছিল আৰু জীৱনৰ শেষ দিনলৈকে সেই আসনৰ সম্মান, মৰ্য্যদা আৰু জেউতি চৰাই ৰাখিবলৈ সক্ষম হৈছিল।

আজিকালৰ নিচিনাকৈ সেই সময়ত ভোট গ্ৰহণৰ ব্যৱস্থা নাছিল। সকলোৱে আলোচনা বিলোচনা কৰি বুজাবুজিৰ মাজেদি সভাপতিৰ নিৰ্ব্বাচন পৰ্ব্ব সমাপ্ত কৰিছিল। ব্যক্তি গৰাকীৰ জীৱনৰ কৰ্ম্মৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছিল। সকলোৱে আশা কৰিছিল এখন শক্তিশালী কাৰ্য্যপালিকা হওক যাতে অসমৰ জটিল পৰিস্থিতিত অসম সাহিত্যসভাই দৃঢ়মত পোষণ কৰিব পাৰে। সেয়েহে সেই সময়ত সভানেত্ৰী নলিনীবালা দেৱী; প্ৰধান সম্পাদক অধ্যাপক অতুলচন্দ্ৰ হাজৰীকা, সহসম্পাদক শ্ৰী যতীন্দ্ৰ নাথ গোস্বামী, কোষাধ্যক্ষ ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা, সহঃ সম্পাদক শ্ৰী কৰুণাধৰ বৰুৱা, সৰ্ব্বশ্ৰী ৰত্নকান্ত বৰকাকতী, হেমবৰুৱা, মিত্ৰদেৱ মহন্ত, আনন্দচন্দ্ৰ বৰুৱা, মহেশ্বৰ নেওগ, ৰজনীকান্ত দেৱশৰ্ম্মা, পৰাগধৰ চলিহা, অশ্বিনী চৌধুৰী, শিৱপ্ৰসাদ বৰুৱা, চৈয়দ আব্দুল মালিক, ভৱানন্দ ৰাজখোৱা, প্ৰফুল্ল গোস্বামী, ৰামচন্দ্ৰ দাস, বিশ্বনাথ ৰাজবংশী, দেবেন্দ্ৰ নাথ দাস আদি বৰেণ্য সদস্য সকলকলৈ যি শক্তিশালী কাৰ্য্যনিৰ্ব্বাহক গঠন কৰা হৈছিল সেইয়া আমাৰ বাবে গৌৰৱৰ বিষয় আছিল। এখেত সকলৰ দৃঢ়তাৰ ফলত অসম সাহিত্য সভাই গঠনমূলক কামত সঠিক আৰু বলিষ্ঠ নেতৃত্বদি সকলোকে উৎসাহিত কৰি আগবাঢ়ি যোৱাত অণুপ্ৰেৰণা যোগাইছিল। মন কৰিব লগীয়া কথা যে মহামান্য কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেৱক অসম সাহিত্য সভাই সভাপতিৰ সম্মানীয় মুকুত পিন্ধাবলৈ সুযোগ সুবিধা নাপালেও তেখেতৰ সুযোগ্য কন্যা

নলিনীবালা দেবীক সেই স্বৰ্ণমুকুট পিন্ধাই নিশ্চয় ধন্য হৈছিল। কিয়নো নলিনীবালা দেবীৰ শিৰা উপশিৰাই প্ৰবাহিত হৈ আছিল পিতৃকৰ্ম্মবীৰৰ প্ৰেৰণা, সততা, নিষ্ঠা আৰু দেশপ্ৰেমৰ অগ্নিস্ফুলিঙ্গ।

অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিবেশন, যোৰহাট, সভানেত্ৰীৰ অভিভাষণ পাঠ কৰিবলৈ গৈ তেখেতে গাইছিল শ্ৰীমদ্ভাগৱতৰ চাৰিটি শ্লোক আৰু কৈছিল যে আজি তেখেতৰ জীৱনৰ পৰম গৌৰৱময় মহেন্দ্ৰ লগ্ন; অসমী আইৰ চিৰ গৌৰৱী মহতী সাহিত্য সভাৰ এই খনি আসন, এই মহা-মহিমামণ্ডিত আসন খনিক অসমৰ বহু গুণীজ্ঞানী সকলে অলংকৃত কৰি গৈছে। এই সন্মানিত পবিত্ৰ আসনত আজি তেখেতৰ দৰে অযোগ্যা নাৰীক পৌৰোহিত্য কৰিবলৈ দি অকিঞ্চনৰ জীৱন ধন্য কৰিলে। এই স্নেহৰ আদেশ শিৰোধাৰ্য্য কৰি তেখেতে এই মহতী সভাৰ সভানেত্ৰীৰ আসন গ্ৰহণ কৰিছে।

সেইখিনি সময়ত অসমৰ পৰিস্থিতি অতি ভয়াবহ আছিল। অসমৰ অঙ্গছেদৰ পৰিকল্পনা চলিছিল। অসমৰ গোৱালপাৰা জিলা বঙ্গৰ লগত চামিল কৰিব লাগে বুলি সেই সময়ত বঙ্গ কংগ্ৰেছে প্ৰস্তাৱ গ্ৰহণ কৰিছিল। তাৰ তীব্ৰ প্ৰতিবাদ সাহিত্য সভাই কৰিবই লাগিব বুলি সভানেত্ৰীৰ আসনৰ পৰা নলিনীবালাই তেজস্বী বক্তৃতাত কৈছিল কিয়নো অসমৰ এক জাতীয় অনুষ্ঠান হিচাবে সাহিত্য সভাৰ দায়িত্ব আছিল অতি গুৰুত্বপূৰ্ণ।

অধিবেশনৰ দ্বিতীয় দিনা শোক প্ৰস্তাবকে ধৰি কেইবাটাও প্ৰস্তাৱ গৃহীত হয়। তাৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ প্ৰস্তাৱটো আছিল—"পশ্চিমবংঙ্গ কংগেছ কমিটিয়ে ৰাজ্য পূৰ্ণৰ গঠন আয়োগৰ আগত দাখিল কৰা স্মাৰকপত্ৰত অসম আৰু অসমীয়া জাতি সম্পৰ্কে হীন আৰু অপমান সূচক মন্তব্য প্ৰকাশ কৰি অসমীয়া জাতিৰ আত্ম সন্মানত দাৰুণ আঘাত দিয়াৰ বাবে এই সভাই পশ্চিমবঙ্গ কংগ্ৰেছক গৰিহণা দিয়ে আৰু এনে অবাঞ্ছনীয় কাৰ্য্যৰ তীব্ৰ প্ৰতিবাদ জনায়। বিশেষকৈ তলত লিখা কথাখিনি সেই প্ৰতিবেদনৰ পৰা অবিলম্বে প্ৰত্যাহাৰ কৰিবলৈ নিৰ্দেশ দিবৰ বাবে ভাৰত চৰকাৰক আৰু ৰাজ্য পুনৰ্গঠন আয়োগক আজিৰ সন্মিলনে অনুৰোধ জনায় আৰু এই সম্পৰ্কে কেন্দ্ৰীয় চৰকাৰ, ৰাজ্য চৰকাৰ আৰু সংশ্লিষ্ট সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। প্ৰত্যাহাৰ কৰিব লগীয়া বিশেষ আপত্তিজনক কথাখিনি হ'ল—Assamese have no real patriotism. They have already betrayed the cause of the Indian

unity and integrity by allowing sylhet, a Bengali speaking area to go easily to Pakistan. The motive behind there is nothing but to increase percentage of Assamese in Assam. Assam is therefore not eager to maintain the present frontiers of India. So she can not be relied upon so as to prove equal to task of maintaining strategically important frontiers.

উল্লেখযোগ্য যে এই প্ৰস্তাৱটো দাঙি ধৰিছিল শৈলেন্দ্ৰনাথ ফুকনে আৰু সমৰ্থন কৰিছিল নলিনীবালা দেৱীয়ে উদ্দীপনাময় ভাষণেৰে। সভানেত্ৰীৰ এই ভাষণে সমজুৱা সকলক বিশেষ ভাবে উত্তেজিত কৰি তুলিছিল। কবি নলিনীবালা দেবীয়ে মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল যে সাহিত্যৰ অমোঘ মন্ত্ৰেৰে দেশত শক্তিশালী জাতি গঢ়ি তুলিব পাৰি। জাতি শক্তিশালী নহলে সাহিত্য সাধনা অসম্ভৱ। সেয়েহে তেখেতে সকলো দিশ সামৰি সাহিত্য সংস্কৃতি ভাষা, বুৰঞ্জীৰ তথ্যবোৰ লিখনিৰ মাজেদি প্ৰকাশ কৰিছিল। তেখেতে নিশ্চয়কৈ জানিছিল যে সাহিত্য হল এটা জাতিৰ আচল চিনাকি আৰু সাহিত্যই হল জাতিসত্ত্বাৰ প্ৰকৃত জীৱন। সাহিত্যৰ অবিহনে কোনো জাতিয়েই নিজৰ অস্তিত্ব জীয়াই ৰাখিব নোৱাৰে। সেয়েহে হয়তো তেখেতে সাহিত্য সাধনা জীৱনৰ পবিত্ৰ স্থান যজ্ঞ বুলি ভাবিছিল, কিয়নো দ্বিধাহীন জ্ঞানৰ উদাৰ বেদীত সত্যৰ আলোকে স্থিতি লাভ কৰিব পাৰে। সভানেত্ৰীৰ ভাষণত তেখেতে কৈছিল—"সাহিত্যৰ পোহৰেই জনসমাজক অজ্ঞানতাৰ এন্ধাৰৰ পৰা জ্ঞানময় আলোক ৰাজ্যৰ সন্ধান দিবলৈ সমৰ্থ হয়।"

এইখিনিতে এটা কথা উনুকিয়াব পাৰি যে গভীৰ অধ্যয়নশীলতা আৰু ঐকান্তিক ধৈৰ্য্যৰ বলতহে চিন্তাশীল সাহিত্যৰ জন্ম হয়। সেই ক্ষেত্ৰত কৃপণালী বা অলসতাৰ যে কোনো স্থান নাই সেই কথা কবি নলিনীবালা দেৱীয়ে প্ৰমাণ কৰি দেখুৱাইছিল। তেখেতৰ সভানেত্ৰীৰ অভিভাষণ লিখিবলৈ নোৱাৰ সময়ত সময় নিতান্তই তাকৰ আছিল। তাৰোপৰি তেখেতে হৃদৰোগত ভূগিছিল। নিজৰ অসুস্থতাকো নেওচি তেখেতে গুৰুদায়িত্ব গ্ৰহণ কৰিছিল—অসমীয়া জাতিৰ কাৰণে, ভাষাসাহিত্যৰ উন্নতিৰ কাৰণে, ঐক্য আৰু শান্তিৰ কাৰণে। সেয়েহে কৈছিল—যেন আহ্বান আহিছে "মোৰ দেশমাতৃৰ আহ্বান।" তেওঁৰ হিয়াত প্ৰতি পলে পলে বাজি থকা স্বদেশ প্ৰেমৰ এই আহ্বান। "ইমান মধুৰ ইমান শুৱলা ভাষা,....এয়ে মোৰ চিৰ চেনেহী অসমী

আইৰ অমিয়া ভাষা যুগমীয়া চিনাকি, স্বৰ্গতো অধিক মোৰ জন্মভূমিৰ গৌৰৱৰ সোণৰ কলচি।" কবি নলিনীবালা দেবীয়ে হিয়াত থকা স্বদেশ প্ৰেমৰ নিদৰ্শনতে ৰচনা কৰি থৈ গৈছে এটি প্ৰখ্যাত কবিতা—"তুমি অসমীয়া, তুমি যদি অসমীয়া।" তাতেই কবিয়ে কৈছে—

**অসমীৰ ক্ষীৰ পান কৰি**
**সমানে হৈছে বৰ**
**হিন্দু মুছলমান বড়ো**
**কছাৰী পাহাৰী**
**লুইত পাৰৰ যত অসম সন্তান**
**অমৰণ অভগন**
**এটি ৰক্তবীজ বিজয়ী যুগৰ॥**

দেশপ্ৰেমৰ অনুপ্ৰেৰণাতে তেখেতে হয়তো লেখিছিল—

**পৃথিবী মাজত মোৰ**
**নিৰুপমা জননীৰ দৰে**
**উদাৰ কোমল হিয়া**
**আৰু কতো পাবলৈ নাই।"**

সেয়েহে হয়তো কবিয়ে—"মৰিলে পুনৰ আহি দুখীয়া দেশত মোৰ লও যেন পুনৰ জনম" বুলি মনৰ আশা প্ৰকাশ কৰিছে। ভাষণত তেখেতে কৈছে "প্ৰকৃত সৌন্দৰ্য্য ৰস কামনা বিহীন স্বতঃস্ফুৰ্ত্ত, অনুভৱনীয়। "ৰসৌ বৈ সঃ" উপনিষদৰ বাণী মানৱচিত্তৰ এয়ে মহাৰস, আত্মাৰ আহাৰ। এয়ে অহৈতুকী প্ৰেমৰ স্বৰূপ। অচঞ্চল ধ্যানত সুন্দৰৰ আৰাধনা পৰিস্ফুট হৈ উঠে, ধীৰ স্থিৰ, প্ৰশান্ত প্ৰাণত এই ৰসে স্থিতি লাভ কৰে. দীপ্তিবান তপস্যাৰত সাধকেই পায় এই মহাৰসৰ আস্বাদ।"

চিন্তাশীল সাহিত্য হৈছে সাহিত্যৰ দৰ্শন। সাহিত্যৰ ভেটি টনকিয়াল কৰিবৰ হলে সাহিত্যত দৰ্শন স্থাপন কৰিব লাগিব। কিয়নো দৰ্শনহীন সাহিত্য প্ৰকৃত সাহিত্যৰ পৰ্য্যায়লৈ উঠিব নোৱাৰে। সেয়েহে হয়তো কবি নলিনীবালাদেৱীয়ে একাডেমি বঁটা লবলৈ যাওতে কৈছিল—"ভাৰতীয় দৰ্শনৰ মাজত মই বিছাৰি পাইছো সংঘাটে আবৰা মোৰ জীৱনৰ শান্তি পথ"।

সেয়েহে কব খোজো যে নলিনীবালা দেৱীৰ জীৱন কাব্য জীৱনলৈ উৎসৰ্গীত

জীৱন। ৰহস্যবাদী কবি হিচাবে খ্যাত নলিনীবালা দেবীয়ে তেখেতৰ ভাষণত লেখিছিল "শৰীৰ বিনাশী। তপস্যাময় ধ্যান তৰঙ্গ অবিনাশী"।

"মানুহৰ ধ্যানময় জাগ্রত শক্তিৰ তৰংগ যুগযুগান্তৰৰ মহাকাশত চিৰকাল ধ্বনিত হৈ আছে আৰু যুগযুগান্তৰ ধ্বনিত হৈ থাকিব।" ৰহস্যবাদী কবি সকলে জীৱনটোক বিৰহ আৰু মৃত্যুক মহামিলন ৰূপে গ্রহণ কৰে। তেখেতৰ কবিতাতো ইয়াৰ ব্যতিক্রম হোৱা নাই।

**চিতাগ্নি হোমাগ্নি হব**
**সমীৰণ মলয় চন্দন**
**সিদিনা সাৰ্থক হব**
**পূর্ণ অর্ঘ পূর্ণ ই জীৱন।**

নলিনীবালাই ভাষণত লেখিছে—"পৃথিবীয়ে অনুভৱ কৰিবলৈ ধৰিছে ভাৰতৰ শাশ্বত শক্তিৰ অনুপ্রেৰণা। বাস্তৱ ভোগ বিলাসী পৃথিবীৰ আজি অন্তৰ ক্ষুধা জাগ্রত হৈ উঠিছে"।

অপার্থিব তৃষ্ণাই যেতিয়া অন্তৰত দোলা দিয়ে তেতিয়া কবিয়ে পার্থিব জগতৰ সকলো বস্তুকে সুন্দৰ দেখা পায়। ৰূপৰ পূজাৰী keatsয়ে কৈছিল যে—সত্যই সুন্দৰ, সুন্দৰেই সত্য। বাটৰ দুবৰি বনেও যে স্বৰ্গৰ বতৰা কব পাৰে তাকো বেজবৰুৱা দেৱে কৈ গৈছে—

**বাটৰ দুবৰি বন গছকত পৰা**
**তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।**

বেজবৰুৱা দেৱে হয়তো সকলোতে সুন্দৰকেই দেখা পাইছিল। কাৰণ সৌন্দৰ্য্যৰ পৰশতে সকলো কল্পনা শক্তি জাগ্রত হয়। নলিনীবালা দেবীয়ে জীৱনজোৰা সংঘাটৰ মাজেদি শুনিবলৈ পাইছিল মানৱ জীৱনৰ মৰ্ম্মবাণী। মানৱ অবয়বৰ ঢাকনিৰ তলত আছে মানৱ জীৱনৰ আত্মাৰ এক পৰিপূর্ণ আকৃতি। যি নেকি শুনিবলৈ পাই বিশ্বজগতত ব্যাপি থকা প্রপীড়িত মানৱ জাতিৰ আত্মাৰ ক্রন্দন। এয়েই যেন আত্মাৰ প্ৰকাশ। সেয়ে হয়তো কবিয়ে তেখেতৰ ভাষণত কৈছে—"অকল কথাৰ মালাই কবিতা নহয়। কবিতা মানৱৰ মৌন হিয়াৰ বেথাবেদনাৰ অনুভূতিৰ মূর্ত্ত প্রকাশ।" আদি ৰস পূর্ণ কাব্য সাহিত্যত যিসকল সাহিত্যিকে শ্ৰেষ্ঠস্থান অধিকাৰ কৰি আহিছে সেইসকলৰ সাহিত্যত মানৱৰ সহজ সৰল জীৱনৰ মাজেদি অস্ফুট মৰ্ম্মবাণী ফুটি উঠিছে। "সুন্দৰ সাহিত্যই এনে এটি সুগভীৰ অৰ্ন্তদৃষ্টি ভংগীৰ প্ৰভাৱ বিস্তাৰ কৰি বিশ্বসাহিত্যত ৰূপ দিবলৈ সক্ষম

হয়।” নলিনীবালা দেৱী স্বভাৱতে সৌন্দৰ্য্য পিয়াসী। প্ৰকৃতিৰ বিভিন্ন পৰিবেশত সৃষ্টিৰ সচেতনতাত ব্যাকুল হৈ পৰি সৌন্দৰ্য্য সৃষ্টি কৰিবলৈ বিছাৰে। তেখেতে ভাষণত কৈছে—“সৌন্দৰ্য্য প্ৰয়াসী মানৱ আত্মা যেতিয়া সৃজনৰ অনুপ্ৰেৰণাত ব্যাকুল হৈ উঠে তেতিয়াই অন্তৰ্নিহিত শিল্পী মানৱজনে নিজৰ মধুৰ অনুভূতিৰ ৰূপ প্ৰকাশ কৰিবলৈ নানা পথ আবিষ্কাৰ কৰি পেলায়। নিজৰ অন্তৰৰ সুন্দৰ মানৱটিয়ে অন্তৰ সৌন্দৰ্য্যকে প্ৰকাশ কৰিবলৈ বিচাৰে ৰেখাৰ মাজেৰে, এয়ে শিল্পী প্ৰাণৰ স্বৰূপ”।

নৃত্য, কলা, বিজ্ঞান আদি বিষয়বোৰে এটা জাতিক উচ্চ আসন দিব পাৰে। সিয়ে হৈ পৰে এটা সংস্কৃতিবান জাতি। যি জাতিৰ সংস্কৃতি নাই সেই জাতি কেতিয়াও উন্নত জাতি হ'ব নোৱাৰে। অসমত শ্ৰীমন্তশঙ্কৰদেৱে শাস্ত্ৰীয় নৃত্য, গীতৰ প্ৰচলন কৰি থৈ গৈছে। কবিয়ে তেখেতৰ ভাষণত কৈছে—“একো একোটি জাতিৰ মজ্জাগত সংস্কৃতিৰ ছাপ ফুটি উঠে ললিত কলাৰ যোগেৰে। যুগ যুগান্তৰৰ পৰা বৈ অহা প্ৰতি মানৱৰ অৱবাহিকা ৰক্তসোঁতত লুকাই থকা সুপ্ত সংস্কৃতিৰ জীৱন্ত প্ৰকাশ প্ৰকাশিত হ'বলৈ বিচাৰে ললিত কলাৰ যোগেৰে।” কিন্তু দেশক সম্পূৰ্ণ যুগৰ উপযোগী কৰি তুলিবলৈ শিল্পী সকলৰ ঐকান্তিক সাধনা লাগিব, যি সাধনাই সৃষ্টি কৰিব পাৰিব মানৱৰ কল্যাণকামী চিত্ৰ। তেখেতে ভাষণত লেখিছে—“জন কল্যাণকামী প্ৰত্যেকজন সাহিত্য সেৱীৰ নিঃস্বাৰ্থ সেৱাই নতুন যুগৰ অসমক নতুন ৰূপত ৰূপায়িত কৰি তুলিব লাগিব।”

কিন্তু জাতীয় জীৱন সংকীৰ্ণতাৰ পৰা মুক্ত হ'ব লাগিব। কিয়নো জাতীয় জীৱন যদি সংকীৰ্ণ হয় তেতিয়া জাতীয় সাহিত্যও সংকীৰ্ণতাৰ পৰা মুক্ত হ'ব নোৱাৰে।

তেখেতে কৈছিল যে যি জাতি মুক্ত আৰু স্বাধীন সেই জাতিৰ সাহিত্যও মুক্ত আৰু স্বাধীন। পৰাধীন জাতিৰ সাহিত্য সততে ৰোগমুক্ত হোৱা দেখা নেযায় কাৰণ তাত ভয় আছে।

দেশৰ আকাশত সাহিত্যই হৈছে উজ্জ্বল নক্ষত্ৰ। সেই নক্ষত্ৰৰ উজ্জ্বল কিৰণস্বৰূপ যুগৰ সাহিত্যসেৱী সকলেই উদ্দীপ্ত লেখনীৰ যোগেদি এটা জাতিক উদ্বুদ্ধ কৰিব পাৰে, জগাই তুলিব পাৰে। একোটা উদ্বুদ্ধ লেখনিৰ ইংগিতত দেশ আৰু জাতিয়ে সংস্কৃতিৰ ৰূপ ধাৰণ কৰিব পাৰে, সুপ্ত একোটা জাতিয়ে কৰ্ম্মময় ৰূপ ধাৰণ কৰিব পাৰে। কবি গৰাকীয়ে কৈছিল যে—মাতৃ ভাষাসেৱী সাহিত্যিক সকলৰ প্ৰৱল প্ৰভাৱেৰে জাতিৰ জীৱনী শক্তি আকৌ জগাই তুলিবৰ হ'ল। বৰ্ত্তমান সময়ত অসমৰ জৰ্জৰিত অৱস্থা,

গুলি, বাৰুদ, ছাই ধোৱাৰে আৱৰা মুমূৰ্ষ অসমীয়া জাতিৰ প্ৰতি কবি নলিনীবালা দেৱীয়ে আকৌ এবাৰ যেন উদাত্ত কণ্ঠে চিঞৰি উঠিছে। যুগে যুগে নিত্য নতুন, চিৰ শাশ্বত যেন তেখেতৰ লিখনি।

তেখেতৰ ভাষণত আকৌ লেখিছে "সাহিত্যৰ ঠাই ৰাজনীতিৰ ভেদমূলক ব্যৱস্থাৰ পৰা বহু উৰ্ধত। সাহিত্যিকৰ জীৱন ব্ৰত সাহিত্য সাধনা। মানৱ কল্যাণ, দেশকল্যাণ কেন্দ্ৰীক ভাৰত সাহিত্যিকে সাহিত্য সৃষ্টি কৰে। দেশৰ সাহিত্য শক্তি এটা অজয় শক্তি।"

এইটো কথা ঠিক যে—প্ৰত্যেক জন নিঃস্বাৰ্থ সাহিত্য প্ৰেমীয়ে এটা জাতিক নতুন ৰূপত গঢ় দিব পাৰে। এটা জাতিক উন্নতিৰ পথলৈ আনিবলৈ হলে সেই জাতিৰ উঠি অহা শিশু সকলক প্ৰথমেই গঢ় দিব লাগিব। আমাৰ অকনি হঁতেই আমাৰ ভবিষ্যতৰ গৌৰৱ। শিশুৰ উন্নয়নমূলক আচনি, মানসিক বিকাশ আৰু চৰিত্ৰৰ বিকাশৰ বাবে পিতৃ মাতৃৰ বাহিৰেও সমাজৰ সকলোৱেই চেষ্টা কৰা উচিত। এইটো সমাজৰে কৰ্তব্য। আজিৰ শিশু কালিলৈ হব লাগিব দেশৰ উত্তৰাধিকাৰী। কবি নলিনীবালা দেৱীয়ে তেখেতৰ ভাষণত শিশু সাহিত্যৰ প্ৰতি বিশেষ গুৰুত্ব দি কৈছে—".....শিশুৰ মানসিক বিকাশ আৰু চৰিত্ৰবিকাশৰ বাবে শিশু সাহিত্য এটি প্ৰধান আহিলা। কবলৈ দুখ লাগে অসমৰ ভবিষ্যতৰ গৌৰৱ ৰক্ষাকাৰী উঠি অহা এই অকনিহঁতৰ হাতত দিবলৈ আন আন ভাষাৰ দৰে আদৰ্শমূলক জাকজমকীয় শিশুপাঠ্য অসমত কেইখন ? আন আন উন্নত দেশবোৰত বহুকৃতী সাহিত্যিকে কেৱল শিশু মনস্তত্বমূলক সাহিত্য ৰছনাতে গোটেই জীৱন উৎসৰ্গা কৰিছে। বিবিধ শিশুমনোৰঞ্জক সাহিত্য সৃষ্টি কৰি শিশু সমাজৰ মানসিক আৰু চৰিত্ৰ বিকাশত সহায় কৰিছে। এই শিশু সমাজেই হব নতুন ভাৰত তথা নতুন অসম নিৰ্ম্মাণকাৰী। শিশু সমাজক সহজভাৱে জ্ঞানৰ সোৱাদ দিব পৰা সাহিত্য সৃষ্টি কৰিবলৈ আমাৰ উদীয়মান শিশুপ্ৰেমী শিক্ষিত সকলে নিশ্চয় চিন্তা কৰা উচিত হব।"

"পদ্মশ্ৰী" সন্মানেৰে আৰু" কাব্য ভাৰতী" উপাধিৰে বিভূষিতা নলিনীবালা দেৱীৰ শিশুৰ প্ৰতি থকা অগাধ মৰম আৰু শিশুক গঢ় দিয়া এক কৰ্তব্য বুলি ভাবি তেখেতে কেইবাখনো নাটিকাও ৰচনা কৰিছিল।

নলিনীবালাই অকল শিশুকে লক্ষ্য কৰি লিখা নাই। বৰ্ত্তমান যুগৰ নাৰীক সম্বোধন কৰি কৈছে, বৰ্ত্তমান যুগৰ যি অভিসম্পাত, তাক দূৰলৈ খেলি দি আজিৰ নাৰীয়ে

প্ৰাচীন ভাৰতৰ নাৰী সকলৰ দৰে জাগ্ৰত হব লাগিব।—

**"জাগা দেৱী। জাগা দেৱী**
**আনা তুমি তীৰ্থোদক,**
**ভৰোৱা মঙ্গল ঘট**
**প্ৰাণৰ মাধুৰীৰে জৰ্জৰিত ভাৰতক**
**আকৌ শোধন কৰা—ত্যাগৰ শাশ্বত**
**মন্ত্ৰ তপস্যা তেজেৰে।"**

নলিনীবালাই গভীৰ ভাবে উপলব্ধি কৰিছিল যে জ্ঞানৰ আনন্দই হে আত্মাক তৃপ্তি দিব পাৰিব। বহুতে তেখেতক পিতৃ নবীনচন্দ্ৰ বৰদলৈ দেৱৰ ৰাজনীতিত যোগ দিবলৈ অনুৰোধ কৰিছিল যদিও তেখেতে তাৰ পৰা আতৰি আছিল। তেখেতে জানিছিল যে ৰাজনীতিতকৈ সাহিত্য বহু উৰ্ধত।

তেখেতে কৈছে—"সাহিত্য সাধনা জীৱনৰ পবিত্ৰ জ্ঞান যজ্ঞ, সত্যৰ পোহৰত সমুজ্জ্বল সাহিত্য যজ্ঞৰ হোতা সকলৰ পৱিত্ৰ নিষ্পাপ হিয়াত ঐশ্বৰিক শক্তিয়ে সৃষ্টিৰ প্ৰেৰণা যোগায়।" সত্যৰ শাশ্বত শক্তি প্ৰতিফলিত হয় কবি সাহিত্যিকৰ ধ্যানী মনোজগতত, গ্লানিমুক্ত জ্ঞানৰ উদাৰ বেদীত সত্যৰ বিশুদ্ধ আলোক ৰশ্মিৰ নব সৃষ্টিয়ে নতুন প্ৰেৰণা যোগায়।

তেখেতে অনুভৱ কৰিছিল—সাহিত্যিকৰ জীৱনৰ ব্ৰত সাহিত্য সাধনাই হোৱা উচিত। দেশৰ কল্যাণৰ কাৰণে, জনকল্যাণৰ কাৰণে যে সাহিত্য সৃষ্টি হব লাগে সেই কথা তেওঁ মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল। "নিজ দেশৰ জনসাধাৰণৰ মাজত মাতৃভাষাৰ যোগেদি জ্ঞানৰ অমিয়া বিলাই দিব পৰাটোৱেই হল জ্ঞান আৰু শিক্ষাৰ প্ৰকৃত সাৰ্থকতা।"



# নলিনীবালাৰ নাটক

## ৰুমা দেৱী

অসমীয়া সাহিত্যজগতত ৰোমাণ্টিচিজিমে সন্ধ্যা ৰক্ত ৰাগলৈ পৰিশতিৰ ফালে আগবঢ়া কালছোৱাতে অৰ্থাৎ প্ৰায় ঊনৈশ শতিকাৰ শেষৰ পৰা কুৰি শতিকাৰ মধ্যভাগলৈ অসমীয়া কাব্যজগতত ৰহস্যবাদৰ সুবাসেৰে অনিন্দ্যসুন্দৰ পৰশবিলোৱা পদ্মশ্ৰী নলিনীবালা দেৱীয়ে সেই সময়ৰ পৰিবেশ আৰু এক সামাজিক দায়বদ্ধতাৰ হেতু নাট ৰচনাত মনোনিবেশ কৰিব লগা হয়।

আজিৰ সাহিত্যজগতত কবি হিচাবে নলিনীবালা দেৱীয়ে অতুলনীয় অতীন্দ্ৰীয়বাদী কবিতা ৰাজিৰে অসমীয়া কাব্যকানন জাতিস্কাৰ কৰি তোলাৰ লগতে এখনৰ পিচত আনখনকৈ চাৰিখন প্ৰকাশিত নাটিকা, পাচখন অপ্ৰকাশিত নাটক/নাটিকা আৰু এখন অনুবাদ নাটকৰ ৰচনাৰেও অসমীয়া নাট্যজগতক সজাইপৰাই সুবাসিত কৰি থৈ গৈছে। এই ফালৰ পৰা নাট্যকাৰ হিচাবেও তেখেত এক সুকীয়া গুণ-বিশিষ্টা।

এই আলোচনাত তেখেতৰ চাৰিখন প্ৰকাশিত নাট (ক) শেষ পূজা (নাটিকা) (খ) প্ৰহ্লাদ (শিশুনাটিকা) (গ) পাৰিজাতৰ অভিষেক (শিশুগীতি নাটিকা) আৰু (ঘ) মীৰাবাঈ (নাটক) খনিৰ বিষয়েহে আলোচনা কৰা হৈছে।

নাট্যকলা, পৃথিবীৰ সকলোদেশৰে অতি প্ৰাচীন কলা আৰু প্ৰত্যেক জাতিৰে ই সভ্যতা সংস্কৃতিৰ এক বিশিষ্ট পদক্ষেপ। "A nation is known by its theatre". নাটকৰ যোগেদিয়েই এটা জাতিৰ কলা কৃষ্টি অতীত ঐতিহ্যৰ সম্ভেদ পাব পাৰি। ভাৰতীয় নাট্য সংস্কৃতিৰ অতি প্ৰাচীন আৰু সমৃদ্ধিশালী পৰম্পৰা আছে। সংস্কৃত নাটকৰ সুদীৰ্ঘ গৌৰৱময় অধ্যায়ে ভাৰতীয় সাহিত্যতে নহয়, বিশ্বসাহিত্যতো এক মৰ্য্যাদাপুৰ্ণ আসন দখল কৰি আছে।

নাট্য মঞ্চত সকলো প্ৰকাৰ কলাৰ সমাবেশ ঘটে। এইবাবেই পৃথিৱীৰ শ্ৰেষ্ঠ সাহিত্যিক সকল নাট্যকাৰ। ইয়াত দৃশ্য আৰু শ্ৰব্য কাব্যৰ সমন্বয় সাধিত হয়। আন হাতে ই হ'ল A meeting place of life and art !" সামাজিক জীৱ মানুহক

উপাদান হিচাপে লৈ মানুহে নাটক লিখি, অভিনয় কৰি, মানুহকে দেখুৱাই। নাটকত জনসাধাৰণৰ সামাজিক অৱস্থাৰ এটি বিশ্লেষণ থাকেই। গতিকে নাটৰ মাজেদি জনসাধাৰণৰ সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক জীৱনধাৰাক অধ্যয়ন কৰি তাক প্ৰকাশ কৰি এক সুস্থ সমাজ সচেতন দৰ্শকৰ সৃষ্টি কৰিব লাগে। মানুহে যি ভালপায় তাক সহজে দিয়াতকৈ মানুহে কি ভালপোৱা উচিত তাক শিকাবলৈ যত্ন কৰাটোহে নাট্যকাৰৰ উদ্দেশ্য হোৱা উচিত। বৈচিত্ৰতা বিচৰা প্ৰতিজন সুন্দৰ সাধকৰ অনলস সাধনাই আজি নাট্য শিল্পক জীপাল কৰি তুলিছে।

মানৱ সমাজৰ কল্যাণৰ পথ সুগম কৰি নাটকক সামাজিক আৰু সাংস্কৃতিক বিপ্লৱৰ মাধ্যমৰূপে ব্যৱহাৰ কৰিবলৈকে অসমীয়া সাহিত্য জগতৰ কাব্য ভাৰতী নলিনীবালা দেবীয়ে ১৯৫২ চনত শিশু অনুষ্ঠান সদৌ অসম পাৰিজাত কাননৰ প্ৰথম গুৱাহাটী অধিবেশনত শিশুহঁতৰ অভিনয়ৰ উপলক্ষে প্ৰথম নাট "শেষ পূজা" ৰচনা কৰে। মইনামেল আৰু পাৰিজ ও কানন দুয়োটি অনুস্থান লগলাগি হোৱা 'মইনা পাৰিজাত'ৰ মূখ্য উদ্দেশ্য আদৰ্শপূৰ্ণ শিশু চৰিত্ৰ গঠন। শেষপূজা নাটিকা খনিত এটি সজীৱ চিত্ৰ শিশুৰ মনৰ আগত দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে।

প্ৰকৃত পক্ষে গুৱাহাটী মইনা পাৰিজাতত অভিনয় কৰিবলৈ নবম আৰু দশম মান শ্ৰেণীৰ ছোৱালীহঁতে লেখিবলৈ অনুৰোধ কৰাত তেখেতে তেওঁলোকৰ উপযোগীকৈ শেষপূজা নাটিকাখনি ৰচনা কৰি দিয়ে। ইয়াত লেখিকাই তেখেতৰ কোমল মনৰ পৰশেৰে শিশুৰ মন পৰশিবলৈ চেষ্টা কৰিছে।

শেষ পূজা নাটিকা খনি ১৯৫২ চনত ৰচিত হয় যদিও ১৯৫৮ চনৰ জুন মাহতহে ই প্ৰকাশৰ মুখ দেখে। নাটিকা খনি দুটা অঙ্কত বিভক্ত। প্ৰথম অঙ্কত পাচোটা আৰু দ্বিতীয় অঙ্কত ছয়টা মুঠ এঘাৰটা দৃশ্য সন্নিবিষ্ট কৰা এইখন এখন সুন্দৰ নাটিকা। নাটিকা খনিৰ মূল বিষয়বস্তু এনে ধৰণৰ। মগধ ৰাজ্যৰ ইতিহাসত দুহেজাৰ বছৰৰ আগতে মহাৰাজ বিম্বিসাৰে বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰি ৰাজধৰ্ম্ম ৰূপে প্ৰতিস্থা কৰে। তেওঁ ৰাজস্থানলৈ প্ৰস্থান কৰাৰ পিচত মগধ ৰাজ্যত পূৰ্ব্বৰ হিন্দু ধৰ্ম্মৰ কুলগুৰু ব্ৰহ্মদত্তৰ মন্ত্ৰনাত ধৰ্মবৈৰী পুত্ৰ অজাতশত্ৰুৱে বৌদ্ধধৰ্ম্মক নাস্তিকতাবাদ বুলি ধ্বংশ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হয়। অজাত শত্ৰুৱে বৌদ্ধধৰ্ম্মী পিতৃক নিৰ্ব্বাসিত কৰি নিজে ৰাজ্যৰ শাসন ক্ষমতা গ্ৰহণ কৰে। বৌদ্ধ ধৰ্ম্মক উচ্ছেদ কৰিবৰ উদ্দেশ্যে বৌদ্ধপূজা, অৰ্ঘ, বৌদ্ধস্তুতি, বৌদ্ধস্তুপত দীপদান আদি কাৰ্যকি দণ্ডনীয় অপৰাধ বুলি ৰাজ্যজুৰি ৰাজআজ্ঞা ঘোষণা কৰি দিয়ে

আৰু ৰাজআজ্ঞাৰ উলঙ্ঘাৰ পৰিণতি মৃত্যুদণ্ড হিচাবে বিবেচিত হ'ব বুলিও ঘোষণা দিয়ে। নগৰবাসী চঞ্চল, ভীতি শঙ্কুল হয়। ৰাজ্যজুৰি হাহাকাৰৰ ৰোল উঠে। ইমান খিনিলৈকে নাট্যকাৰে প্ৰথম অঙ্কৰ পাচোটি দৃশ্যত সজাই বাকীখিনি দ্বিতীয় অঙ্কত বৰ্ণাইছে।

বৌদ্ধ পূৰ্ণিমা ভগৱান তথাগতৰ (ভগৱান বুদ্ধৰ) জন্মোৎসৱৰ চিৰস্মৰণীয় পুণ্যতিথি। এই তিথি উদ্‌যাপনৰ উদ্দেশ্যে ধৰ্ম্মপ্ৰাণ বৌদ্ধ ভিক্ষুৱে প্ৰাণকো হেয় কৰি ৰাজপথত বন্দনা ধ্বনি শ্লোকগীত গায়, লগে লগেই ৰাজপ্ৰহৰীৰ আঘাতত সিসবৰ নিধন হয়। নাটিকা খনিৰ শেষৰ দৃশ্যটিত এই কাহিনী ভাগৰ প্ৰকৃত ভাবাদৰ্শৰ স্ফুৰণ ঘটিছে।

মহাৰাজ বিম্বিসাৰে প্ৰভুৰ নখকণা ভিক্ষা কৰি অশোক কাননৰ যি বেদীকা স্থাপন কৰিছিল মহাৰাজ অজাত শত্ৰুয়ে সেই বেদী ধ্বংশ কৰায় আৰু ৰাজআজ্ঞা পালন হোৱাকৈ তাত পূজা অৰ্চনাৰ নিষেধ কৰি সশস্ত্ৰ প্ৰহৰী নিয়োগ কৰে।

আনহাতে, ভগবান তথাগতৰ নিৰ্দ্দেশত সেই দিনাৰ অশোক কাননৰ বহাগী পূৰ্ণিমাৰ পবিত্ৰ তিথিৰ পূজা মহোৎসৱৰ পূজাৰিণীৰ ভাৰ পৰিছিল ৰাজ নৰ্ত্তকী শ্ৰীমন্তিকাৰ ওপৰত। সমাজৰ চকুত হেয় ঘৃণিতা এগৰাকী সামান্য নৰ্ত্তকীক এই মহানপূজাৰ পূজাৰিণী ৰূপে বাচিলোৱাৰ প্ৰকৃত অৰ্থ আছিল শুদ্ধ, সত্য, আন্তৰিকতা, শ্ৰদ্ধা ভক্তিৰ প্ৰভাব। যোগ্য জনৰ প্ৰতি ভগবানৰ যোগ্য বিচাৰ।

এফালে পূজাৰিণীৰ কৰ্ত্তব্য পালন আনহাতে ৰাজআজ্ঞা দুয়োৰে দোমোজাত ৰাজ নৰ্ত্তকী শ্ৰীমন্তিকাই নৰ্ত্তকী বেশেৰে প্ৰথমে ৰাজআজ্ঞা পালন কৰি সৰ্ব্বশৰীৰত বহুমূল্য অলঙ্কাৰ, পদ্মমালা আভাৰণেৰে বিভূষিত হৈ পঞ্চপ্ৰদীপ হাতত লৈ ৰাজমাতা, ৰাজৰাণী, আৰু কুমাৰীসকলৰ লগত অশোক বেদীত নৃত্যৰ বাবে প্ৰবেশ কৰে। বেদীমূলৰ প্ৰতি হাত যোৰকৈ প্ৰণাম কৰি নৃত্য আৰম্ভ কৰে। ক্ৰমে নৃত্যৰ তালে তালে সকলো বস্ত্ৰ অলঙ্কাৰ বেদীমূলত স্থাপন কৰি, শেষত নিৰাভৰণা গৈৰিক বৌদ্ধ ভিক্ষুণীৰ বস্ত্ৰ পৰিণিতা হৈ পূজাৰিণী ৰূপে শ্ৰী মন্তিকাই সৰ্ব্বসত্ত্বা নিবেদন কৰি বেদীমূলত প্ৰণাম জনাই মন্ত্ৰোচাৰণ কৰে ঃ—

**"নমো বুদ্ধায়ে গুৰুৱে।**
**ধৰ্ম্মায় তাৰিণে নমঃ**
**সঙ্ঘায় মহোত্তমায় নমঃ।"**

ঘটনাৰ পাকচক্ৰত জনতা শিয়ৰি উঠে আৰু ৰাজআজ্ঞা পালনকাৰী ৰক্ষিণীৰ হাতত শ্ৰী মন্তিকাৰ শিৰচ্ছেদ হয়। চাৰিওফালে হাহাকাৰৰ ৰোল উঠে। অশোক কাননৰ ভগৱান বুদ্ধৰ পূজাৰ বেদী ৰাজ নৰ্ত্তকী শ্ৰীমন্তিকাই হিয়াৰ শোণিতেৰে সজায় পেলালে। আনহাতে মগধ ৰাজ্যৰ সৌন্দৰ্য্য প্ৰদীপ চিৰ নিৰ্ব্বাপিত হ'ল। মহাভিক্ষুণীয়ে জীৱন যৌৱণেৰে বৌদ্ধস্তুপত শেষপূজা অৰ্পণ কৰি গ'ল।

নাটিকা খনিৰ উপস্থাপনত 'ঘোষক'ৰ দ্বাৰা দৃশ্যপটৰ বৰ্ণনা আৰু চৰিত্ৰ সমূহৰ মঞ্চত প্ৰৱেশ ঘটোৱাত নাটক খনিৰ গতি আগবঢ়ায় নিয়াত সহায়ক হৈছে, যিটো সংস্কৃত নাটক বা অষ্কীয়া নাটত সুত্ৰধাৰৰ দ্বাৰা সম্পন্ন কৰোৱা হয়। এই ঘোষক কিন্তু এক নেপথ্য চৰিত্ৰহে।

নাটকীয় ক্ৰিয়াশীলতাক প্ৰখৰ কৰি তোলা আন দুটা উপাদান হৈছে — নাটকত সংগীত, নৃত্যৰ সুপ্ৰয়োগ, উৎকণ্ঠা আৰু বিস্ময় — অজাত শত্ৰুৰ বৌদ্ধ ধৰ্ম্ম নি:চ্ছিন্ন কৰাৰ যি অপচেষ্টা সিয়েই গোটেই নাটিকাখনিত এক উৎকণ্ঠাৰ বাতাৱৰণৰ সৃষ্টি কৰিছে।

শেষ দৃশ্যত শ্ৰীমন্তিকাই নৃত্য সজ্জাৰ অভিনয়েৰে আহি শেষত নিৰাভৰণা গৈৰিক বস্ত্ৰ ধাৰিণী বৌদ্ধ পূজাৰিণীৰ যি কৰ্ম সম্পন্ন কৰিলে, তাত বিস্ময় হতবাক হোৱা ভাব ভালদৰে অনুভূত হয়। নাট্যকাৰে নাটিকাখনিত সেই সময়ৰ মগধৰাজ্যৰ পৰিবেশ আৰু সংলাপ সমুহ অসমীয়া মাধ্যমত প্ৰকাশ কৰিলেও বৌদ্ধ সংস্কৃতিৰ ৰীতি নীতিৰ অভিবাদন বিনিময় আদিৰ সফল প্ৰয়োগ মন কৰিব লগীয়া। নাটকৰ শেষৰ "কোৰাছ" গীতটিয়ে নাটিকাখনিৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছে। য'ত নাট্যকাৰৰ সুগভীৰ সঙ্গীত প্ৰতিভাৰ আভাস পোৱা হৈছে আৰু ইয়েই নাটিকা খনিৰ সফল সামৰণিৰ ইঙ্গিত দিছে।—

**"হে যুগ দেৱতা বৰষা শান্তি**
**সজোৱা মৃত প্ৰাণ**
**বুদ্ধ শৰণ মন্ত্ৰে বিলোৱা**
**দিয়া নতুন দীক্ষা দান।"**

ৰাজনৰ্ত্তকীয়ে বৌদ্ধস্তুপত পূজা সমাপণেৰে সকলোকে বুজাই দিলে— আন্তৰিক প্ৰাৰ্থনা, শ্ৰদ্ধা আৰু ভক্তিৰ মহত্ত্ব কিহত থাকে। যি ভাবে শিশুৰ মনো পৰশি যোৱাত সহায়ক হয়। গৰবিণী ৰত্নাৰ ভাষাৰে —

**"ক্ষমা কৰা, ক্ষমাকৰা, বুদ্ধ উপাসিকা।"**

"শ্ৰীমন্তিকা তথাগতৰ ত্যাগমন্ত্ৰৰ প্ৰকৃত অধিকাৰিণী হৈ মোৰ তুচ্ছ গৰ্ব্ব চুৰ্ণ কৰি তুমি বিজয়িণীৰূপে শুছি গ'লা। আৰু মই হিংসা পাপেৰে কলুষিত হিয়ালৈ ধুলিৰ মাজত পৰি ৰ'লো। তথাগত অনাথ শৰণ, ক্ষমাকৰা, বাটদেখুৱাই নিয়া প্ৰভু। মহাপাপিনীক বাট দেখুৱাই দিয়া—

**বুদ্ধং শৰণং গচ্ছামি**
**সঙ্ঘং শৰণং গচ্ছামি**
**ধৰ্ম্মং শৰণং গচ্ছামি।"**

বৌদ্ধ স্ত্ৰোত্ৰ পাঠ সামৰণি মাৰি নাটিকাখনিৰ চিত্ৰধৰ্ম্মীতা, পৰিবেশ প্ৰদৰ্শন আৰু দৃশ্যপট অৱতাৰণাৰে দৰ্শকক যেন এখনি বৌদ্ধ ধৰ্ম্মাৱলম্বী মগধৰাজ্যলৈ লৈ যোৱাত বহুদুৰ সফল হৈছে। সুন্দৰ, শুদ্ধ শব্দৰ প্ৰয়োগো আন এটা মন কৰিব লগীয়া দিশ।

"ভিক্ষু ঃ বাটৰ কাষত ফুলি থকা গন্ধ বনফুল
পাহিও প্ৰভূৰ পুজাত লাগে। অন্তৰত লুকাই থকা
সুৰভি বিকাশৰ সময় আহিছে তোমাৰ। প্ৰভূৰ
উপাসনাৰে ধৌতহোৱা নাৰী। প্ৰভূৰ ইচ্ছাত তুমি শ্ৰেষ্ঠদানেৰে বিভূষিত হ'বা। প্ৰস্তুত হোৱা, প্ৰস্তুত হোৱা ভাগ্যৱতী।

স্তোত্ৰ— **"ওঁ নমো বুদ্ধায়ে গুৰুৱে**
**ওঁ নমো ধৰ্ম্মায়ে তাৰিণে**
**ওঁ নমো সঙ্ঘায়ে মহোত্তমায় নমো।"**

নাটিকাখন কুৰি শতিকাৰ মধ্য ভাগৰ অসমীয়া নাট্য সাহিত্যৰ এটি উল্লেখযোগ্য অৱদান।

নাটিকাখনি নাট্যকাৰ নলিনীবালা দেৱীয়ে কবি গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ "নটীপূজা" নামৰ নাটকৰ মনোমুগ্ধকৰ ঐতিহাসিক অৱলম্বনৰ বিষয়লৈ মাজে মাজে আদৰ্শমূলক চানেকিৰ ছাঁ লৈ সম্পূৰ্ণ নিজস্ব ৰচনাৰীতিৰে ৰচনা কৰিছে।

মনোৰম কথন ভঙ্গী, ভাষাৰ প্ৰাঞ্জলতা; উপযুক্ত পৰিবেশ প্ৰদৰ্শনত বুদ্ধ মন্ত্ৰ উচ্চাৰণ আৰু গীতৰ প্ৰয়োগেৰে নাটিকাখনিৰ সফল সামৰণি পৰিছে। নাট্যকাৰে ঐতিহাসিক কাহিনী ভাগক নিজস্ব ৰচনাৰীতি, স্বকীয় বৈশিষ্ট্যৰ পবিত্ৰ স্পৰ্শৰ পৰশ ঢালি দি আন্তৰিক ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছে।

নলিনীবালা দেৱীৰ কাপৰ পৰা সৰিপৰা দ্বিতীয় প্ৰকাশিত শিশুনাটখন "প্ৰহ্লাদ"।

ইয়াত গীতনৃত্যৰ প্ৰভাৱ আৰু শিশু উপযোগী কথন ভঙ্গীৰ বাবে শিশুনাট হিচাবে গ্ৰহণ কৰা হৈছে। নাট্যকাৰে নিজে কিন্তু প্ৰহ্লাদ খন নৃত্যনাটিকা বুলিহে উল্লেখ কৰিছে।

কুৰি শতিকাৰ মধ্য ভাগত অসমীয়া নাট্য জগতত শিশুনাটৰ নাটনিৰ প্ৰতি লক্ষ্যৰাখি 'অভাৱেই আবিষ্কাৰৰ মূল' কথাষাৰৰ দৰেই প্ৰাকশঙ্কৰী যুগৰ হেমসৰস্বতী বিৰচিত "প্ৰহ্লাদ চৰিত"ৰ মূল বিষয়বস্তুৰ আলমত নলিনীবালা দেৱীয়ে "প্ৰহ্লাদ" শিশু নাটখনিৰ নাট্যৰূপ প্ৰদান কৰিছে।

নাট্যকাৰ নলিনীবালা দেবীয়ে কুমলীয়া মইনাহঁতে দীঘলীয়াকৈ পাঠ আওৰাবলৈ টান পাব বুলি ভাবি আদৰ্শমূলক আৰু মইনাহঁতে অভিনয় কৰি ভালপাৱোঁকৈ চমু আৰু কম সময়তে শেষ কৰিব পৰাকৈ এধানিমান ভক্তিমূলক নাটকখনি মইনাহঁতলৈ বুলি ৰচনা কৰে। কিন্তু নাটকখনিৰ প্ৰথম প্ৰকাশ হয় ১৯৫৮ চনৰ আগষ্ট মাহতহে।

নাটখনিৰ মূল বিষয় যিহেতু মূল "বামণ-পুৰাণ"ৰ, বামন অৰ্থাৎ অসুৰশক্তি, অসুৰ শাক্তিৰ ওপৰত বিষ্ণু ভক্ত প্ৰহ্লাদৰ বিজয় দেখুৱাই বিষ্ণু অৱতাৰ নৰসিংহৰ হাতত হিৰণ্যকশিপুৰৰ নিধন বৰ্ণনা কৰিছে।

'প্ৰহ্লাদ' নাটক খনিত মূল চৰিত্ৰ সমুহ হৈছে ৰজা হিৰণ্যকশিপুৰ, বিষ্ণু, ব্ৰহ্মা, নৰসিংহ, ইন্দ্ৰ, শিৱ, ষণ্ডামৰ্ক (গুৰুপুত্ৰ) প্ৰহ্লাদ (ৰাজকুমাৰ) জয়ন্ত, বিজয়, অৰুণ, ৰাজীৱ (দৈত্য শিশু) প্ৰথম কটোৱাল, দ্বিতীয় কটোৱাল আৰু দুজন বাটৰুৱা আদি মুঠ পোন্ধৰটি পুৰুষ চৰিত্ৰ আৰু একমাত্ৰ স্ত্ৰী চৰিত্ৰ হ'ল 'ৰাণী' অৰ্থাৎ হিৰণ্যকশিপুৰৰ স্ত্ৰী)।

নাট্যকাৰে 'প্ৰহ্লাদ' নাটক খনি ছয়টি দৃশ্যত অঙ্কণ কৰিছে। ৰাজঅন্তেষপুৰ, ষণ্ডাৰ্মকৰ পঢ়াশালী, ৰাজসভাত প্ৰহ্লাদৰ বিষ্ণুভক্তিৰ বাবে গোচৰ, কটোৱালৰ দ্বাৰা প্ৰহ্লাদক বিবিধ শাস্তিপ্ৰদান, পঞ্চম দৃশ্যত দুজন বাটৰুৱাৰ কথোপকথনৰ জৰিয়তে প্ৰহ্লাদক ৰক্ষা কৰিবলৈ ভগৱানৰ বিষয়ে ভয়ে ভয়ে কৰা আলোচনা আৰু এই গতিৰেই ধাৱিত হৈ শেষদৃশ্যত সৰ্ব্বব্যাপ্ত বিষ্ণু, "বিষ্ণুবৈৰী হিৰণ্যকশিপুৰৰ সন্মুখৰ স্ফটিকৰ স্তম্ভটোতও আছে", এই বুলি প্ৰহ্লাদে কোৱাৰ লগে লগে ৰজাই গোৰ মাৰি স্তম্ভটো ভাঙি দিয়া আৰু তাৰ মাজৰ পৰা বিষ্ণু বৈৰী হিৰণ্যকশিপুৰৰ, বিনাশকাৰী ৰূপ নৰসিংহ ওলাই আহি আঠুৰ ওপৰত কোলাত ৰজাক শুৱাই লৈ নখেৰে বিদাৰি হিৰণ্যকশিপুৰক নিধন কৰা আৰু ভক্তবৎসল ভগৱান ভক্ত প্ৰহ্লাদৰ

স্তুতিত ভয়ঙ্কৰ ৰূপ সামৰি শঙ্খচক্ৰ গদা পদ্মধাৰী বিষ্ণুয়ে সুদৰ্শন ৰূপৰে দৰ্শন দি ভক্ত প্ৰহ্লাদক শতবছৰ সুখেৰে মাতৃ সহিত ৰাজভোগ কৰি শেষত নাৰায়ণতে লীন হব বুলি আশীৰ্বাদ দি কয় যে, বৈৰী ভাবে হলেও পিতাকে তেওঁকেই স্মৰণ কৰাৰ হেতু প্ৰহ্লাদৰ মনোবাঞ্ছা পূৰ্ণ কৰি পিতাকক বৈকুণ্ঠত স্থান দিব। নিষ্কাম ভক্ত প্ৰহ্লাদক আশীৰ্বাদ দি কয় যে—"তোমাৰ জলন্ত পুণ্য কাহিনীয়ে ভাৰতবৰ্ষত মণি প্ৰদীপ জ্বলাব আৰু ঘৰে ঘৰে মোৰ ভক্তিৰ অৰ্চ্চনা হব।" সৰ্ব্বশেষত ব্ৰহ্মা, ইন্দ্ৰ, শিৱ আদি দেব গণৰ স্তুতিৰে নাটিকাখনিৰ সমাপ্তি ঘটে।

নাটিকাখনিত প্ৰথমৰ পৰা শেষলৈকে যেন এটি সঙ্গীতৰ ভাব বিৰাজ মান। য'ত প্ৰহ্লাদ আৰু দৈত্য শিশু সহিত সৰ্ব্বমুঠ পাচোটি স্তুতি গীতৰ প্ৰয়োগ কৰা হৈছে।

**"তুমি নালাগে শিকিব শাস্ত্ৰ**
**তুমি নালাগে শিকিব মন্ত্ৰ**
**তপ জপ পূজা নালাগে কৰিব**
**দেৱ জ্ঞানী সুখী হ'ব।"**

— ইত্যাদি গীত সমুহ নাট্যকাৰ কাব্যভাৰতীৰ কবিত্ব প্ৰতিভা আৰু সংগীত প্ৰতিভাৰ সমন্বয়েৰে নাট্যৰূপ প্ৰদানত এক অপূৰ্ব্ব দিশ সূচনা কৰিছে। এনে হোৱাৰ বাবে সুৰ লয় পিয়াসী শিশুহঁতে প্ৰাণ ঢালি অভিনয় কৰিবলৈ সুযোগ পাইছে।

নাটখনিৰ ভাষা অসমীয়া হলেও তাত-অঙ্কীয়া ৰীতি আৰু ব্ৰজাৱলী ভাষাৰ চাপ একোটি মাজে মাজে বৈ গৈছে। মাজে মাজে শুদ্ধ সংস্কৃত শব্দৰ সু-প্ৰয়োগ মন কৰিব লগীয়। ই নাট্যকাৰৰ শব্দৰ ওপৰত থকা দখলৰ সুপৰিচায়ক। এনেয়েও সেইসময়ৰ নাট সমূহত এই প্ৰভাব পৰিলক্ষিত হয়।

মুঠতে ঐতিহাসিক ঘটনা বা পুৰাণ প্ৰসিদ্ধ ঘটনাৰ আলমত ৰচিত নাটখনিত অসমীয়া সংস্কৰণৰ এটি সুন্দৰ আৰ্হি ডাঙি ধৰিছে।

"পাৰিজাত অভিষেক" গীতি নাটিকা খনি তেখেতৰ নাট্য ৰচনাৰ এক অমৰ কীৰ্ত্তি, য'ত নাট্যকাৰৰ সৰগী সুৰভিত মনৰ এক সুন্দৰ অৱগাহন ঘটিছে। নাট্যকাৰৰ সপোন অথবা কল্পনাৰ পখীয়ে ইয়াতেই যেন পাখী মেলি উৰিবলৈ বহল আকাশ লভিছে। সেয়েহে নাটিকা খনিৰ ৰন্ধ্ৰে ৰন্ধ্ৰে নাট্যকাৰৰ সুকুমাৰ কলাসুলভ মানসিকতাৰ প্ৰকাশ ঘটিছে। চৰিত্ৰ সৃষ্টি আৰু শিশু সুলভ সাম্ৰাজ্যত সৰগ আৰু মৰতৰ সংযোগ সাধন কৰি ধৰণী ধুনীয়াকৈ সজাই তুলিবলৈও চেষ্টা কৰা হৈছে।

নাটৰচনাৰ পটভূমি হিচাবে, ১৯৫২ চনত শিশু অনুষ্ঠান, সদৌ অসম পাৰিজাত কাননৰ প্ৰথম গুৱাহাটী অধিবেশনত অভিনয়ৰ উদ্দেশ্যৰে এই শিশুনাটিকা পাৰিজাত অভিষেক খনি ৰছিত হয়। গুৱাহাটীৰ অসম প্ৰাদেশিক মহিলা সমিতিৰ অধিবেশনত মইনা পাৰিজাতৰ তৰফৰপৰা পুণৰায় নাটিকা খনি অভিনীত হয় আৰু গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত অতি সফলতাৰে এই নাটিকাখনি দুবাৰো অভিনীত হোৱাই নাটিকাখনিৰ সফলতা ঘোষণা কৰে।

বহু চেষ্টাৰ ফলত ১৯৫২ চনৰ পৰা মইনামেল আৰু পাৰিজাত কানন লগলাগি সদৌ অসম মইনা পাৰিজাত গঠন হয়। এই মইনা পাৰিজাতৰ মূল উদ্দেশ্য শিশু চৰিত্ৰ গঠন আগত ৰাখি এই নাটিকাৰে শিশুৰ মন আকৰ্ষণ কৰিবলৈ চেষ্টা কৰা হৈছে। সৰগী হৈছে। সৰগী পাৰিজাত সুৰভিত দেৱ শিশু মইনাহঁতৰ চৰিত্ৰ গঠনত সহায় কৰাই নাটিকাখনিৰ অন্তঃনিহিত উদ্দেশ্য।

গীতি নাটিকা মানে হ'ল গীত আৰু নৃত্যৰ মাধ্যমেৰে মঞ্চত এক নাটকীয় পৰিবেশেৰ সৃষ্টি কৰি তাৰ সকল সামৰণিৰ ফালে গতিশীল কৰি তোলা।

"পাৰিজাত অভিষেক" প্ৰকৃতাৰ্থত নলিনীবালা দেবীৰ এখনি সফল গীতিনাটিকা।

নাটিকাখনিত নাৰায়ণ, দেৱৰ্ষী, সত্য, ধৰ্ম্ম. শৌৰ্য্য, কৰ্ম্ম এই ছয়টি পুৰুষ চৰিত্ৰ আৰু প্ৰকৃতিদেবী, জ্ঞানদেবী, মৈত্ৰী, প্ৰেমকৰুণা, সুকুমাৰ কলা, পখী, ভাৰতমাতা, সন্ধ্যা-ললিতা, কান্তা, এই দহোটি স্ত্ৰী চৰিত্ৰৰে মুঠ ওঠৰটি চৰিত্ৰ সংযোজনাৰে পাঁচটি দৃশ্য সজাই তোলা হৈছে। নাট্যকাৰে দৈব্য বিভূতি মূৰ্তি (অভিনেতা, অভিনেত্ৰী) সকলৰ সাজ সজ্জা নিজকল্পনা আৰু অনুভূতিৰে উপলব্ধি কৰি নিৰ্দ্দেশ কৰিছে, ধৰিত্ৰী দেবীৰ বিভূতি ৰূপ যেন দৰ্শকে অনুভব অথবা উপলব্ধি কৰিব পাৰে সেই উদ্দেশ্যৰে।

নাটকৰ কাহিনী ভাগ এনেদৰে আগবাঢ়িছে, প্ৰথম অঙ্কৰ প্ৰথম দৃশ্যটিৰ দৃশ্যপট বৈকুণ্ঠ পুৰীত নাৰায়ণে ৰত্ন সিংহাসনত বহি আছে। বিভূতি সকলে চৌপাশে মূৰ্ত্তি ধৰি আছে। পৃথিবীয়ে বিননি জুৰি গাইছে "ৰাখা যুগে যুগে প্ৰভূ চক্ৰধাৰী তুমি, ধৰণীৰ প্ৰভূ শান্তি কাৰণকাৰী।" স্তুতি গীতিৰে নাৰদৰ আগমন হয়। পৃথিবীৰ কৰুণ বিননি সম্পৰ্কে নাৰদে কিবা জানে নেকি বুলি নাৰায়ণে সোধাৰ উওৰত নাৰদে কয় যে— হিংসাত উন্মত্ত পৃথিবীৰ বাতৰি অতি ভয়াবহ। কুটনীতি পূৰ্ণ মদগৰ্ব্বি দানৱ দলে প্ৰভূৰ বিনন্দিয়া সৃষ্টি নিমিষতে চুৰমাৰ কৰি আত্মপ্ৰতিষ্ঠাৰ ভাব চিন্তিছে। ভাৰত মাতৃয়ে মাথোন শান্তি

বিচাৰিছে। অসমৰ পঞ্চতীৰ্থ বিপদসংকুল, অতিকে জুৰুলা। বিপন্ন অসম, অসমৰ ভাগ্যকাশ ডাৱঁৰে আৱৰা। নাৰায়ণে তাৰ প্ৰত্যুত্তৰত জনায় যে, বহু যুগ যুগান্তৰৰ ঋষি মুনিৰ সপোনৰ দেশ পুণ্যময় ভাৰতৰ মৃত্যু নাই। ভাৰতেই পৃথিবীত নবযুগৰ স্থাপন কৰিব, কাৰণ পৃথিবীৰ প্ৰকৃতি ৰাণীয়ে পাৰিজাত ফুলৰ ৰেণুবোৰ টুকিটুকি কোচত ভৰাই লৈ গৈ ভাৰতৰ অকণিবোৰৰ গাত ছটিয়াবগৈ। সিহঁত সৰগৰ বিভূতি সকলৰ পৰশত মহিমামণ্ডিত হৈ ফুলি উঠিব আৰু নতুন পৃথিবী ৰচিব। ভাৰতৰ লুপ্ত মহিমা আকৌ উলতি আহিব। পূৰ্ব্বসীমান্ত মনোৰমা অসমী ৰাণীৰ বুকুতেই শিশু পাৰিজাত অভিষেকৰ প্ৰথম আয়োজন। এই পাৰিজাতেই ভাৰতৰ বুকুত দেব নন্দন কানন পাতিব। এয়াই নাটৰ মূল বিষয়বস্তু আৰু প্ৰথম দৃশ্যৰো সামৰণি।

দ্বিতীয় দৃশ্যত— প্ৰকৃতিয়ে ভূপালী ত্ৰিতাল ৰাগ তালত নাচি নাচি দেৱতাৰ নন্দন বনৰ পৰা পাৰিজাতৰ ফুলৰেণু টুকি টুকি কোচত ভৰাই লৈ সত্য-সৰলতা জ্ঞানদেবী; শৌৰ্য্য মৈত্ৰী, কৰ্ম্ম, সুকুমাৰ কলা, ধৰ্ম্ম (মইনা বিহগী) পখী এই সমূহ স্বৰ্গ বিভূতিলৈ প্ৰকৃতিৰ বুকুত পাৰিজাত অভিষেক অসমীৰ প্ৰাগজ্যোতিষপুৰত পাতিবলৈ ধৰালৈ নামি আহে।

তৃতীয় দৃশ্যত, বশিষ্ঠাশ্ৰমত সন্ধ্যা, ললিতা, কান্তাই পাৰিজাত অভিষেকলৈ মহামুনি বশিষ্ঠৰ কমণ্ডলুৰ শান্তিজল চতিয়াই আৰ্শীবাদ দিয়ে।

চতুৰ্থ দৃশ্যত— নীলাচল কামাখ্যাধাম। অষ্টবিভূতিৰ সৈতে প্ৰকৃতিয়ে কামাখ্যা মাতৃক স্তুতি কৰে। কামাখ্যাদেবীয়ে আশীৰ্বাদ কৰে—

**"পুণ্য হওক ভাৰতৰ শিশুৰ জীৱন**
**হওক উদ্ভাসিত পৱিত্ৰ নিৰ্ম্মল**
**পূৰ্ণ হওক পাৰিজাত শিশু অভিষেক**
**ধন্য হওক এই মহা ব্ৰত।"**

প্ৰকৃতিয়ে ভক্তি ভাবে প্ৰণাম কৰি আগবাঢ়ে। নাট্যকাৰে প্ৰত্যেকটো দৃশ্যতে 'দশ্যপটৰ' এটি আভাষ দাঙি ধৰি বা সুচনাদি পিচত 'ঘোষক' 'চৰিত্ৰৰে' দৃশ্যপটৰ পৰিবেশ আৰু বাতাবৰণ সজায় তুলিছে।

মাতৃ বন্দনা গীতৰে পঞ্চম অৰ্থাৎ সামৰণি দৃশ্য অৱতাৰণা কৰা হৈছে—

**"নমো নমো নমো সুজলা সুফলা**
**নমো অসমা কামৰূপা**

**হে আদি জননী জ্ঞান ৰূপা**
**ধৰাৰ নন্দন কানন তুমি ''**

নৃত্যগীতেৰে মুখৰিত মঞ্চত দৈব্যবাণী হয় "পূব্বৰ অৰুণ মঞ্চত বহু যুগ, বহু গ্লানিৰ শেষত দেবনন্দনৰ সুৰভি সুবাস ভাৰতত বিয়পি পৰিব। ঘৰে ঘৰে দেবশিশুৰ জন্ম হ'ব। অন্যায় অনীতি, পাপ দুৰ হব। ভাৰত সুন্দৰ হব। পুণ্য তপোবন অসমা সুষমা হব নন্দনকানন। পুণ্য অসমতে মইনা পাৰিজাত প্ৰতিষ্ঠা হব। শিশু বন ধৰাৰ স্বৰগ জ্যোতি পাৰিজাত সুৰভিয়ে ভাৰতত নবৰূপে জেউতী বিলাব। দেব দুন্দুৰ্ভি মাদল ধ্বনি শঙ্খ, উৰুলি, পুষ্প বৃষ্টিৰে মুখৰিত মঞ্চত সমবেত সংগীতেৰে নাটকখনি সামৰণি পৰে।

সমবেত সঙ্গীত

**"আমি সেউজী ধৰণীৰ**
**আলসুৱা বননিৰ**
**শুৱনী পাৰিজাত ফুল।**

........................

**"নামি আহে সৰগৰ জেউতী**
**আমি ফুলো মৰমৰ প্ৰাণ পৰশত**
**আমাৰ পোহৰে ধৰা**
**ৰূপে ৰসে গন্ধে ভৰা**
**সৰগী সপোন বিয়াকুল**
**শুৱণী পাৰিজাত ফুল।"**

নলিনীবালা দেবীৰ মীৰাবাঈ নাটকখনি ১৯৬৮ চনত প্ৰকাশিত হয়।

পোন্ধৰ শ শতিকাৰ মাজভাগত পূণ্যভূমি ৰাজস্থানত কৃষ্ণভক্তি পৰায়ণা কবি সুগায়িকা মীৰাৰ আৰ্বিভাব হৈছিল। মীৰাৰ স্বৰচিত ভজন সমূহ সৰ্ব্বভাৰতীয় সঙ্গীত ৰূপে আজিও অমৰহৈ আছে। মীৰাৰ ভজন সঙ্গীত সমুহেই মীৰাবাঈৰ জীৱনৰ পৰিচয়। প্ৰতিটো সঙ্গীতৰ অৰ্থই মীৰাবাঈৰ ঐকান্তিক সাধনাৰ পৰিচায়ক। ভাৰতবৰ্ষত পোন্ধৰ শতিকা এটি উল্লেখযোগ্য ধৰ্ম্ম প্ৰকাশিত যুগ বুলি ধৰিব পাৰি।এই পোন্ধৰশ শতিকাৰ যুগটিত বহু সাধু সংস্কাৰক ভাৰতবৰ্ষত আৰ্বিভাব হৈ ভাৰতৰ আকাশত এটি আধ্যাত্মিক বাতাবৰণৰ সৃষ্টি কৰিছিল। এই যুগটোত সমসাময়িক ভাবে সাধু ৰৈদাস, কবীৰ নানক, তুলসীদাস আদিৰো অগাপিচাকৈ আৰ্বিভাব হয়। শ্ৰীমদ্ ভাগৱতৰ ঐকান্তিক কৃষ্ণভক্তি

নববিধ প্ৰেমভক্তি পন্থাই ওপৰোক্ত সাধুসকলৰ অন্তৰত বিভিন্নভাবে প্ৰকাশিতহৈ ভক্তিপ্ৰৱাহ বোৱাই দিছিল ভাৰতৰ বুকুত। কবি মীৰাবাঈ শ্ৰীমদ্ ভাগৱতৰ গোপী প্ৰেমৰ প্ৰতি আকৃষ্ট হৈ পৰে শিশুকালৰে পৰাই।

কৃষ্ণ ভক্তি পৰায়ণ বংশত জন্ম কৃষ্ণভক্ত দুদাজীৰ শিক্ষাই মীৰাবাঈক কৃষ্ণ ভক্তি পৰায়ণ কৰি তোলে। তীব্ৰ অনুভূতি প্ৰৱণা মীৰাবাঈৰ কৃষ্ণভক্তি প্ৰকৃত কৃষ্ণ প্ৰেমত ৰূপান্তৰিত হয়। অনুভূতিৰ তীব্ৰতা কবি কণ্ঠত সঙ্গীত ৰূপে প্ৰকাশিত হৈ পৰে। সঙ্গীতৰ যোগে দিয়েই মীৰাবায়ে লাভ কৰিছিল বিশ্বপতি চিৰসুন্দৰক।

মীৰাবাঈ সমন্ধে নানা পুথিত নানা মত প্ৰকাশ হৈছে। কাৰো কাৰো মতে মীৰাবাঈ বিধবা হোৱাৰ পিচত বিতাৰিত হৈছিল। কাৰো কাৰো মতে মীৰাৰ স্বামীয়ে মীৰাক বিতাৰিত কৰিছিল। মীৰাবাঈ সমন্ধে সঠিক কিংবদন্তি বিচাৰি পোৱা টান। বিভিন্ন পুস্তিকাৰ পৰা দুই এটি থুল মূল সংগ্ৰহ কৰি নাট্যকাৰে নাটিকাখনিত ৰূপ দান কৰে। শেষৰ দুই এটি সঙ্গীত চিত্ৰ মহন্ত দেৱৰ ৰচিত মীৰাবাঈ নামৰ পুথিৰ পৰা সংগ্ৰহ কৰা হয় বুলি নাট্যকাৰে নিজে উল্লেখ কৰিছে।

নাটক খন ১৯৩৮ চনত যুগুত কৰা হৈছিল যদিও ১৯৬৮ চনতহে ই প্ৰকাশৰ মুখ দেখে।

মীৰাবাই নাটক খনি মুঠ তিনিটা অঙ্কত আৰু সোতৰটা দৃশ্যত সজোৱা হৈছে। ইয়াৰে প্ৰথম অঙ্কত পাচোটা দৃশ্য, দ্বিতীয় অঙ্ক নটা দৃশ্য আৰু তৃতীয় অঙ্কত তিনিটা দৃশ্য। মীৰাবাই নাটকখনিত পুৰুষ চৰিত্ৰ মুঠ ষোল্লটা আৰু নাৰী চৰিত্ৰ মুঠ পাঁচটা।

প্ৰথম অঙ্কৰ প্ৰথম দৃশ্যটি ৰাজস্থানৰ মেড়তা ৰাজ্যৰ ৰাজপ্ৰসাদৰ সম্মুখত ৰজা ৰতন সিংহৰ বৃদ্ধ পিতৃ দুদাজীয়ে ৰতন সিংহৰ কন্যা মীৰাবাঈক মহাভাৰতৰ কৃষ্ণ কাহিনীৰ সাধুকয়। এনেয়েও মেড়তা ৰাজপৰিয়াল কৃষ্ণ ভক্ত।

দ্বিতীয় দৃশ্যত মেড়তা ৰাজ উদ্যানত মীৰাই ফুলতোলে, গুণ গুণাই গীত গায়। কৃষ্ণ কথাই মীৰাৰ অন্তৰত ঘাই চিন্তাৰ বিষয় হৈ পৰে। এজন সন্ন্যাসীয়ে মীৰাৰ হাতত এটি কৃষ্ণমুৰ্ত্তি দি কয় যে— "মোৰ গিৰিধাৰী লালক আজি তোমাৰ পবিত্ৰ হাতত সপিলো। তোমাৰ ঐকান্তিক পূজাত ভাৰত মন্দিৰত কৃষ্ণপ্ৰেমৰ অখণ্ড প্ৰদীপ জ্বলি উঠক। সেই অখণ্ড প্ৰেম-প্ৰদীপ শিখাৰ পোহৰেৰে ভাৰত ভূমি পোহৰ হব। তোমাৰ কণ্ঠৰ সুৰ ধ্বনিয়ে বোৱাই আনিব ভাৰতভূমিলৈ প্ৰেমৰ অলকানন্দা। তুমি সিদ্ধা যশস্বিনী হবা।"

তৃতীয় আৰু চতুৰ্থ দৃশ্যত মীৰাই কৃষ্ণ প্ৰেমত একান্ত হৈ নাচে আৰু গীত গায়। গধুলি

মীৰাৰ মন্দিৰৰ নাটঘৰত হোৱা আৰতি, নৃত্য, ভজনৰ সুখ্যাতি দেশ বিদেশলৈ বিয়পি পৰে। এনে গধুলিৰ নৃত্য ভজন উপভোগ কৰি এদিন চিতোৰৰ অধিপতি ভোজৰাজে ৰাজলক্ষী ৰূপে মীৰাক হীৰাৰ আঙঠি পিন্ধাই পত্নীৰূপে বৰণ কৰে। প্ৰথম অঙ্কৰ পঞ্চম দৃশ্যত ঘোষকে ঘোষণা কৰে যে—যথা সময়ত শুভদিন শুভলগনত বিবাহ মহোৎসৱ সমাধা কৰি ৰাজদম্পতি চিতোৰলৈ উলতি যায়। ৰাজমাতৃয়ে ৰাজবধুক শিৰত মুকুত পিন্ধায় মঙ্গল বাদ্যৰে ৰাজগৃহলৈ আদৰি নিয়ে। মঙ্গল চৰণ গীত বাজি উঠে

**জয় জয় মঙ্গলময় শুভ মঙ্গল বাজে**
**নৱ জীৱনৰ হৰ্ষ গান**

দ্বিতীয় অঙ্গত চিতোৰৰ ৰাজউদ্যানত মীৰাৰ উদাসী হিয়া স্বামীৰ পৰিচাৰ্য্য পায়ো বিষাদেৰে আৱৰা। অৱশেষত চিতোৰৰ ৰাণা ভোজৰাজে ৰাজ কাৰেঙৰ ওচৰত উদ্যানৰ মাজত গিৰিধাৰী লালৰ মন্দিৰ গঢ়ি তোলে। লগতে বিস্তৃত নাটঘৰ, অথিতিশালা। মীৰাৰ পিতৃ গৃহৰ গিৰিধাৰী লালে সুবৰ্ণ সিংহাসনত স্থাপিতহৈ হাঁহি থাকে। ভোজৰাজে নিজে বীণা বজায় আৰু মীৰাই একান্তমনেৰে গিৰিধাৰী লালৰ ভজন কীৰ্ত্তন কৰে।

২য় অঙ্ক ৰ তৃতীয় দৃশ্যত: যুবৰাজ বিক্ৰমজিৎ আৰু কুলপুৰুহিতে মন্ত্ৰণা কৰি মীৰাক বিষযুক্ত দুগ্ধ, কালসৰ্প মেলিদি মৰাৰ চেষ্টা কৰিও কৃষ্ণ ভক্তাক অন্যায় কৰিব নোৱাৰিলে।

২য় অঙ্কৰ ৬ষ্ঠ দৃশ্যত ভবানী মন্দিৰলৈ ৰাজমাতাই মীৰাক মাতি নিব নোৱাৰি অভিমানী হয়। শেষত সপ্তম দৃশ্যত ৰাসপূৰ্ণিমাৰ নিশা স্বদ্মবেশেৰে দিল্লীৰ সম্ৰাট আকবৰ আৰু তানসেনে মীৰাবাঈৰ ভজন শ্ৰৱণ কৰে আৰু শেষত বিগ্ৰহৰ আগত সুদীৰ্ঘ মুক্তামালা প্ৰদান কৰে। ফলে বিপৰীত ৰূপ ললে। এই মুক্তামালাই কাল হ'ল। ভোজৰাজে মীৰাক সন্দেহ কৰি মীৰাক চিতোৰৰ ৰাজকুলৰ পৰা ত্যাগ কৰে আৰু বিক্ৰমসিংহই গিৰিধাৰী লাল মুৰ্ত্তি নি পৰ্ব্বতৰ ওপৰৰ পৰা যমুনা পানীলৈ দলিয়ায় দিয়ে। মীৰা বায়ো বিক্ৰমজিতৰ পিচে পিচে গৈ যমুনাত জাপ দিয়ে আৰু সেই ৰাতিয়েই কামানেৰে বিধৰ্ম্মীৰ প্ৰবেশত অশুদ্ধ হোৱা গিৰিধাৰী লালৰ মন্দিৰ ধ্বংশ কৰি পেলায়। কুম্ভ ভোজে মোগলৰ লগত জীৱনৰ মায়ামোহ এৰি উন্মাদৰ দৰে যুঁজি প্ৰাণ এৰে। সময়ৰ চকৰি ঘুৰে। মীৰাহীন চিতোৰ অশান্তিয়ে ঘেৰি ধৰে।

তৃতীয় অঙ্কত, যমুনাৰ পাৰৰ বালিচৰৰ পৰা সুন্দৰ যুৱকে মীৰাক তুলি আনি শ্ৰীকৃষ্ণ

লীলা নিকেতন বৃন্দাবনলৈ গিৰিধাৰী লালে মাতিছে বুলি পথ নিৰ্দ্দেশ কৰে। শ্যাম সুন্দৰক আকুলি-ব্যাকুলি বিচাৰি ভজন কীৰ্ত্তন কৰি কৰি বৃন্দাবনৰ লতাকুঞ্জৰ আঁৰে আৰে মীৰাই বনমালিক বিচাৰি ফুৰে।

দ্বিতীয় দৃশ্যত, ধ্যান সমাহিত মীৰাই দুভাগ নিশা সমাধি স্বপ্নত, প্ৰেমনদীৰ পাৰত প্ৰিয়তম শ্যামসুন্দৰ গিৰিধাৰী লালক দেখা পালে, যি নিৰ্দ্দেশ দিলে, 'তোমাৰে মোৰে মিলন হ'ব। মোৰ প্ৰিয়পুৰী দ্বাৰকাধামলৈ যোৱা'। "পৰম ভক্ত জীৱ গোস্বামীয়ে তোমাক বাটৰ সন্ধান দিব" বুলিও ইঙ্গিত কৰে।"

শেষত দ্বাৰকাপথত মীৰাদেবী জীৱ গোস্বামী আদি সঙ্গীবৃন্দৰে আগবাঢ়োতে বিক্ৰম সিংহই মীৰাক হত্যা কৰিবলৈ সন্মুখলৈ আহে আৰু মীৰাৰ ভায়েক জয়মলে আগভেটি বাধা দিয়ে। মীৰাই দুয়োৰে মাজত থিয় হৈ জনায় যে, ৰাণা বিক্ৰম তুমি মিছাতেই ভয় খাইছা। মই চিতোৰ বা মেড়তা কোনো ৰাজ্যলৈ অহা নাই, মই আহিছো দ্বাৰকালৈ। সৰ্ব্বত্যাগিনী মীৰাৰ একোৰে প্ৰয়োজন নাই। চিতোৰবাসী, মেড়তাবাসীৰ প্ৰতি প্ৰণাম জনাই তেওঁ নিজঘৰলৈ বুলি দ্বাৰকা-পতি মন্দিৰলৈ গমন কৰে। য'ত প্ৰকৃতি সাগৰে ভক্ত মীৰাক আহ্বান জনায় আৰু আদৰ কৰে।

সময় বাগৰে। বিক্ৰমজিতৰ মৃত্যুৰ পিচত উদয় সিংহ চিতোৰৰ ৰাণা হয়। মীৰাৰ কাহিনী ঘৰে ঘৰে বিয়পি পৰে। উদয় সিংহ, মীৰাৰ ককায়েক জয়মল, নতুন পুৰোহিত সকলোৱে মীৰাদেবীক অনুনয় কৰে চিতোৰ ৰাজ্যলৈ উলতি যাবলৈ, যি চিতোৰে এদিন মীৰাক গৃহত্যাগিনী কৰি বহিস্কাৰ কৰিছিল।

সেই চিতোৰলৈ পুনৰ নিমন্ত্ৰণৰ পৰিহাসৰ কথা ভাবি, গীত গাই গাই মীৰাই দ্বাৰকাপতিৰ মন্দিৰত প্ৰবেশ কৰে। মীৰাক বিদায় দিবলৈ হেজাৰ হেজাৰ জনতা মন্দিৰ প্ৰাঙ্গণত সমবেত হয়। ঘোষকৰ ঘোষণাৰ পৰা বুজা যায় যে মীৰাৰ প্ৰবেশৰ লগে লগে মন্দিৰৰ দুৱাৰ বন্ধ হৈ যায়। অলপ সময়ৰ পাচত গীত মহোৎসৱৰ ধ্বনিৰে মন্দিৰ ৰজন জনাই উঠে। পূজাৰীয়ে সচকিতে সেই ধ্বনি শুনে। মন্দিৰৰ ভিতৰত বিগ্ৰহৰ সন্মুখত মীৰাই আকুল ভাৱে কান্দি উঠে। কান্দি কান্দি প্ৰাৰ্থনা কৰে।

ভক্তৰ চকুপানী দেখি ভক্তবৎসল কল্পতৰু আসন টলিল। শতবিজুলীৰ প্ৰভাৱেৰে আলোকিত হৈ উঠিল মন্দিৰৰ আভ্যন্তৰ। মহাৰাস মহোৎসৱৰ গীতবাদ্য দুন্দুভি বাজি উঠিল। অৱশেষত দুই বাহু মেলি সপ্ৰেম নয়নেৰে মীৰাক মাতিলে, 'আহা প্ৰিয়া'। কোটি জনমৰ অনন্ত তৃষ্ণা কাতৰ, তন্ময়, বাহ্যজ্ঞান শূন্যা মীৰা আগবাঢ়িগৈ চিৰসুন্দৰৰ

প্ৰসাৰিত বাহুৰ মাজত সোমাই গাঢ় আলিঙ্গনেৰে বিলীন কৰি দিলে পৰম সত্ত্বাৰ লগত ক্ষুদ্ৰ জীৱাত্মা। ধ্যান ধ্যেয়ৰ লগত সমাহিত হ'ল। আকাশৰ পৰা পুষ্পবৃষ্টি হ'ল দুন্দুভি ধ্বনিত হ'ল।

মন্দিৰৰ দুৱাৰ ভাঙিলত দেখা গ'ল মীৰা দেবীৰ মলিন বস্ত্ৰৰ অঞ্চল হাঁহিৰে উপচিথকা বিগ্ৰহৰ শৰীৰত মেৰখাই আছে। পূজাৰীয়ে জয়ধ্বনি দিলে। জয় জয় যদুপতি ৰাধাৰাণী কি জয়। জনতাই লগে লগে জয়ধ্বনি দিলে। বৃদ্ধ পূজাৰীয়ে বুজাই দিলে যে গোবিন্দজীৰ গোলোক ধামলৈ তেওঁ গুছি গ'ল। মীৰাৰ মলিন শাৰীৰ অঞ্চল বুকুত সাৱতি লৈ যদুপতিয়ে নিজেই হাঁহি হাঁহি সেই কথাৰেই সাক্ষী দিছে।

মীৰা ভজনৰ শেষ ধ্বনিয়ে উদয় সিংহ তথা বিশ্ববাসীক মীৰা ভক্তিৰ অপূৰ্ব্ব ৰেশ প্ৰদান কৰি অমৰ সঙ্গীত সুধা জগতবাসীলৈ থৈ গ'ল। জনতাৰ মীৰাৰ জয়ধ্বনিতে নাটকৰ যবনিকা পৰিছে।

নাট্যকাৰ নলিনীবালা দেবীৰ প্ৰকাশিত চাৰিখন নাটিকাৰেই নাটকীয় বৰ্ণনাত কাব্যজ্ঞানৰ লগতে ঘটনাৰ বৈচিত্ৰতাৰ অনুভূত হয়। প্ৰকৃত পক্ষে এই দুই ভিন্নধৰ্ম্মী অনুভৱেই জন্ম দিয়ে একোখন উত্তম নাটৰ।

নাট্যকাৰৰ কাব্যিক অনুভূতি হৈছে নাটকৰ এক অনন্য মূল সম্পদ। নলিনীবালা দেবীৰ নাটক সমুহত তেখেতৰ সুগভীৰ কাব্যিক পৰশে সংলাপ গাঁথনি সবল কৰি তোলাৰ লগতে শব্দ শৃংখলৰ ধ্বনি সুমধুৰ কৰি তুলিছে। তেখেতৰ পৌৰাণিক গ্ৰন্থ ভাগৱৎ গীতা আৰু সংস্কৃত শাস্ত্ৰৰ ওপৰত থকা গভীৰ জ্ঞানৰ প্ৰভাবতে নাটক ৰাজিৰ মাজত সুন্দৰ সংস্কৃত, অপভ্ৰংশ, তৎসম, তদ্ভৱ শব্দৰ সুপ্ৰয়োগ হোৱা পৰিলক্ষিত হয়।

পাৰিজাত অভিষেক নৃত্য নাটিকা খনিৰ বাদে বাকী তিনিখন নাটিকা প্ৰহ্লাদ, শেষপূজা, মীৰাবাঈ (নাটক)ৰ বিষয়বস্ গুৰুত্বপূৰ্ণ হোৱাৰ লগতে চৰিত্ৰ সমূহে দাঙি ধৰা সংঘাত সমূহো আবেদনময় হৈ উঠাৰ বাবে নাট্যকাৰৰ নাটৰচনা উৎকৃষ্ট পৰ্য্যায়ৰ হৈছে। যাৰ বাবে নাট কেইখন অনাতাৰৰ যোগেদি প্ৰচাৰ আৰু মঞ্চস্থ হৈ ৰাইজৰ সমাদৃত হৈছে। নাটকৰ অন্তৰ্ভূক্ত গীত আৰু নৃত্যাংশই মানুহৰ হৃদয়ৰঞ্জিত কৰি বহুলভাবে সমাদৃত হৈ উঠিছে।

"মীৰাবাঈ" নাটৰ অন্তৰ্ভূক্ত ভজন গীত সমুহ, মূল মেৱাৰৰ "ৰাজস্থানী" প্ৰলেপ সনা হিন্দী শব্দাৱলী সনিবিষ্ট হোৱাৰ বাবে ইয়াৰ চিত্ৰধৰ্ম্মীতা, পৰিবেশ প্ৰদৰ্শন অসমীয়া কথন ভঙ্গীৰ মাজতো প্ৰকটহৈ উঠিছে. সেই দৰে সুস্পষ্ট হৈ উঠিছে "শেষপূজা" নাটকত বৌদ্ধৱলম্বী ৰাজ্যৰ ছবি।

'শেষপূজা, প্ৰহ্লাদ, মীৰাবাঈ তিনিওখন নাটকেই অন্তৰ্দ্বন্দ বিশ্লেষণ কৰি ৰছিত হোৱাৰ বাবে উচ্চমান বিশিষ্ট হৈছে।

উচ্চ শ্ৰেণীৰ নাটকত ছয়ৰিপু আৰু মানুহৰ প্ৰবৃত্তি সমূহৰ মাজত সামঞ্জস্য থকা দেখা যায় যেনে—বিদ্বেষ, জিঘাংসা, লোভ আদিৰ সৈতে সাহস, প্ৰত্যুৎপন্নমতি, অধ্যৱসায় গুণ ইত্যাদি একোটা চৰিত্ৰৰ ওপৰতেই জাপি দিয়া দেখা যায়। নলিনীবালা দেবীৰ নাটিকা কেইখনৰ "প্ৰহ্লাদ" শ্ৰীমন্তিকা, মীৰাবাঈ এনে চৰিত্ৰৰ প্ৰতিভূ।

বৈসাদৃশ্য প্ৰবৃত্তিৰ চৰিত্ৰ সমুহ একত্ৰিত কৰি ৰচনা কৰা নাটেই উচ্চমানৰ বুলি ধৰা হয়, য'ত বিষয় বস্তুৰ সৈতে অন্তৰ্দ্বন্দও জড়িত হৈ পৰে, এনে কথাৰ প্ৰতি দৃষ্টি ৰাখিও হয়তো নাট্যকাৰে প্ৰহ্লাদ, শেষপূজা, মীৰাবাঈ আৰু পাৰিজাতৰ অভিষেক নাটসমূহৰ নাট্যৰূপ প্ৰদানত বৈসাদৃশ্য প্ৰবৃত্তিৰ চৰিত্ৰ অঙ্কণ কৰিছে।

পাৰিজাত অভিষেক (শিশু গীতি নাটিকা) খনি নাট্যকাৰে অসমীয়া নাট্য সাহিত্যত চতুৰ্থ দশকত কীৰ্ত্তিনাথ বৰদলৈ আৰু মুক্তি নাথ বৰদলৈ দেৱে ৰচনা কৰা 'বাসন্তীৰ অভিষেক', 'লুইত কোঁৱৰ', 'সুৰ বিজয়', আৰু 'মেঘালী' শিশু গীতি নাটিকাৰ আৰ্হিৰে ৰচনা কৰিছে, য'ত নাট্যকাৰৰ কল্পনা পখীয়ে শিশু সুলভ সাম্ৰাজ্যৰ যোগেদি সৰগ-মৰতৰ সংযোগ সাধন কৰি এটি গীতি মুখৰ ৰচনা শৈলীৰে ধৰণী ধুনীয়াকৈ সজাই পৰাই তুলিবলৈ চেষ্টা কৰিছে। নাটখনি শিশু উপযোগী হলেও বয়স্কজনৰ মনোৰঞ্জনৰো যথেষ্ট সমল আছে।

নাটকখনিত বাহ্য সংঘাটৰ আবেদন নাই, অন্তমুখী ভাবৰহে আবেদন আছে। ভাব, সুকুমাৰ কল্পনা আৰু ছন্দৰ লালায়িত গতিৰে গীত বোৰক সাহিত্যিক সৌন্দৰ্য্য দান কৰাৰ লগতে ৰচনাৰ ঠাচত স্বকীয় বৈশিষ্ট বিদ্যমান। য'ত নাট্যকাৰৰ অৰূপ দেশৰ ৰূপৰ সতে খেলাৰ মানসিক আকৰ্ষণ অনুভূত হয়।

নলিনীবালা দেবীক ভাৰতবৰ্ষতেই নহয় বিশ্বৰ দৰবাৰতো প্ৰাথমিক [illegible]ায়ৰ নাট্যকাৰ ৰূপে অভিহিত কৰিব পৰা যায়। ৰহস্যবাদী কবি নলিনীবালা দেবীয়ে অসমীয়া কাব্য গগনৰ লগতে নাটক সাহিত্যৰ গগনকো ৰমক জমককৈ সজায় শুৱনী কৰি তুলিলে।



# নলিনীবালা দেৱীৰ অপ্ৰকাশিত নাটকাৱলী ঃ এটি পৰিচয় জ্ঞাপক সমীক্ষা

ত্ৰৈলোক্য ভট্টাচাৰ্য্য

অসমীয়া সাহিত্যৰ ইতিহাসত নিৰ্দ্দিষ্ট আসন অলঙ্কৃত কৰি থকা কবি নলিনীবালা দেৱীক সোঁ-শৰীৰেৰে মাথোন এবাৰ দেখাৰ আমাৰ সৌভাগ্য ঘটিছিল। পঞ্চাশৰ দশকৰ শেষ বছৰ। "সাগৰ দেখিছা"ৰ প্ৰখ্যাত কবি দেৱকান্ত বৰুৱাৰ বিখ্যাত কলঙৰ পাৰত বহিছিল অসম সাহিত্যসভাৰ নগাঁও অধিবেশন। সাহিত্য-সভা তেতিয়াও "বৰসবাহ" হোৱা নাই, অনুষ্টুপীয়া আই-সকাম হৈয়ে আছে আৰু আমিও হৈ আছোঁ মাথোন স্কুলীয়া জীৱন শেষ কৰা চেঙেলীয়া। সম্পূৰ্ণ অপ্ৰত্যাশিতভাৱে, আনকি সেইখন যে সাহিত্য-সভা সেইকথা নজনাকৈয়ে গৈ কলংপাৰ ওলাইছিলোঁগৈ। অবাক বিস্ময়েৰে দেখিছিলোঁ পঢ়াশালীত আমি পঢ়া আৰু শিক্ষকৰ ডাবি-হুকি-ককৰ্থনা পাই থকা গদ্য-পদ্য আদিৰ স্বনামধন্য লেখক বহুজন একেঠাইতে বহি আছে—বিহগী কবি ৰঘুনাথ চৌধুৰীৰ পৰা ওমৰ খৈয়ামৰ কবি যতীন্দ্ৰনাথ দুৱৰালৈ, "গড়গাঁও গড়গাঁও কথা শুনি তল যাঁও"ৰ কবি বিনন্দ চন্দ্ৰ বৰুৱাৰ পৰা "কবিৰ স্থান"ৰ কবি ৰত্নকান্ত বৰকাকতিলৈ, "কোঁৱৰ বিদ্ৰোহ"ৰ সূৰ্য্যকুমাৰ ভূঞাৰ পৰা "জীৱনৰ বাট"ত লগপোৱা বিৰিঞ্চিকুমাৰ বৰুৱা (বীণা বৰুৱা)লৈ, "কনৌজকুঁৱৰী"ৰ নাট্যকাৰ অতুলচন্দ্ৰ হাজৰীকাৰ পঁৰা অপেক্ষাকৃতভাৱে "নতুন পুৰুষ" "এজনী নতুন ছোৱালী" খ্যাত চৈয়দ আব্দুল মালিকলৈ—অসমীয়া সাহিত্যৰ ৰথী-মহাৰথী সকল। সকলো পুৰুষ। কেইকুৰিমান দৰ্শকৰ মাজতো আঙুলীৰ মুৰতে লেখিব পঁৰা আছিল তিৰোতাৰ সংখ্যা। তেনে এখন সমাজত পুৰুষৰ সৈতে সমানে ফেৰ মাৰি মঞ্চৰ আঁগশাৰীত বহি আঁছিল মাত্ৰ এগৰাকী তিৰোতা। ষাঠিৰ বয়সে গৰকা শান্ত-সৌম্য-সমাধিস্থ, বৈধব্যব্ৰতাচাৰিনী "মহাশ্বেতা" সেইগৰাকী আছিল "জনমভূমি" কবিতাৰ কবি নলিনীবালা দেৱী। দেখাৰ লগে লগেই মনত পৰি গৈছিল কবিতাটোলৈ—"মেলিলোঁ প্ৰথম চকু তোমাৰ কোলাতে শুই জীৱনৰ শেষ সন্ধিয়াত..."

মহান সাহিত্যিকসকলক জীৱন্তৰূপত দেখি আমি সেইদিনা বৰ অভিভূত হৈছিলোঁ। ইতিহাস স্বচক্ষে দেখাৰ গৌৰৱেৰে আঁজিও সেই কথা সুঁৱৰিছোঁ—নলিনীবালা দেৱীৰ অপ্ৰকাশিত ৰচনাৱলীৰ পাণ্ডুলিপি আঁগতলৈ।

অতীন্দ্ৰীয়বাদী কবি হিচাপে বিশেষভাৱে চিহ্নিত যদিও জীৱনী-আত্মজীৱনী, প্ৰৱন্ধ-নাটক, নৃত্য নাটিকা-আলেখ্য আদি গদ্য-পদ্যময় ৰচনাৰেও অসমীয়া সাহিত্যক সমৃদ্ধ কৰা কবি নলিনীবালা দেৱীৰ যথেষ্ট সংখ্যক ৰচনা আজিকোপতি অপ্ৰকাশিত হৈ থাকিব লগা হোৱাটো দুৰ্ভাগ্যজনক কথা। ১৮৯৮ চনত জন্মা আৰু ১৯৭৭ চনতে জীৱনৰ নাট সামৰা কবিগৰাকী সম্পূৰ্ণকৈ আজিও আৱিস্কৃত হ'বলৈ বাকী থকাটো সঁচাকৈয়ে আচৰিত হ'ব লগা কথা। ততোধিক আচৰিত আৰু দুখৰ কথা "মহিলা কবি"ৰ ৰচনাৱলী "মহিলা-লেখিকা"ৰ অনুষ্ঠানেহে প্ৰকাশ কৰিব এনে ধৰণৰ বতৰা। "পুৰুষ শাসিত" সাহিত্যৰ বৰসবহুৱা অনুষ্ঠানে বহু আগতেই এনে দায়িত্ব পালন কৰিব নোৱাৰাৰ যুক্তি কি থাকিব পাৰে ?

নাটকসমূহকে ধৰি কবিৰ এই অপ্ৰকাশিত ৰচনাৱলী সম্বন্ধে ১৯৭৯ চনতে প্ৰকাশিত স্মৃতিগ্ৰন্থ "নলিনীবালা দেৱী"ত নন্দ তালুকদাৰৰ দৰে বিশিষ্ট গবেষক পণ্ডিতে কিছু কথা কৈছিল। তেতিয়াই তেখেতে এই অপ্ৰকাশিত ৰচনাৱলী প্ৰকাশৰ প্ৰয়োজনৰ গুৰুত্ব দোঁহাৰিছিল যদিও বৰ্ত্তমানলৈকে ইয়াৰ বিচ্যুতিয়ে আমাৰ জাতীয় দৈন্য-দুৰ্ব্বলতা লুকুৱাব নোৱাৰাকৈ উদঙাই দেখুৱাইছে। বিচ্যুতিৰ কথা মনত পেলোতেই মনলৈ আহিছে সময়ৰ লগে লগে মানুহৰ চিন্তা-ভাৱনাৰ ৰূপ, ভাৱ-ভাষাৰ গঢ় আৰু আদৰ্শ-নীতিৰ চানেকিৰ পৰিবৰ্ত্তন হয়। আৰু সেই পৰিবৰ্ত্তনৰ চাকনৈয়াত একালৰ অমূল্য শিল্প-কৰ্ম্মৰো মূল্যৰ হেৰফেৰ হয়। এই দৃষ্টিকোনলৈ লক্ষ্য কৰি ক'ব পাৰি নলিনীবালা দেৱীৰ এই অপ্ৰকাশিত ৰচনাৰাজি সমসাময়িক যুগত যিমান "দামী" আছিল আজি আমাৰ চকুত সিমান দামী নহ'বও পাৰে। ইয়াৰ বাবে কিন্তু স্ৰষ্টাজন দায়ী নহয়, পৰিবৰ্ত্তনশীল আমাৰ মন দায়ী, মানসিকতা দায়ী, সময়ৰ কাম সময়ত কৰিব নোৱাৰা আমাৰ দায়িত্বহীনতা দায়ী। "সোণ চিৰদিন সোণেই" বোলা সূত্ৰেৰে আত্মসন্তুষ্টি লাভ আমি কৰিব নোৱাৰো যিহেতু পৰিধানৰ ৰীতিয়েই যদি পৰিত্যক্ত হয় সোণৰ অলঙ্কাৰৰ মূল্য আৰু থাকিব কি ? একালত ৰৌজাল হৈ থকা "পদ-দুলৰী-ছবি"ৰ ছন্দময় কবিতা, অঙ্কীয়াভাওনাৰ গীতপদ নাটক, যাত্ৰা-থিয়েটাৰৰ অমিত্ৰাক্ষৰ ছন্দৰ নাটকাৱলীৰ দাম বৰ্ত্তমানৰ "অত্যাধুনিক" শ্ৰোতা-দৰ্শকৰ চকুত কিমান দামী ?

এনে উত্থান-পতনৰ চাকনৈয়াত আমাৰ ভাষা-সাহিত্যৰ বিভিন্ন স্তৰ, কিমান মূল্যৱান সৃষ্টি "আবর্জনা"ত পৰিণত হ'ল তাৰ হিচাপেইনো ৰাখে কোনে ?

দৃষ্টিভঙ্গীৰ এই পৰিবৰ্ত্তনৰ কথা মনত ৰাখি কবি নলিনীবালা দেৱীৰ অপ্ৰকাশিত ৰচনাৱলীৰ আমি পাত লুটিয়াও। আমাৰ হাতত আছে নিম্নোক্ত ৰচনাকেইখন— (১) অসম-আঁউসী (২) নেতাই ধুবুনীঘাট (৩) ৰাম-বনবাস (৪) বাসৱদত্তা বা নৱজন্ম (৫) হোলি (৬) পুঁৱতিপোঁহৰৰ কঁপনি (৭) মন্দাকিনী (৮) নিৰ্ম্মালী (৯) মহাদান (১০) বাসৱদত্তা (কাহিনী কবিতা) (১১) কুৰুক্ষেত্ৰৰ সমৰ শেষত (১২) মহিষাসুৰমৰ্দ্দিনী (১৩) পৰাজয়, আৰু (১৪) স্বপ্নৰূপ।

নলিনীবালা দেৱীৰ পুথিৰ আকাৰত ছপা হৈ ওলোৱা নাটিকা আদিতকৈ অপ্ৰকাশিত অৱস্থাত থকা ৰচনাৰ সংখ্যাই সৰহ। এই অপ্ৰকাশিত ৰচনাৰাজি ছপাৰ আখৰত দেখিবলৈ কবিয়ে বৰ আশা কৰিছিল। "ৰচনাবিলাক ছপাবৰ কাৰণে প্ৰকাশকসকলৰ ঘৰে ঘৰে কবি ঘুৰি ফুৰিছিল আৰু প্ৰায়েই বিফল হৈ ভগ্নহৃদয় লৈ ক্লান্তিৰে উভতি আহিছিল"। তেখেতৰ ইচ্ছা আছিল "ৰপ-ৰেখা" নাম দি সৰু সৰু নৃত্য-নাটিকা কেইখন পুঁথিৰ আকাৰত প্ৰকাশ কৰাৰ, কিন্তু মনৰ আঁশা মনতে মাৰ গ'ল। এই "ৰূপ-ৰেখা"ৰ ভিতৰত কবিযে সামৰিছিল আমাৰ হাতত পৰা "স্বপ্নৰূপ", "পৰাজয়", "ৰাম-বনবাস", "নৱজন্ম বা বাসৱদত্তা", "মহিষাসুৰমৰ্দ্দিনী", "হোলি", "নেতাই ধুৱনীঘাট" আৰু "অসম-আঁউসী"। ইয়াৰেই অন্তৰ্গত আমাৰ হাতত নপৰা "সত্যাগ্ৰহী জয়মতী" আৰু "জন্মাষ্টমী"। ড. অনিমা ভঁড়ালী আৰু নন্দ তালুকদাৰে ১৯৭৯ চনতে উল্লেখ কৰা "মেঘদূত", "মীৰাবাঈ", "সন্ধীয়াৰ সপোন পৰস", "জোনাকী স্বপ্ন সুৰভি", "সাঁজৰ পূৰৱী", "মানস ধৰ্ম্ম", "নাৰদীয় ভক্তিসূত্ৰ", "পাৰিজাত অভিষেক", "প্ৰহ্লাদ", "শেষ পূজা" (তিনিওখন শিশু নাটিকা) আদি নিশ্চয় সমগ্ৰ ৰচনাৱলী প্ৰকাশৰ আঁচনিত অৰ্ন্তভূক্ত হ'ব। আন নহ'লেও বৈষ্ণৱ ধৰ্ম্মৰ মূল ভেটি "নাৰদীয় ভক্তিসূত্ৰ"ৰ (দহোটা অধ্যায়ত ৰচিত চাৰিকুৰি সংস্কৃত শ্লোকৰ অসমীয়া ভাঙনি) দৰে আপুৰুগীয়া সম্পত্তি কিয় অসমৰ ধৰ্মজ্ঞ পণ্ডিত/ধৰ্মানুষ্ঠানৰ বাবেও "আবৰ্জনা" বুলি আজিও পৰিগণিত হৈ আছে ভাবি এই লেখক হতবাক হৈছে। 'ভক্তি-বেদান্ত বুক ট্ৰাস্টে' ইংৰাজীত অনুবাদ কৰা "নাৰদ ভক্তিসূত্ৰ" খন হাতৰ কাষতলৈ বহুত দিনৰ পঁৰা আকাশ পাতাল ভাবি থকাৰ সময়তে এই লেখকে গম পালে আইতা নলিনীবালা দেৱীয়ে তাক কোন কাহানিবাই অসমীয়ালৈ অনুবাদ কৰিলে।

আমাৰ হাতত পৰা ৰচনা কেইখনৰ পৰিচয় সাধাৰণভাৱে এনেধৰণৰ—

"অসম-আঁউসী"—বুৰঞ্জীমূলক নাটক। ১৯৪৪ চনতে জুমুঠিটো কলিকতাত বান্ধিছিল যদিও ১৯৭৪ চনতহে যুগুতাই উলিয়াইছিল বুলি আগকথাত কোৱা হৈছে। "সুকবি দণ্ডিনাথ কলিতাদেৱৰ "অসম-সন্ধ্যা" নামৰ কাব্যখনি পঢ়ি চৰিত্ৰবোৰত ৰূপ দিবলৈ মন যোৱাত নাটক লিখা অপৈনত হাতেৰেই চিত্ৰকেইটামান লেখি থৈছিলোঁ। হঠাতে চকুত পৰি গোটাই পিটাই ৰাইজৰ আগলৈ উলিয়াবলৈ মন কৰিলোঁ "বুলি কবিয়ে জনোৱা কথাতেই নাটক ৰচনাৰ মূল উৎস আৰু পটভূমি উপলব্ধি কৰিব পাৰি। (প্ৰকাশকৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰাৰ পাঁছতো ই "অপ্ৰকাশিত" হৈ ৰ'ল কিয় বুজিব নোৱাৰি)।

অসমৰ স্বাধীনতাৰ বেলিমাৰৰ কাহিনীটো লৈয়েই সাহিত্য-ৰথী লক্ষ্মীনাথ বেজবৰুৱাই "বেলিমাৰ" আৰু নকুলচন্দ্ৰ ভূঁঞাই "বদন বৰফুকন" পূৰ্ণাঙ্গ নাট ৰচনা কৰিছিল। ঔপন্যাসিক সম্ৰাট ৰজনীকান্ত বৰদলৈয়েও "ৰঙ্গিলী" উপন্যাসত তাহানিতেই সতাই-ৰঙ্গিলী হঁতৰ কথা কৈছিল। এই একে সাঁচেৰেই গঢ়া কাহিনীটো মাথোন তিনিটা অঙ্কতে নলিনীবালা দেৱীয়ে ইয়াত কৈছে। দেশ-হিতৈষী আৰু সোণৰ অসম গঢ়াৰ সপোন দেখা পূৰ্ণানন্দ বুঢ়াগোঁহাই আৰু মহাবলী বদন বৰফুকনৰ ফেৰিয়াফেৰি, তাঁৰ পৰিণামত অসমত মানৰ দিন, পূৰ্ণানন্দৰ মৃত্যু (নে আত্মহত্যা !), বদনৰ হত্যা ইত্যাদি সামৰা এই নাটক কবিৰ একমাত্ৰ বুৰঞ্জীমূলক নাটক। মীৰাবাঈৰ কাহিনীটো যদিও "বুৰঞ্জীমূলক" ভকতিৰ ৰসৰ প্লাৱনে, অলৌকিকত্বৰ আতিশয্যই তাক বুৰঞ্জীৰ পৰিবৰ্ত্তে ধৰ্ম্মমূলক আৰু পৌৰাণিক নাটকহে কৰি তোলাৰ বিপৰীতে "অসম-আঁউসী"ত এনে অতিশয়োক্তি নাই যদিও সতাইৰ বিৰহত ৰূপহীৰ পুৰুষ ভেশচনৰ পৰা মানদেশলৈকে ভ্ৰমিফুৰা ধৰণৰ কথা সংযোজিত হৈছে। অভাৱনীয়ভাৱে চুটি দৃশ্য বাদেই চলচিত্ৰতহে সম্ভৱ দৃশ্যান্তৰ, দৃশ্যপট আদিৰ বৰ্ণনাই কবিৰ নাটক ৰচনাৰ ক্ষেত্ৰত থকা অনভিজ্ঞতা স্পষ্টকৈয়ে প্ৰকাশ কৰিছে। চৰিত্ৰৰ বিকাশ বা কাহিনীৰ বিন্যাস সাধনত কবিয়ে মনোযোগেই দিয়া নাই। "বেলিমাৰ", "অসম-সন্ধ্যা", "বদন বৰফুকন" আদিৰ লগত "অসম-আঁউসী"ৰ তুলনামূলক বিচাৰ-বিশ্লেষণ সমালোচক পণ্ডিতসকলে বিস্তৃতভাৱে আগবঢ়োৱাৰ থল আছে।

"নেতাই ধুবুনী ঘাট"—বেউলা-লক্ষীন্দাৰৰ সেই প্ৰাণস্পৰ্শী কাহিনীটোৰ শেষৰ দৃশ্যাংশৰ "গীতি-নাট্য"। "ধুবুৰী"ৰ মাতৃ নেতাই ধুবুনীৰ কথাৰ ওপৰতহে গুৰুত্ব

দিছে কবিয়ে, বেউলা-লক্ষীন্দাৰৰ কাহিনীৰ ওপৰত নহয়। বিস্মৃতিৰ অভাৱত কৰুণ কাহিনীটো অব্যক্ত হৈয়ে ৰ'ল যদিও "নেতাই ধুবুনীৰ ঘাট" নামটোৰ মূল অৰ্থটো ব্যক্ত কৰাত লেখিকা সফল হৈছে।

**ৰাম-বনবাস**—মাথোন নটা দৃশ্যত ৰামক "ৰজা পতা"ৰ আয়োজনৰ পৰা ভৰত মিলনলৈ কাহিনীভাগ নাটকখনিত সামৰা হৈছে। চিৰাচৰিত কাহিনী-মন্থৰা-কৈকেয়ীৰ মন্ত্ৰণা, ৰামসীতা-লক্ষ্মণৰ অযোধ্যা-ত্যাগ, দশৰথৰ মৃত্যু, ভৰতৰ ভাতৃভক্তি ইত্যাদি সহজ-সৰল ভাৱ-ভাষাতে উপস্থাপন কৰা হৈছে—কোনো জটিলতা নাই, মানসিক দ্বন্দ সংঘাট নাই, চৰিত্ৰৰ-বিকাশৰ সুবিধা নাই। মাজে মাজে দৃশ্য একোটা ইমানেই চুটি কৰা হৈছে যে তিনিটা বাক্যতে এটা দৃশ্য শেষ। বনলৈ যাব খোজা দৃশ্যটো মাথোন দৃশ্যহে কথা-বচন একো নাই। শেষৰ দৃশ্য ভৰত-শত্ৰুঘ্নই ৰামৰ পাদুকা আনি সিংহাসনত থাপি আধুনিক যুগৰ মহাত্মা গান্ধীৰ ৰামধূন সঙ্গীত গাইছে—"ৰঘুপতি ৰাঘৱ ৰাজা ৰাম..."। "পুঁৱতি নিশাৰ কঁপনি" আৰু "ৰাম-বনবাস"ত গান্ধীৰ আদৰ্শৰ দ্বাৰা যে কবি প্ৰভাৱান্বিত স্পষ্টহৈ উঠিছে। জটিলতাৰ মাজলৈ যোৱাৰ মানসিক অৱস্থা যে কবিৰ নাছিল নাটকখন হাতত ল'লেই ধৰিব পাৰি। কবি কবিহে, নাট্যকাৰ নহয় এই কথাও প্ৰমাণ হৈ পৰে। নিতান্ত দায়ত পঁৰি (হয়তো শিশুৰ বাবে প্ৰয়োজনলৈ চাই) কবিয়ে এনে ৰচনাত হাত দিছিল।

**বাসৱবত্তা বা নৱজন্ম**—প্ৰথমে "নাটিকা-আলেখ্য" বুলিছে যদিও প্ৰথম দৃশ্যৰ আগত লেখা হৈছে "কাব্য-আলেখ্য"। অপ্ৰকাশিত কাব্যখনকে (আমাৰ হাতত পৰা) নাটিকা কৰিছে যদিও কাব্যৰ ভাৱ ভাষাৰ পয়োভৰ আৰু বাহুল্যৰ দিশৰ পৰা চালেই কিঞ্চিৎ নিম্নগামী, কিন্তু "অসম-আঁউসী", "নেতাই ধুবুনি ঘাট" আৰু "ৰাম-বনবাস"তকৈ ই অধিক উন্নত আৰু ৰসঘন। "শেষ পূজা" আৰু "বাসৱদত্তা"ৰ পৰা ভগৱান বুদ্ধ আৰু তেওঁৰ ধৰ্ম্ম-দৰ্শন-আদৰ্শৰ প্ৰতি যে কবি অধিক আগ্ৰহীয়েই নহয় আসক্তাও স্পষ্ট হৈ পৰে। চতুৰ্থ দৃশ্যৰ "লগন উকলি গ'ল.." গীতে কলা-গুৰু বিষ্ণুৰাভাৰ গীতটিলৈ মনত পেলাই দিয়ে। (আটাইকেইখন নাটক-নাটিকা-আলেখ্যত সংযোজিত গীতসমূহ সম্বন্ধে সুকীয়াকৈ আলোচনাৰ থল আছে)। শিল্পী শ্ৰেষ্ঠী সুভদ্ৰৰ হত্যা অপৰাধত ৰাজদণ্ডৰ দ্বাৰা দণ্ডিতা মুমূৰ্ষ বাসৱদত্তাৰ সন্মুখত ভিক্ষু উপগুপ্তই দিয়া ধৰ্ম্ম-বাণীয়ে কবিৰ জীৱনাদৰ্শকে ৰূপায়িত কৰিছে।

**হোলি**—ফাকুৱাৰ "মধু মহোৎসৱৰ" কাব্যনাটিকা। দ্বাদশ শতিকাৰ কবি

জয়দেৱৰ "গীত-গোবিন্দ"ৰ প্ৰকাশ্য প্ৰভাৱ গীত আৰু কথাবস্তুৰ প্ৰতি ছত্ৰে ছত্ৰে অনুভৱ কৰিব পাৰি। ঘোষকৰ কথা নহয় যেন "গীত-গোবিন্দ"ৰ ৰচকেহে কথা কৈছে। "গীত-গোবিন্দ"ৰ প্ৰভাৱেৰেই নাটকৰ বিষয়বস্তু, প্ৰকৃতি আৰু "প্ৰকৃতিশ্বৰ"ৰ নৃত্যগীত-কথাৰ বৰ্ণনা। কবিত্বময়ী গুৰুগম্ভীৰ ভাষা "গীত-গোবিন্দ'ৰ মোহময়ী কথাৰ একে শাৰীৰেই সৃষ্টি। এই বিষয়ত কবিৰ শক্তি কিমান গাঢ় স্পষ্টকৈয়ে অনুভৱ কৰিব পাৰি। নাটকখনিত চৰিত্ৰ নাই মাথো ঘোষক, মাথো উপলব্ধি-অনুভূতি, মাথো ভাবাবেগ, ভাষাৰ লালিত্য আৰু মাধুৰ্য্য, বৰ্ণনাৰ পয়োভৰ আৰু প্ৰাচুৰ্য্য। শেষত চহীৰে ৰচনাৰ সময়-সীমা নিৰ্দ্ধাৰণ কৰিছে কবিয়ে—১৫/২/৬১। মাথোন দুখন নাটিকাতেই ৰচনাৰ সময় দিছে কবিয়ে—"অসম-আঁউসী" (১৯৪৪-৭৪) আৰু "হোলি" (১৯৬১)। "ফাকুৱা", "ফল্গুৎসৱ" বা "দৌলোৎসৱ" আদি অসমত সাধাৰণতে প্ৰচলিত নাম নিদি "সৰ্ব্বভাৰতীয়" আৰু জনসাধাৰণৰ "হোলি" নামকৰণ কৰাটো তাৎপৰ্য্যপূৰ্ণ কথা। "হোলি" এখন ভাৰতৰ সৰ্ব্বত্ৰ প্ৰচাৰিত হ'ব পৰা আৰু সমাদৰ লাভ কৰিব পঁৰা চৰিত্ৰ আৰু গুণৰ অধিকাৰী কাব্য-নাটিকা।

পুঁৱতি পোঁহৰৰ কঁপনি—"গল্প-নাটিকা" বুলি কৈ আন ঠাইত কোৱা হৈছে "সামাজিক-নাটিকা"। "গল্প-নাটিকা" এক নতুনৰ নামাকৰণ। ইয়াত আছে পোন্ধৰটি পুৰুষ আৰু পাঁচোটি নাৰী চৰিত্ৰ। কবিতা আৰু নৃত্য-নাটিকা আদিৰ গুৰুগম্ভীৰ ভাৱ-ভাষাৰ পৰিবৰ্ত্তে সামাজিক জীৱনৰ নাটৰ ভাৱ-ভাষা—যেন চৌপাশে দেখা মাটিৰ পৃথিৱীখনলৈ আকাশৰ পৰা নামি আহিছে কবি। দুষ্ট চৰিত্ৰৰ লোকে সৰল সহজ মানুহৰ জীৱন কেনেদৰে বিষময় কৰি তুলিছে আৰু তাৰ পৰা পৰিত্ৰাণৰ উপায় কি নদাই আৰু নিৰ্ম্মল চৌধুৰীৰ দৰে লোক, শেৱালীৰ দৰে অসহায়া গাভৰু আৰু জীৱনৰ দৰে সংস্কাৰক যুৱকৰ ভূমিকাৰে নাটকত বৰ্ণিত হৈছে। কবিয়ে দেখা সেই খন সমাজৰ পৰা বৰ্ত্তমানৰ পৃথিৱী অৱশ্যে বহুত দুৰ আগবাঢ়ি আহিল। কবিৰ আদৰ্শাত্মক চিন্তা প্ৰশংসনীয় হ'লেও সেই দুষ্ট চৰিত্ৰসমূহৰ সংখ্যা আৰু কাৰ্য্যকলাপ বৰ্ত্তমানে অধিক ব্যাপক হৈ পৰাৰ সময়, কবিৰ আশাবাদী-আদৰ্শবাদী ৰচনা আৰু চিন্তাই সমাজ-জীৱনত দকৈ শিপাই পেলোৱা এই কলুষ-কালিমা নিঃশেষ কৰিব পাৰেনে নোৱাৰে দৰ্শকৰ মনত সেই সমস্যাৰ উদয় হোৱা স্বাভাৱিক। সাৰ্ব্বজনীন চিন্তাৰ গাঢ়তাৰ অভাৱ আৰু সৰলীকৰণ দোষ-দুষ্ট হ'লেও "অতীন্দ্ৰীয়বাদী" বুলি কোৱা কবিগৰাকীৰ এই নাটকে কবিৰ সামাজিক দায়বদ্ধতাৰ দিশটো পৰিস্কাৰ কৰি

তুলিছে আৰু কবিৰ চিন্তা-ধাৰা, আদৰ্শবাদিতা আৰু বাস্তৱ দৃষ্টিভঙ্গীৰ উমান পাবলৈ এই নাটকত চকুথোৱা প্ৰয়োজন। পানী আনিবলৈ জাক পাতি যোৱা গাভৰু, থানালৈ যাবলগা হৈছিল কাৰণেই এঘৰীয়া কৰাৰ দৰে উক্তিয়ে তৃতীয়-চতুৰ্থ দৰ্শকৰ বিগত যুগটোৰ গাঁৱলীয়া জীৱন আৰু মানুহৰ অন্ধসংস্কাৰাচ্ছন্ন ৰূপটো প্ৰতিফলিত কৰিছে। চতুৰ্থ অঙ্ক চতুৰ্থ দৃশ্যলৈকে বিস্তৃত নাটকৰ কাহিনী।

**মন্দাকিনী**—"বিবিধ সুৰ আৰু কাহিনীভাগ" কবিতা আখ্যা দিয়া এই ৰচনাত আছে প্ৰায় কুৰিটা কবিতা আৰু পাঁচোটা "কাহিনী-কবিতা"। বিবিধ সুৰৰ কবিতাৰ ভাগটোত নতুন পুৰুষৰ প্ৰতি "উত্তিষ্ঠিত, জাগ্ৰত" ধৰণৰ আহ্বান, বিশালব্ৰতী-বিশাল তাপসীৰ লগতে সৰ্ব্বসাধাৰণলৈও "যুগৰ পাপৰ কৰা পৰাচিত জাতিৰ তৰুণ প্ৰাণ" বুলি সকিয়নী, "অসম-আকাশ ডাঁৱৰে আবৰা"ৰ প্ৰতি সচেতন কৰি পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতিৰ চিন্তা আৰু বৰ অসমক কূট-কৌশলেৰে খণ্ডিত কৰাৰ খেদ চিত্ৰিত হৈছে। হনুমানক শৌৰ্য্য, বীৰ্য্য, বীৰত্বৰ কথাৰে জপিয়াই সাগৰ পাৰ হ'বলৈ উদগোৱা চিন্তাৰে সমৃদ্ধ দেশপ্ৰেমমূলক কবিতাসমূহ। "মাক আৰু সোণ" আৰু "কাঁচিজোন" নামৰ শিশুৰ বাবে ৰচিত দুটা কবিতাও আছে এই বিবিধ সুৰভাগত। প্ৰশ্ন-উত্তৰেৰে ৰচিত ই কবিৰ শিশুমনৰ কৌতুহল ব্যক্তৰ লগতে তেওঁলোকৰ প্ৰতি থকা দায়িত্ব আৰু কৰ্ত্তব্যপালনৰ ইঙ্গিত সূচাইছে। "মইনা পাৰিজাত"ৰ গুৰিয়াল হিচাপে শিশু-নাট আদি ৰচনাত ব্ৰতীহোৱাৰ এইয়া হয়তো আছিল পূৰ্ব্বাভাষ। ৰচনাৰ সময় উল্লেখ নকৰাৰ কাৰণে কবি-হৃদয়ৰ জোঁৱাৰ-ভাটাৰ সময় নিৰূপণ সম্ভৱ নহয় যদিও ই হয়তো পঞ্চাশৰ দশকত বা তাৰ আগত (কিছু সংখ্যক তাৰ পাছত) ৰচা কবিতা।

"কাহিনী-কবিতা" পাঁচটা হ'ল "নিস্মালী", "মহাদান", "বাসৱদত্তা" (কাব্য-আলেখ্য), "কুৰুক্ষেত্ৰৰ সমৰ শেষত" আৰু "মহিষমৰ্দ্দিনী"। **"নিস্মালী"**ত ভগৱানৰ প্ৰকৃত ভক্তৰ প্ৰকৃতি আৰু মানুহেইযে "হৰিৰ ৰূপ" বৰ্ণিত হৈছে। "মহাদান"ত মহাৰাজ অশোকে নিজ পুত্ৰকন্যাক বুদ্ধৰ চৰণত দান কৰাৰ, প্ৰকৃত ধৰ্ম, পঞ্চশীল আদি নীতিৰ গভীৰ ব্যাখ্যাৰে বৌদ্ধধৰ্মৰ জয়গাথা উচ্চাৰিত হৈছে। "বাসৱদত্তা" এক সুদীৰ্ঘ কাব্য-আলেখ্য। বাসৱদত্তাৰ একে আখ্যানৰে নাটিকাও কৰা হৈছে যদিও এই কাহিনী-কবিতাৰ গাম্ভীৰ্য্যময় ভাৱ আৰু ভাষাৰ লালিত্য তুলনাহীন। "কুৰুক্ষেত্ৰ সমৰ শেষত" অন্ধ ধৃতৰাষ্ট্ৰ আৰু পত্নী গান্ধাৰীয়ে শতপুত্ৰ হন্তা পাণ্ডৱৰ অনুগ্ৰহত ৰাজপাট আৰু অন্ন খাই জীয়াই থকাৰ গ্লানি ভক্ত বিদুৰৰ দ্বাৰা ঘোষিত হৈছে।

ধৃতৰাষ্ট্ৰ গান্ধাৰীক সিংহাসন ত্যাগ কৰি জীৱন বিসৰ্জন দিবলৈ উদগোৱা চিন্তাই প্ৰকাশ কৰিছে ভগৱান কৃষ্ণৰ দ্বাৰা প্ৰতিষ্ঠাপিত তথাকথিত "ৰাম-ৰাজ্য" স্থাপনৰ আদৰ্শক কবি মনে মানি ল'ব পৰা নাই (স্বাধীনতাৰ পাছত দেখা বিৰূপ প্ৰতিক্ৰিয়াই হয়তো এইয়া)। প্ৰাচীন আখ্যান-উপাখ্যানৰ অন্তৰ্নিহিত আৰু আধুনিক অৰ্থব্যাখ্যাৰ দিশলৈ গতি কৰা যুগৰ উমান এই কাব্যত পাব পাৰি।

**মহিষাসুৰমৰ্দ্দিনী**—কাব্যৰ মূল "চণ্ডি"ৰ সেই প্ৰাচীন আৰু জনাজাত কাহিনী যদিও কবিৰ ভাষাই ৰোমাঞ্চকৰ ৰূপ ধাৰণ কৰিছে। কবি যে একমাত্ৰ বৈষ্ণৱাদৰ্শৰ প্ৰতিনিধি নহয় (স্মৃতিগ্ৰন্থত শ্ৰী শশী শৰ্ম্মাৰ উক্তিৰ বিপৰীতে) ভাৰতৰ সনাতনী ধৰ্ম্মসংস্কৃতিৰ প্ৰতিনিধিহে, কবিৰ ঘৰুৱাহী জীৱন (উপাসনা আদি) আৰু পাঞ্চৰাত্ৰ পদ্ধতিৰ বংশ পৰম্পৰাৰ ধৰ্ম্ম জীৱনেই সাক্ষী দিয়ে। "বাসুদেৱ"ৰ ভক্ত হৈও চীনাযুদ্ধৰ শেষ সময়ত "কামাখ্যা"ৰ নামলৈ জীৱন বিসৰ্জন দিবলৈ বোৱাৰী-জীয়াৰীক উদগোৱা কথাই ইয়াকেই প্ৰমাণ কৰে। এই কাহিনী-কবিতাতে কবি হিচাপে নলিনীবালা দেৱীৰ সাধনালব্ধ শক্তিৰ লগতে ভাৱভাষাৰ বিস্ময়কৰ যাদুকৰী ৰূপ প্ৰকাশ পাইছে। স্মৰণীয় কথা মহিষাসুৰমৰ্দ্দিনী কাব্য-নাটিকা বহুবছৰ অনাতাঁৰ কেন্দ্ৰৰ জৰিয়তে শাৰদীয় পূজাৰ অষ্টমীৰ দিনা প্ৰচাৰিত হৈ আহিছে।

**পৰাজয়**—মহাভাৰতৰ এটি কাহিনীৰ নৃত্য-নাটিকাৰূপ দিছে কবিয়ে। চিৰকুমাৰ ৰজা অধিৰথৰ যৌৱনপুষ্ট ৰূপ-সৌন্দৰ্য্যত মুগ্ধা কলাৱতী পিঙ্গলা। অধিৰথৰ প্ৰত্যাখ্যানত নিজৰ দৈহিক ৰূপলাৱণ্যৰ প্ৰতি ধিক্কাৰ ওপজে আৰু "বৈৰাগ্য মহাধনে" অন্তৰ আবৰে কলাৱতীৰ। অৱশেষত অধিৰথৰ সপোন ভাগে, অনুতাপ-অনুশোচনা আৰম্ভ হয়। ৰূপ গৰ্ব্বৰ পৰা বিশ্ব প্ৰকৃতিৰ ৰূপদৰ্শনত নিমজ্জিতা হয় কলাৱতীৰ মন। অধিৰথৰ ৰূপেই পৰিবৰ্ত্তিত হয় "একনাথ"ৰ (মহাদেৱ) ৰূপলৈ। প্ৰেমিকেই হৈ পৰে ভগৱান। সন্ন্যাসিনীৰূপত কলাৱতীক দেখি আৰ্ত্তনাদ কৰি কান্দি উঠে অধিৰথে। "বাৰ বিলাসিনী" বুলি নিদাৰুন উপেক্ষাৰে হৃদয়ত আঘাত দিয়াৰ বাবে ক্ষমা খোজে। পৰাজয় বৰণ কৰি গৰ্ব্বিত অধিৰথে তপস্যাৰ বাবে অৰণ্যলৈ গমণ কৰে। কাহিনীটো অতিশয় মোহনীয় ৰূপত বৰ্ণিত হৈছে নাটিকাত। দৈহিক-সুখসম্ভোগৰ পৰা আন্তৰিক অনিৰ্ব্বচনীয় আনন্দ-শান্তি আৰু সুখলৈ উন্মিত এইয়া এক অনাবিল জীৱন-যাত্ৰাৰ সংকেত। মাথোন চাৰিটা দৃশ্যত গঁথা হৈছে এই নৃত্য-নাটিকা।

**স্বপ্নৰূপ**—বিদৰ্ভৰাজে নিজকন্যা লোপামুদ্ৰাক ঋষি অগস্ত্যৰ হাতত সঁপি দিয়াৰ

কাহিনী। ৰাজপ্ৰাসাদৰ প্ৰাশ্চূৰ্য্য আৰু গৰিমা ত্যাগ কৰি আশ্ৰমবাসিনী হোৱাৰ সময়ত পিতৃ-মাতৃৰ প্ৰশ্নৰ উত্তৰত যেন নিজৰ জীৱনৰে বৈধব্য-ব্ৰতৰ প্ৰাৰম্ভিক সময়ৰ মানসিক সংঘাটৰ পৰীক্ষা ব্যক্ত হৈছে কবিৰ। "পাৰিবানে বৎস তুমি দুৰূহ ব্ৰতৰ ব্ৰতাচাৰিণীৰূপে ঋষি সহধৰ্ম্মিনীৰ কঠোৰ জীৱন-ব্ৰত কৰিব পালন ?" মাতৃৰ এই প্ৰশ্নৰ উত্তৰত লোপামুদ্ৰা নহয় যেন কবি নলিনীবালা দেৱীয়েহে কৈছে—"পাৰিম, পাৰিম মাতৃ ! সতী মাতৃৰ কন্যা মই, বশিষ্টৰ অৰুন্ধতীৰ দৰে পালন কৰিম আনন্দৰে ঋষি সহধৰ্ম্মিনীৰ কঠোৰ জীৱন"। কবিৰ বাবে বৈধব্য ব্ৰতাচাৰিনীৰ জীৱনেই ঋষিপত্নীৰ জীৱন হৈ পৰিছে। অগস্ত্যৰ শেষ সংলাপেই নলিনীবালাৰ কাব্য-নাটকৰেই নহয় জীৱনাদৰ্শৰো শেষ সংলাপ—"নাৰীৰত্ন তুমি, আদৰ্শ ঋষিপত্নী অগস্ত্যবাঞ্চিতা। ত্যাগ মহত্বৰ মহান বেদীত, মহা তাপসৰ শক্তি, সুন্দৰ জীৱন এটি হওক অঙ্কুৰিত। মহাজীৱনৰ সৃষ্টিকাৰিণী হোৱাহে চিৰকল্যাণী, কল্যাণমণ্ডিত হওক তপস্যা তোমাৰ। মহাজীৱনৰ আৱিৰ্ভাৱে বিশ্ব-বিমণ্ডিত হওক প্ৰতিভাৰ উজ্বল পোহৰ।"

কবিৰ কবিতাত দেখা আধ্যাত্মিক আৰু স্বদেশপ্ৰেমৰ ধাৰা দুটা এই নাটক-নাটিকা সমূহতো প্ৰকাশ পাইছে। অতীন্দ্ৰীয়বাদ বা ৰহস্যবাদৰ প্ৰকৃতিয়েই যিহেতু নলিনীবালা দেৱীৰ সৃষ্টিৰ প্ৰকৃতি নাটক আদি ৰচনাৰাজীতো এই ৰহস্যময় প্ৰকৃতিয়েই মূল সোঁত। এক চিৰন্তন পৰম সত্তাৰ ওপৰত বিশ্বাস, বিশ্বৰ সকলোতে সেই সত্তাৰ সৰ্ব্বব্যাপি ৰূপ দৰ্শন, অন্তঃপ্ৰজ্ঞা আৰু দৈৱিক অনুভূতিৰে সেই পৰম সত্তাৰ সৈতে যোগাযোগ আৰু সান্নিধ্য লাভৰ অভিলাস কাব্য-নাটিকা সমূহতো উচলি পৰিছে।

"ভাৰতীয় দৰ্শনৰ মাজত মই বিচাৰি পাইছোঁ সংঘাতে আবৰা মোৰ জীৱনৰ শান্তিপথ।...মই মহান ভাৰতীয় সংস্কৃতিৰ উত্তৰাধিকাৰিণী, মোৰ মন মানসত আহি ধৰা দিছেহি পূৰ্ব্ব পুৰুষৰ মহান চিন্তাৰ কঁপনি, এয়ে মোৰ কাব্যৰ উৎস" বুলি নিজে কোৱা কবিৰ গদ্য ৰচনাতো এই একে উৎস উপলব্ধি কৰিব পাৰি। "চিৰ আশাবাদী স্বপ্নবিলাসী কবি—যাৰ অন্তৰত চিৰজাগ্ৰত আছিল নিজ জন্মভূমিৰ প্ৰতি অকপট স্নেহ আৰু মানৱতাৰ প্ৰতি অকৃত্ৰিম শ্ৰদ্ধা" বুলি কোৱা সমালোচকৰ মন্তব্য নাটক-নাটিকা সমূহতো স্পষ্টকৈয়ে লক্ষ্য কৰিব পাৰি। ৰহস্যবাদী হ'লেও নলিনীবালা দেৱীৰ ৰহস্যবাদ যে "আশাবাদী ৰহসবাদ"হে সেই কথা নাটিকাসমূহতো ব্যক্ত হৈছে। পুৱতি পোহৰৰ কঁপনিৰ দৰে সামাজিক নাটকতো এই আশায়েই চিত্ৰিত হৈছে। কবিতাত ব্যক্ত কৰা "ভোগতেই মানুহৰ তৃপিতি পলোৱা হ'লে বাসনাও নোৱাৰে থাকিব।

মানুহৰ আতমাৰ চৰম সমাধি হ'লে জীৱন-মৰনো নেথাকিব” আৰু মানুহৰ দুচকুৰ অসীম সৌন্দর্য্য তৃষা সুখ আশা হেপাহ বুকুৰ নহয় ই মৰতৰ খন্তেকীয়া জীৱনৰ সুখ আশা পৰমপদৰ ৰূপ তৃষা চিৰসুন্দৰৰ” আলেখ্য কেইখনতো একেদৰেই অন্তঃসলিলা-বহিঃসলিলা ৰূপত বৈ আছে।

জীৱন-কথা 'এৰিঅহা দিনবোৰ”ৰ পৰা নিশ্চিতভাৱে উপলব্ধি কৰিব পাৰি আগবয়সতেই পিতাকে কবিৰ হাতত তুলি দিয়া শ্ৰীমদ্ভাগৱত গীতা আৰু স্বামী পূৰ্ণানন্দ গিৰীৰ “বেদ-বাণী”য়েই কবিৰ আধ্যাত্মিক জীৱনৰ ভেটি গঢ়িছিল। “বেদ-বাণী”ৰ পৰা কবিয়ে শিকিছিল “দুখ মানুহৰ পৰম বন্ধু। দুখে মানুহক অহঙ্কাৰ-মুক্ত কৰি ভগৱানৰ চৰণত আত্মসমৰ্পণ কৰিবলৈ শিকায়। দুখৰ সংঘাতে মানুহৰ আত্মা শুদ্ধ কৰে, বিনয়ী, সহিষ্ণু আৰু ধৈৰ্য্যশীল কৰি তোলে। দুখ মানুহৰ জীৱনৰ সত্য পথ প্ৰদৰ্শক।” বাসৱদত্তা, অধিৰথ আদি নাটকৰ চৰিত্ৰসমূহ এই উপলব্ধিৰেই গঢ়া।

“ভাৰতীয় নাৰী” আদি কবিতাত ব্যক্ত কৰা “নাৰী মই প্ৰাণত জ্বলিছে মোৰ তড়িৎ শক্তিৰ শিখা চিৰ অনিৰ্ব্বান/নৃমুণ্ডমালিনী ৰূপা মই অৰীতি-অসুৰৰ ত্ৰাসকাৰিণী মহাচণ্ডিৰূপা মই মহিষমৰ্দ্দিনী” অথবা আনঠাইত “নাৰী তুমি সৃষ্টি, স্থিতি প্ৰলয়কাৰিণী”, “তুমি ৰূপ প্ৰসৱিনী-সুধাপাত্ৰ ওপচাই বিশ্বক পিউৱা অমৃত সঞ্জিৱনী, তোমাৰ কল্যাণ স্পৰ্শে ফুলি উঠে সংসাৰ ফুলনি-বিচিত্ৰা মোহিনী তুমি এহাতে অমৃত ভাণ্ড আনহাতে কালকূট লৈ...” ৰূপেই নাটিকাসমূহৰ নাৰী চৰিত্ৰও চিত্ৰিত হৈছে।

স্মৰণীয় কথা ১৯৪৮ চনত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ স্থাপন হোৱা দিনৰ পৰা কবি ইয়াৰ লগত জড়িত হৈছিল আৰু আলেখ্য, সঙ্গীতালেখ্য, কবিতা-কথিকা, গীত-আলোচনা আদি প্ৰচাৰত ব্ৰতী হৈছিল। এই 'প্ৰয়োজন”ৰ তাগিদতহে নাটিকা, গল্প নাটিকা ইত্যাদি ৰচনালৈ কবিয়ে মন মেলিছিল। একেদৰেই “মইনা পাৰিজাত”ৰ প্ৰয়োজনত শিশু নাটিকাকেইখন ৰচিত হৈছিল। সৰু কালৰে পৰা শিশুক ভাৰতীয় সাংস্কৃতিক চিন্তা আৰু নৈতিক চৰিত্ৰ গঠনৰ উদ্দেশ্যৰ বাবে এই নাটককেইখন ৰচিত হৈছিল। এনে উদ্দেশ্য-ধৰ্ম্মিতা আন নাটকতো লক্ষ্য কৰিব পাৰি।

কবিৰ কবিতাতেই নহয় জীৱনতো কবিগুৰু ৰবীন্দ্ৰনাথৰ স্পষ্ট প্ৰভাৱ বিদ্যমান। ৰবীন্দ্ৰনাথৰ 'নটীৰ পূজা” খনৰ প্ৰভাৱেৰেই নলিনীবালাই “শেষপূজা” নামৰ নাটকখন ৰচনা কৰিছিল বুলি আগতেই কোৱা হৈছে। কবিগুৰুৰ “নিবিয়া বাচিল

উষাৰ প্ৰদীপ...” প্ৰকাশে “সোণৰ কাঠিৰ পৰশ বুলালে বুলি কোৱা ‘এৰি অহা দিনবোৰ”) কবিয়ে ‘গধূলি সময়ত হিঁয়া উজাৰি “দুখ দিছ যদি তাহে নহে ক্ষতি, সহিবাৰে দেহ শকতি” গীত গাই সান্তনা পাইছিল। “অপমান, দুখত প্ৰাণৰ অভিমান-বেদনা উজাৰি” গাইছিল—“আমাৰ মাথা নত কৰে দাওহে তোমাৰ চৰণ ধুলাৰ তলে, সকল অহঙ্কাৰহে ডুবাও চোখেৰ জলে”। ৰবীন্দ্ৰনাথৰ এনে প্ৰভাৱ সত্ত্বেও নাটকসমূহৰ চৰিত্ৰৰ বিকাশ, দৃশ্য কাহিনী-সংলাপ আদিৰ অধিক বিন্যাসত মনোযোগ দিব নোৱাৰাৰ মূল কাৰণ অত্যধিক দুখ-আবেগ অনুভূতিত নিমজ্জিতা কবিতা-সৰ্ব্বস্ব কবিৰ মন। এই মানৱীয় চাৰিত্ৰীক সীমাবদ্ধতা আৰু সৃষ্টিৰ মাধ্যমৰ ক্ষেত্ৰত থকা পাৰ্থক্যৰ প্ৰতি কিঞ্চিৎ সচেতন হ’লেই নাটক ৰচনাত বিশেষভাৱে সফল হ’ব নোৱাৰাৰ কাৰণ পাঠকে নিশ্চয় উপলব্ধি কৰিব পাৰিব।



# নলিনীবালা দেৱীৰ "সংস্কৃতাশ্ৰয়ী গ্ৰন্থ চতুষ্টয়"

## নৰেন্দ্ৰদেৱ শাস্ত্ৰী

পদ্মশ্ৰী নলিনীবালা দেৱীয়ে যি কেইখন হাতে লিখা পুথি এৰি গৈছে, তাৰ ভিতৰত ৪ খন হৈছে (১) জন্মাষ্টমী, (২) মহিষাসুৰমৰ্দিনী, (৩) মেঘদূত আৰু (৪) নাৰদীয় ভক্তিসূত্ৰ। এই আটাইকেইখনগ্ৰন্থৰ মূল সংস্কৃত কাৰণে প্ৰবন্ধটোৰ নামকৰণ কৰা হ'ল, "সংস্কৃতাশ্ৰয়ী গ্ৰন্থ চতুষ্টয়" বুলি। প্ৰবন্ধটোত গ্ৰন্থকেইখনৰ চমু আভাস দিবলৈ যত্ন কৰা হ'ল।

**নাটিকাৰ নাম "জন্মাষ্টমী" ঃ**

জন্মাষ্টমীখন নাটিকা। চিৰ পৰিচিত কাহিনীটোক নাট্যৰূপ দিয়া হৈছে। ঘোষকক বাদ দি ইয়াত চৰিত্ৰ মুঠতে দুটা। বিষ্ণু আৰু পৃথিৱী। ঘোষকৰ ভূমিকাই প্ৰধান। নাটিকাখনত ঘোষকে মুঠতে ১৩ বাৰ নিজৰ ভূমিকা পালন কৰিব লগীয়া হৈছে। মূলত নাটিকা বুলি লিখা আছে কাৰণে আমিও নাটিকা বুলি কৈছোঁ। প্ৰকৃততে নাটক-নাটিকাৰ লক্ষণ ইয়াত নাই। দুটা চৰিত্ৰ ইয়াত এবাৰকৈ ওলাইছে। বাকী সম্পূৰ্ণ ভূমিকা ঘোষকৰ। গতিকে ইয়াক আলেখ্য বোলা যুগুত। সিহত, এই পৌৰাণিক নাটিকাখন ঘোষা, গীত, পদ, নাম আৰু সংস্কৃত শ্লোকেৰে সুসমৃদ্ধ কৰা হৈছে। আৰম্ভ কৰা হৈছে—"নবীন নীৰদ শ্যাম" সংস্কৃত শ্লোকেৰে, "নিগম কল্পতৰু বিগলিত" গীতেৰে, "জয় হৰি গোবিন্দ" ঘোষাৰে আৰু "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন" পদেৰে। গীতবোৰ পৌৰাণিক, জন্মাষ্টমী নাটৰপৰা চয়ন কৰা বুলি নলিনীবালা দেৱীয়ে উল্লেখ কৰি গৈছে। দৈৱকী-বসুদেৱৰ বিবাহৰ পৰা নাটিকাখনিৰ আৰম্ভণি আৰু কাৰাগাৰত কৃষ্ণৰ জন্মৰ পাছত কংসৰ হাতৰপৰা পিছলি যোগমায়াই আকাশমাৰ্গত দেখা দি কংসক সঁকীয়নি দিয়াত সামৰণি। নাটিকাখনিৰ একেবাৰে শেষত সন্নিৱিষ্ট কৰা হৈছে গীতাৰ চিৰন্তন ঘোষণা—"যদা যদা হি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত !"।

নাটিকাৰ প্ৰস্তাৱনাত অধৰ্মৰ প্ৰবল পয়োভৰত কাতৰ পৃথিৱীৰ বিষ্ণুৰ ওচৰত কাকুতি ঃ

অধৰ্মৰ পয়োভৰে কাতৰা পৃথিৱী
যুৰি দুই কৰ। ব্ৰহ্মাক মিনতি কৰে
পৰিত্ৰাহি সৃষ্টিকৰ্তা! নোৱাৰোঁ সহিব আৰু
অধৰ্মৰ ভাৰ। কাতৰ শৰীৰ মোৰ
কঁপে ঘনে-ঘনে। নাৰায়ণ, কৃপা কৰা
ক্লান্ত ধৰিত্ৰীক।

তাৰ উত্তৰত বিষ্ণুৱে প্ৰতিশ্ৰুতি দি ক'লে ঃ

শান্ত হোৱা বসুন্ধৰা,
অচিৰতে কৰিম সংহাৰ
তোমাৰ পীড়নকাৰীক
ব্ৰহ্মাক পাচিছোঁ মই
শুনা দেৱগণ!
যোৱা পৃথিৱীলৈ সবে
হোৱাগৈ যদুকুলে জাত
দেৱাঙ্গনা সৱে জন্ম লওক
সুযোগ্য গৃহত।
অনন্ত সাক্ষাৎ গৈ
স্থিতি লওক
ৰোহিণী গৰ্ভত
ভগৱতী যোগমায়াৰূপে
জন্ম লওক
যশোদাৰ পৱিত্ৰ গৰ্ভত।
পৰম বৈষ্ণৱ বাসুদেৱ
দৈৱকীৰ গৰ্ভত জন্ম লৈ
নিজে মই সংহাৰিম
পৃথিৱীৰ ভাৰ।

সেইমতে কৃষ্ণজন্মৰ পটভূমি নিৰ্মাণৰ বাবে বসুদেৱ-দৈৱকীৰ শুভবিবাহ সম্পন্ন হ'ল। সেই বিবাহ আৰু বিবাহত দিয়া যৌতুকৰ যি কাব্যিক বৰ্ণনা নাট্যকাৰে দিছে, তাৰ

উদ্ধৃতিৰ লোভ কোনোমতেই সামৰিব নোৱাৰি—"ৰাজপথ অট্টালিকা শাৰী শাৰী ৰথগজ অশ্বাৰোহী সুসজ্জিত নৰনাৰী শোভে জাতিষ্কাৰ। মথুৰা নৃপতি ভোজৰাজ উগ্ৰসেন কুলৰাজৰ প্ৰাণসমা দুহিতা দৈৱকীৰ বিবাহ উৎসৱৰ পয়োভৰ যদু বংশ শূৰপতি পুত্ৰ মহামতি বসুদেৱৰ হাতত সম্প্ৰদান কৰিলে কন্যাক। কন্যাৰ যৌতুকৰূপে হয়হস্তী-ৰথ দান, দাসী বস্ত্ৰ অলংকাৰে সালংকৃতা বিচিত্ৰ বসনে সুশোভিতা"। ইয়াৰ পাছত "সুন্দৰ সুশোভিত বৰ-কন্যা আৰোহিলে ৰথ যাত্ৰা হেতু। নিজ ভগিনীৰ পৰম স্নেহত কংসৰায়ে ধৰিলে বাঘজৰী ৰথৰ সাৰথিৰূপে যাত্ৰা কৰে পৰম আনন্দে। ছুটে অশ্ব বিজুলী বেগেৰে। অকস্মাতে জলদ গম্ভীৰ নিষ্ঠুৰ আকাশীবাণী ভ্ৰূকুটী ইঙ্গিত শুনি ধৈৰ্য্যচ্যুতি ঘটিল কংসৰ। দৈৱকী নিধন হেতু খড়্গা তুলি দৈৱকীক বধিবৰ হেতু ধৰিলে কেশত।"

এইখিনিতে নাট্যকাৰে এটি পদ সংযোগ কৰি নাটিকাখনৰ আকৰ্ষণ আৰু গীতিময়তা বৃদ্ধি কৰিছে। পদটো হৈছে ঃ

**ঘোৰা ডকাই যায় কংস চৰিয়া ৰথত।**
**শুনিলা আকাশী বাণী যাহন্তে ৰথত॥**
**যাক লৈয়া যাহ কংস শুনিয়ো অজ্ঞান।**
**এইৰ অষ্টম গৰ্ভে তোৰ লৈবে প্ৰাণ॥**
**শুনিয়া নিষ্খল কংসে খাণ্ডা লৈলা তুলি।**
**দৈৱকীৰ কেশত ধৰিলা কাটো বুলি॥**
**অধম আচাৰ কংস ক্ৰুৰ কুলাঙ্গাৰ।**
**বসুদেৱে দেখে দৈৱকীৰ চিন্তে মাৰ॥**

আৰু সেয়ে বসুদেৱে 'কৰযোৰে প্ৰাণ ভিক্ষা মাগে দৈৱকীৰ !' 'দৈৱকীৰ পুত্ৰ....জন্ম হ'লে আনি দিব তোমাৰ হাতত।' 'কংসৰায় দৈৱকীক দিয়া প্ৰাণ দান, সত্যাশ্ৰয়ী মই প্ৰাণ দিও ৰাখিম সত্যক। বসুদেৱৰ সত্য অঙ্গীকাৰ শুনি এৰিলে কংসই দৈৱকীক।

ঘটনাক্ৰম আগবাঢ়ি গৈছে—'দেৱৰ্ষি নাৰদ মুনি কংসৰ সভাত উপস্থিত। দেৱৰ্ষিয়ে ক'লে—তোমাৰ নিধন হেতুহে, দেৱ চক্ৰপাণি। দৈৱকীৰ অষ্টম গৰ্ভে জন্মিব আপুনি॥ 'মুনিবৰ নাৰদৰ শুনি এনে সতৰ্ক বচন, মৃত্যুৰ ভীতিত হিতাহিত জ্ঞান শূন্য হ'ল কংসৰাজ। ক্ৰোধ, প্ৰতিহিংসাভয়ে সমস্ত পৃথিৱী কংসে দেখে শত্ৰুময়।'

**কংসই প্ৰথম ব্যাথিত যদি নেদয় ঔষধি।**
**পাছে পীড়া কৰন্তে হৰয় সব বুদ্ধি॥**

বুলি ভাবি মৃত্যুৰ চিন্তাত উন্মাদ স্বৰূপ কংসৰাজ প্ৰথমতে নিজ পিতৃ উগ্ৰসেন নৃপতিক, বসুদেৱ দৈৱকীক লোহাৰ শিকলি বান্ধি হাতত ভৰিত কাৰাগাৰ নিগৰত থ'লে বন্দী কৰি। সন্ত সাধু ঋষি ব্ৰাহ্মণক বিবিধ পীড়নে কৰি মহা অত্যাচাৰ যজ্ঞকৰ্ম লণ্ড-ভণ্ড কৰি আশ্ৰমৰ তপস্বী ঋষিক প্ৰহাৰ লাঞ্ছনা আদি নিকৰুণ উৎপীড়নে কৰিলে জৰ্জৰ।"

**পাছে ছয় পুত্ৰ যেবে ক্ৰুৰ কংসে মাৰিলেক**
**দুনাই দৈৱকীৰ গৰ্ভে হৈলা ঐ আৰে।**

তাৰ পাছত এদিন শুভক্ষণত কাৰাগাৰত কৃষ্ণৰ আবিৰ্ভাৱ। কৃষ্ণৰ এই আবিৰ্ভাৱৰ বৰ্ণনাও অতি সুন্দৰভাৱে দিয়া হৈছে। লগতে বসুদেৱ-দৈৱকীৰ পুলক আৰু গকুলত পলুৱাই থ'বলগীয়া হোৱাত কৰুণ বিলাপ। নন্দই সেই ঘোৰ অন্ধকাৰ নিশা কৃষ্ণক গোকুললৈ লৈ যোৱাৰ দৃশ্যও পৰিবেশ অনুসাৰে সুন্দৰকৈ ফুটাই তোলা হৈছে।

বসুদেৱে যোগমায়াক কংস-কাৰাগাৰলৈ লৈ আহিল। দুই হাতে শিলত আফালি বধিলে কন্যাৰ প্ৰাণ কংস দুৰাচাৰে। পলকতে কংসৰ হাতৰ পৰা দিব্য যোগমায়াৰূপে আকাশৰ পৰা হাঁহি কয় কংসক দেৱীয়ে ঃ—-

**পাছে যোগমায়া হাসিয়া বোলন্ত**
**শুনৰে কংস নিষ্খল,**
**আমাক মাৰিয়া কোন ফল পাইবি**
**যাইবি পাপী ৰসাতল।**
**যিঠাইত সি ঠাইত উপজিছে গৈয়া**
**তোৰ পূৰ্ব প্ৰাণ বৈৰী,**
**দুখুনী দৈৱকী ব্যৰ্থ হিংসা কৰি**
**অধোগতি যাইবি মৰি।**

এইখিনিতেই নাটিকা খনৰ মূল কথাভাগ শেষ হৈছে যদিও পুনৰ (নেপথ্যৰ পৰা) "যদা যদা হি" ঘোষণাৰে আলেখ্যখনক 'মহিমময়' ৰূপ দিয়া হৈছে।

আলেখ্যখন মঞ্চস্থ কৰিলে কিমান আনন্দ পোৱা যায়, তাৰ কল্পনা কৰিব নোৱাৰিলেও পাঠ কৰি এই উপলব্ধি সহজে কৰিব পাৰি যে এই আলেখ্য ভক্ত সাধকে

ব্ৰহ্মানন্দ, আনহাতে কাব্যামোদীয়ে কাব্যান্দ সহজেই লাভ কৰিব পাৰিব। পৰিবেশ অনুযায়ী উপযুক্ত শব্দ-চয়নেৰে ভাব প্ৰকাশ কৰাৰ ফলত বিভিন্ন উপযুক্ত কাব্যকলা "জন্মাষ্টমী"ত বিশেষভাবে ফুটি ওলাইছে। সেয়ে ই কাব্যামোদীৰ অনুভূতি উদ্রেক কৰাৰ উৎকৃষ্ট সাধন স্বৰূপ হৈছে। এদিন নলিনীবালা দেৱীৰ পিতৃ কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে "কৃষ্ণলীলা" ৰচনা কৰি অসমৰ আবালবৃদ্ধবনিতাৰ মন প্ৰেমভক্তি, বিৰহবেদনাত ব্যাকুল কৰি তুলিছিল। পৰৱৰ্তী কালত তেওঁৰ সুযোগ্য কন্যাৰ "জন্মাষ্টমী"ও ভক্ত সকলৰ আদৰৰ নিধি নোহোৱাৰ কোনো কাৰণ নাই।

**আলেখ্য ঃ মহিষাসুৰমৰ্দিনী**

মহিষাসুৰমৰ্দিনীৰ কাহিনীটোও সকলোৰে পৰিচিত। শ্ৰীশ্ৰীচণ্ডীৰ পৰা লোৱা হৈছে এই কাহিনীটো। চণ্ডী আকৌ মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত। সাত শ শ্লোক থকাৰ বাবে গীতাৰ দৰে চণ্ডীৰ নামো সপ্তশতী। শ্ৰীশ্ৰীচণ্ডীৰ তিনিটা খণ্ড। প্ৰথম চৰিত, মধ্যম চৰিত আৰু উত্তম চৰিত। প্ৰথম চৰিতত মধু-কৈটভ বধ, মধ্যম চৰিতত মহিষাসুৰ বধ আৰু উত্তম চৰিতত শুম্ভ-নিশুম্ভ বধৰ কাহিনী বিবৃত কৰা হৈছে। মধ্যম চৰিতৰ অৱলম্বনতেই মহিষাসুৰমৰ্দিনী আলেখ্যখন ৰচনা কৰা হৈছে। আলেখ্যখন আজিলৈকে ছপা হৈ নোলালেও অনাতাঁৰ কেন্দ্ৰ গুৱাহাটী যোগে একাধিক বাৰ প্ৰচাৰ হৈছে। পোনপ্ৰথমে ১৯৫৮ চনত অক্টোবৰ মাহত দুৰ্গাষ্টমীৰ দিনা অনাতাঁৰ যোগে প্ৰচাৰ কৰা হয়। দ্বিতীয়বাৰ প্ৰচাৰিত হয়, ১৯৬৬ চনৰ আগষ্ট মাহত। পৰিচালনা কৰিছিল বীৰেন্দ্ৰনাথ ফুকন আৰু কমল চৌধুৰীয়ে। টেক্‌নিক্ অনুসাৰে আলেখ্যখনত ঘোষকৰ ভূমিকাই প্ৰধান। ঘোষকৰ বাবে ৰচিত কথা আৰু সন্নিৱিষ্ট স্তুতি-গীত আদিয়ে আলেখ্যখনক অপূৰ্ব মাধুৰ্য্য দান কৰিছে।

"দেৱাসুৰমভূদ্‌যুদ্ধং" আদি দুটা শ্লোকেৰে আলেখ্যখন আৰম্ভ কৰা হৈছে। তাৰ ভাৱাৰ্থ ঘোষকৰ মুখেৰে ব্যক্ত কৰা হৈছে এইদৰে ঃ যুগ যুগান্তৰ ধৰি সৃষ্টিৰ বিধান স্বৰ্গৰাজ্য অধিপতি দেৱ পুৰন্দৰ, অসুৰৰ অধিপতি পৰাক্ৰমী মহিষাসুৰ স্বৰ্গলোভী অসুৰৰ সতে শতবৰ্ষ ব্যাপী যুদ্ধ হয় দেৱদানৱৰ। স্বৰ্গভোগ আকাংক্ষাত ব্যাকুল মহিষাসুৰ পৰাক্ৰমী দুৰ্দান্ত দানৱে দেৱতাক ৰণত পৰাজি দেৱৰাজ ইন্দ্ৰসিংহাসন অধিকাৰ কৰি স্বৰ্গৰাজ্য কৰিছে শাসন। পৰাজিত স্বৰ্গচ্যুত বিতাৰিত দেৱতা সমাজ।

ইয়াৰ পাছত ঘোষকে ক্ৰমান্বয়ে ঘটনা প্ৰৱাহ আগবঢ়াই নিছে। সৰ্ব্ব অধিকাৰচ্যুত ইন্দ্ৰাদি দেৱতাই প্ৰজাপতি ব্ৰহ্মাক আগত লৈ য'ত মহাদেৱ আৰু বিষ্ণু আছিল, তালৈ

গমন কৰিলে আৰু নিজৰ দুঃখ-দুৰ্দশাৰ কাহিনী বিবৃত কৰিলে। মূলত এইখিনিত কোনো স্তৱ-স্তুতি নাই যদিও আলেখ্যখনত এটি স্তুতি সংযোজিত কৰি আলেখ্যখনৰ গুৰুত্ব আৰু সৌন্দৰ্য্য বৰ্ধন কৰা হৈছে। মূলত দেৱতাসকলৰ ওপৰত কৰা মহিষাসুৰৰ অকথ্য অত্যাচাৰৰ কথা শুনিয়েই মহাদেৱ আৰু বিষ্ণু ক্ৰুদ্ধ হৈ উঠে। কিন্তু আলেখ্যখনত এটি স্তুতিৰ দ্বাৰাও দেৱতাসকলক ত্ৰাণ কৰিবলৈ আকুল মিনতি জনোৱা হৈছে ঃ

**বন্দে সৃষ্টি স্থিতি প্ৰলয় কাৰক বন্দে**
**সুৰাসুৰ পালক ধাৰক কৰা ত্ৰাণ**
**অসুৰ পীড়িত ত্ৰিদশ মাগোঁ অভয় দান**
**কৰা ত্ৰাণ কৰা ত্ৰাণ ত্ৰাণ**
**স্বৰ্গচ্যুত অমৰবাসী**
**আশ্ৰয়হীন মৰ্ত্য নিবাসী**
**লাঞ্ছিত দেৱ-দেৱাঙ্গনা**
**শংকা ব্যাকুলপ্ৰাণ**
**কৰা ত্ৰাণ কৰা ত্ৰাণ।**

"তমোৰূপী মহিষাসুৰৰ অত্যাচাৰ লাঞ্ছনাত জৰ্জৰিত দেৱগণৰ হীন-বিকল বেশ দেখি বিশ্বপতি শ্ৰীমধুসূদনৰ সৌম্য শান্ত প্ৰসন্ন বদন ক্ৰোধত আৰক্ত হৈ ভ্ৰূকুটী কুটিলৰূপ কৰিলে ধাৰণ। বিষ্ণুবদনৰ অগ্নিবৰ্ষী মহাতেজ জ্যোতিঃস্ৰোত বায়ুবেগে নিৰ্গমন হৈ তেজ-পুঞ্জে ব্যাপিলে গগন।

আনহাতে 'মহেশৰ চিৰশান্তি নয়নত কাল অগ্নিশিখা নিৰ্গমিলে তেজৰাশি' ইয়াৰ পাছত ভিন্ন ভিন্ন দেৱজ্যোতিঃশিখা সত্ত্ব, ৰজঃ, তমোৰূপী সহস্ৰকিৰণ সম্মিলিত পুঞ্জীভূত পৰ্বত প্ৰমাণ জ্যোতিস্তূপ আচম্বিতে নাৰীৰূপ কৰিলে ধাৰণ।' এইখিনিতে আলেখ্য ৰচয়িত্ৰীয়ে দেৱতাসকলৰ মুখেৰে আৰু এটি স্তুতি সন্নিবিষ্ট কৰি আলেখ্যখনক আৰু আকৰ্ষণীয় কৰিছে ঃ

**পুঞ্জীভূত জ্যোতিশিখা বিশ্ব আধাৰ শক্তি**
**কল্যাণময়ী জ্যোতিসম্ভূতা শান্তি মুক্তি দীপ্তি।**
**নিষ্প্ৰভ প্ৰাণ স্বৰ্গমহিমা দৈৱী শক্তি লুপ্ত**
**দানৱী পাপে আবৃতা ধৰা প্ৰাণপ্ৰতিভা সুপ্ত**

**জাগা মাতৃমূৰ্ত্তি জাগা জাগাহে কল্যাণী**
**সঞ্চাৰ কৰা বিজয়ী শক্তি বিনাশি পাপ গ্লানি**
**জাগা বৰাভয়দায়িনী জাগা মহামাতৃ।**

দেৱী দৰ্শনত আহ্লাদিত দেৱতাসকলে দেৱীলৈ আগবঢ়ালে বিধে বিধে অস্ত্ৰশস্ত্ৰ আৰু বস্ত্ৰ অলংকাৰ। এই সুসজ্জিত দেৱীক দেৱতাসকলে আকৌ স্তুতি কৰিলে ঃ

**সিংহবাহিনী মনোহাৰিণী**
**দশপ্ৰহৰণ ধাৰিণী।**
**জয় জয় আদ্যাশক্তি**
**দুখী-দুখহাৰিণী॥**

এইবাৰ দেৱগণে উল্লসত কোলাহল কৰি উঠিল। আনহাতে 'কোটি-কোটি' দেৱসেনা পৰিবৃতা দেৱী মহা হুংকাৰ তুলি সিংহ আৰোহী সিংহবাহিনী মহিষাসুৰ মৰ্দন হেতু ৰণ সাজে কৰিলে গমন'। 'দেৱতাৰ ৰণহুংকাৰ শুনি সিফালে সসৈন্যে অসুৰ ৰাজো ৰণস্থলীৰ উদ্দেশ্যে ধাৱিত হ'ল। তুমুল যুদ্ধ আৰম্ভ হ'ল আৰু অৱশেষত দেৱী দুৰ্গাৰ হাতত দুৰ্দান্ত মহিষাসুৰ নিপাত হ'ল। দেৱীৰে বামহাতে ত্ৰিশূলে বিদাৰি দানৱৰ বক্ষঃস্থল দক্ষিণ হস্তেৰে খড়্গাঘাতে কণ্ঠদেশ কৰিলে ছেদন। নিহত মহিষাসুৰ দেৱৰ লাঞ্ছনা॥ জয়ধ্বনি সিংহৰ গৰ্জনে আকাশ লঙ্ঘিলে দুন্দুভি বাজে আকাশত অপেস্বৰা গণে পুষ্পবৃষ্টি কৰে।" এইখিনিতে আলেখ্যখনত 'যা দেৱী সৰ্বভূতেষু' শ্লোক দুটা উপস্থাপিত কৰি ইয়াক সমৰ্পণভাৱেৰে মহীয়ান্ কৰি তোলাহৈছে। চণ্ডীৰ মহিষাসুৰ বধখণ্ডত এই শ্লোকমালা নাই। শুম্ভ-নিশুম্ভ বধখণ্ডতহে আছে।

আলেখ্যখনত ঘোষকে মুঠতে ১১ বাৰ কাহিনীভাগ ঘোষণা কৰিবলগীয়া হৈছে। ওপৰত শ্ৰীশ্ৰীচণ্ডীৰ শ্লোকসমূহ সন্নিৱিষ্ট কৰি তলত তাৰ ভাৱাৰ্থ ঘোষকৰ মুখেৰে গোওৱা হৈছে। ভাৱাৰ্থ (ঘোষণা) সমূহ পদ্যত স্পন্দিত, কাব্যিক গুণসমন্বিত, অধিক বিবৃত আৰু মূলতকৈও শ্ৰুতিমধুৰ। আলেখ্যখনত স্তুতিগীত সন্নিৱিষ্ট কৰা হৈছে ১৩টাঃ

(১) বন্দে সৃষ্টি স্থিতি, (২) পুঞ্জীভূত জ্যোতিশিখা, (৩) নমো নমো হে মহামায়া শক্তি/প্ৰণামো মাতৃমূৰ্তি, (৪) জাগা জনমন সুকৃতি জাগা/জগোৱা বিবেক চেতনা জগোৱা, (৫) প্ৰণামো তোমাক দেৱী। তোমাৰ অপৰূপ ৰূপে জ্যোতি, (৬) প্ৰণামো তোমাক হে অপৰূপা, (৭) সিংহ বাহিনী মনোহাৰিণী, (৮) মা হে দেৱী দশভুজা/ বামে কৰে পূজা, (৯) ই কি অপৰূপ বিদ্যুৎ শিখা/অগ্নিবৰ্ণধাৰিণী, (১০) মা হে

মহিষা অসুৰে দেৱীক গৰ্জিলে, (১১) গৰ্জিবি কিমান মহিষাসুৰ, (১২) মাতৃ তোমাৰ চিৰকল্যাণ পৰশে আৰু (সমৱেত গীত)

(১৩) মহিষাসুৰ মৰ্দিনী মাতা জয় জয়
দুষ্টদমনকাৰিণী সংহাৰিণী জয় জয়
বিবেক চেতনা কৰুণা বৰাভয়
পাপ আসুৰী দুৰ্বাৰ নীতি পৰাজয়
দেৱী শক্তি জাগ্ৰতকাৰিণী কৰা জয়
সন্তানে মাগে বিপুল বীৰ্য্য বিজয় নিৰাময়
মহিষাসুৰ মাতা জয় জয়।

এই সমৱেত সঙ্গীতটোৰ আলেখ্যখনৰ সামৰণি পেলোৱা হৈছে আলেখ্যখনত এফেক্ট (নেপথ্যত—"প্ৰলয়ংকৰী ঘোৰ নিনাদে দেৱীৰ শংখধ্বনি, দেৱতাৰ জয়ধ্বনি, সিংহৰ গৰ্জন অসুৰৰ ৰণ হুংকাৰ) সংযোজনে বিশেষ নাটকীয়তা আৰু বীৰৰস সঞ্চাৰত সহায় কৰিছে। দেৱতাসকলৰ তেজঃপুঞ্জৰ দ্বাৰা দেৱীৰ আবিৰ্ভাৱ হোৱাৰ পাছত (অলক্ষিতে) গীতাৰ "পৰিত্ৰাণায় সাধূনাং" শ্লোকটো উচ্চাৰণ কৰা হৈছে। কিন্তু এই ঠাইত শ্ৰীশ্ৰীচণ্ডীৰ ঃ

**ইত্থং যদা যদি বাধা দানৱোত্থা ভৱিষ্যতি।**
**তদা তদাৱতীৰ্য্যাহং কৰিষ্যাম্যৰি সংক্ষয়ম্॥**

অৰ্থাৎ যি যি সময়ত এইদৰে অসুৰৰ অত্যাচাৰৰ প্ৰাদুৰ্ভাৱ ঘটিব, সেই সেই সময়ত মই অৱতীৰ্ণ হৈ শত্ৰুনাশ কৰিম। গীতাত দুটা শ্লোকৰ মাধ্যমত যেতিয়াই যেতিয়াই ধৰ্মৰ গ্লানি হয়, ধৰ্মৰ অভ্যুত্থান ঘটে, তেতিয়াই-তেতিয়াই সাধুসকলৰ পৰিত্ৰাণ আৰু দুষ্টসকলৰ বিনাশৰ অৰ্থে ভগৱানে অৱতাৰ ধাৰণ কৰে বুলি কোৱা হৈছে। চণ্ডীত এটা শ্লোকতে কেৱল শত্ৰুনাশ কৰিম বুলি কৈ একে অৰ্থকে প্ৰকাশ কৰিছে।

মহিষমৰ্দিনী আলেখ্যখনে একাধিকবাৰ অনাতাঁৰযোগে প্ৰচাৰ হৈ অগণন ভক্তৰ কৰ্ণকুহৰত অমৃত বৰষিছে। শ্ৰোতাই প্ৰশংসা কৰিছে। এক মাত্ৰ কাৰণ তাৰ সাৰ্থক ৰচনা। লগতে যথোপযুক্ত প্ৰযোজনাই তাত সোণতে সুৱগা চৰাইছে।

**ৰূপান্তৰত "মেঘদূত" কাব্য ঃ**

মহাকবি কালিদাস বিৰচিত খণ্ডকাব্য "মেঘদূত"ত মুঠতে ১২০টা শ্লোক আছে। এই খণ্ডকাব্যখন পূৰ্বমেঘ আৰু উত্তৰ মেঘ নামে দুটা খণ্ডত বিভক্ত। পূৰ্বমেঘত ৬৬টা

আৰু উত্তৰমেঘত ৫৪টা শ্লোক আছে। "পূৰ্বমেঘত ৰামগিৰি পৰ্বতৰ পৰা অলকাপুৰীলৈকে মেঘৰ পথৰ বৰ্ণনা আছে। এই বৰ্ণনাত বহুতো নদ-নদী, নগৰ, জনপদ, হিমালয়, কৈলাস আদিৰ চিত্ৰসমূহ অংকিত কৰিছে। উত্তৰ মেঘত আছে অলকাপুৰী যক্ষৰ আবাস আৰু বিৰহিনী যক্ষপত্নীৰ হুবহু বৰ্ণনা।

অলকাপতি কুবেৰৰ অনুচৰ কোনোবা এজন যক্ষক অতি স্ত্ৰৈণতা পৰবশ হৈ নিজকাৰ্য্যত অৱহেলা দেখুওৱাৰ অপৰাধত যক্ষপতি কুবেৰে এবছৰৰ বাবে ৰামগিৰি আশ্ৰমত প্ৰিয়াবিৰহ যন্ত্ৰণা ভোগ কৰি থাকিবলৈ অভিশাপ প্ৰদান কৰিলে। নিৰ্বাসিত হৈ আঠমাহ কটোৱাৰ পাছত যক্ষ প্ৰিয়া বিৰহ দুখত অতিশয় আকুল হৈ উঠিল। "আষাঢ়স্য প্ৰথম দিৱসে" আকাশত নৱমেঘৰ আবিৰ্ভাৱত প্ৰিয়াৰ ওচৰলৈ তেওঁৰ বাতৰি কঢ়িয়াই নিবলৈ প্ৰাৰ্থনা জনালে। মেঘে যাতে ৰামগিৰিৰ পৰা অলকাপুৰীলৈ যোৱাত অসুবিধা নাপায়, তাৰ বাবে পথৰ সন্ধান দিলে। উত্তৰ মেঘত পোনতে-অলকাপুৰী আৰু যক্ষৰ আবাসৰ মনোৰম বৰ্ণনা দি সেই ঠাইত উপস্থিত হোৱাৰ পাছত বিজুলীৰ চিক্‌মিকনি জোনাকী পৰুৱাৰ পোহৰৰ দৰে কৰিবলৈ আৰু গাজনি কমাবলৈ অনুৰোধ কৰিছে। কাৰণ, সেইসময়ত যক্ষপত্নী সপোনত তেওঁৰ প্ৰিয়তমৰ দৰ্শন লাভ কৰি থকাটো সম্ভৱ। যক্ষই ক'লে তেঁওৰ প্ৰিয়তমা হিমক্লিষ্টা নলিনীৰ দৰে মলিন হৈ পৰিছে, মাজে-সময়ে বীণাত প্ৰিয়তমৰ গীত গাবলৈ শোকত মূৰ্চ্ছনা পাহৰি গৈছে আৰু ফুলৰ পাহিত প্ৰিয় সমাগমৰ দিন লেখি আছে। কাব্যৰ একেবাৰে শেষত যক্ষই তেঁওৰ কামটো কৰিবলৈ পুনৰ খাটনি ধৰি মেঘৰ যাতে বিজুলী প্ৰিয়াৰ সতে খন্তেকৰ বাবেও বিচ্ছেদ নঘটে তাৰ কামনা কৰিছে (মাভূদেৱং ক্ষণমপি চ তে বিদ্যুতা বিপ্ৰয়োগঃ)।

মেঘদূত খণ্ডকাব্য। মহাকাব্যত কোনো এজন নায়কৰ সমগ্ৰ জীৱনৰ কাৰ্য্য-কলাপৰ বিৱৰণ থাকে। খণ্ডকাব্যত অংশবিশেষহে বৰ্ণনা কৰা হয়। সেয়ে মেঘদূত খণ্ডকাব্য। মেঘদূতৰ ছন্দঃ আদ্যোপান্ত মন্দাক্ৰান্তা। বৰ্ষাকাল আৰু বিৰহ বৰ্ণনাৰ বাবে মন্দাক্ৰান্তা ছন্দঃ বিশেষ উপযোগী। মেঘদূত কাব্যৰ যি বিষয়বস্তু তাৰ বাবে মন্দাক্ৰান্তা ছন্দহে খাপখোৱা। এই কাব্যত বৰ্ণনীয় বিষয় আৰু তাৰ প্ৰধান ৰস একে হোৱাত (এই কাব্যত শৃঙ্গাৰ ৰস প্ৰধান আৰু কৰুণ অঙ্গৰস) ছন্দৰ পৰিবৰ্তন কৰিব লগীয়া হোৱা নাই।

কালিদাস স্বভাৱ কৱি। স্বভাৱ বৰ্ণনাত তেঁওৰ নৈপুণ্য বিস্ময়জনক। তেঁওৰ কল্পনা আৰু কৱিত্বশক্তিৰ তুলনা নাই। "মেঘদূতত" এই সকলো নৈপুণ্য পৰিস্ফুট হোৱাত ই দেশবিদেশৰ বিদ্বজ্জনৰ চিত্ত অনায়াসে আকৃষ্ট কৰিবলৈ সমৰ্থ হৈছে। যিয়ে ইয়াক

এবাৰ পঢ়ি তাৰ ৰসপান কৰিছে, সি তাৰ ৰস আনকো দিবলৈ ব্যগ্ৰ হৈ পৰাৰ ফলত দেশী-বিদেশী ভাষাত তাৰ অনুবাদ আৰু বিশ্লেষণ আজিলৈকে হৈ আছে। অসমীয়া ভাষাতো ইতিপূৰ্বে একাধিক অনুবাদ প্ৰকাশ হৈছে: নলিনীবালা দেৱীয়েও ইয়াৰ অনুবাদ কৰি থৈ গৈছে। লগতে পাতনি এখনো লিখি থৈ গৈছে। এই কাৰ্য্যৰ বাবে তেওঁ বঙালী কবি নৰেন্দ্ৰদেৱৰ অনুবাদ আৰু তেওঁৰ অনুজ ৺উমেশ চন্দ্ৰ বৰদলৈৰপৰা বিশেষ উৎসাহ আৰু অনুপ্ৰেৰণা পোৱা বুলি পাতনিত ব্যক্ত কৰিছে। 'আগ কথা' বুলি লিখা পাতনিখনত অনুবাদিকাই লিখিছে—"১৯২৮ চন, বহু বছৰ পাৰ হৈ গ'ল। মোৰ জীৱনৰ আগছোৱাতে মহাকবি কালিদাসৰ ৰসপূৰ্ণ "মেঘদূত" পঢ়ি মুগ্ধ হৈ মই "মেঘদূত" কাব্যৰ ভাঙনি কৰিবলৈ হাতত লওঁ। এই বিষয়ত মোক উৎসাহিত কৰিছিল, মোৰ ভাই স্বৰ্গীয় উমেশ চন্দ্ৰ বৰদলৈয়ে। তেওঁৰ উৎসাহতে উৎসাহিত হৈ মই মহাকবি কালিদাসৰ "মেঘদূতম্" কাব্যৰ মূল শ্লোকৰপৰা ভাঙনি কৰিবলৈ যত্ন কৰোঁ। মূল সংস্কৃতৰ ভাৱাৰ্থ মই কেইবাখনো অসমীয়া, বঙালী "মেঘদূত"ৰ টীকা আৰু ভাষ্যৰ পৰা সংগ্ৰহ কৰোঁ। প্ৰথমতে বঙালী ভাঙনি, শ্ৰীযুত নৰেন্দ্ৰদেৱৰ সচিত্ৰ "মেঘদূত"খনি দেখিয়েই মই উৎসাহিত হৈ পৰোঁ। কিন্তু সেই ভাঙনি খনিৰ সৰহভাগ ঠাইতেই মূল শ্লোকৰ পৰা ভাঙনিয়ে বেলেগ ৰূপ লৈ নিজৰ পথেৰে গতি কৰাত অলপ সুকীয়া গঢ় লৈছে। গতিকে মই সেই গঢ়ৰ পৰা আঁতৰি সংস্কৃত মূলভাৱাৰ্থ ৰক্ষা কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিছোঁ। তথাপি মই সম্পূৰ্ণভাৱে সংস্কৃতৰ ভাৱাৰ্থ ৰক্ষা কৰিব পাৰিছোঁ বুলি ক'ব নোৱাৰোঁ। কবিতা আকাৰে ভাঙনি কৰাত ঠায়ে-ঠায়ে মূল ভাৱাৰ্থৰ বহুত সলনি হয়তো হৈছে। তথাপি সংস্কৃত ভাৱাৰ্থ ৰক্ষা কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছোঁ। সৰল অসমীয়া কবিতাৰে ভাঙি অসমীয়া কাব্য সাহিত্য শৰাইলৈ মহাকবিৰ মূল কাব্যৰসৰ এধানমানিও ৰস ৰক্ষা কৰিব পাৰিলেও শ্ৰম সাৰ্থক বুলি মানি কৃতাৰ্থ হ'ম। আজি সুদীৰ্ঘকাল এই পুথিখনি লেখি থৈ ৰাইজৰ আগলৈ উলিয়াব নোৱাৰাৰ অপৰাধৰ ক্ষমা মাগিলোঁ।" পাতনিখনত চন-তাৰিখ নাই বাবে সময় নিৰ্ণয় কৰাটো সম্ভৱ নহ'ল। আগতেই কৈ অহা হৈছে যে "মেঘদূতৰ" পূৰ্বমেঘত ৬৬টা আৰু উত্তৰ মেঘত ৫৪টা, মুঠতে ১২০টা শ্লোক আছে। কিন্তু নলিনীবালা দেৱীৰ অনুবাদত পূৰ্বমেঘৰ ৩টা শ্লোকৰ ভাঙনি নাই। এই কাৰ্য্য ইচ্ছাকৃত যেন নালাগে। এইদৰে তিনিটা শ্লোক বাদ পৰাৰ তিনিটা কাৰণ অনুমান কৰিব পাৰি : (১) অনুবাদ কৰোঁতে নাইবা (২) প্ৰতিলিপি কৰাৰ সময়ত ভুলতে বাদ পৰি যাব পাৰে, অথবা (৩)

"মেঘদূত"ৰ যিটো সংস্কৰণৰ পৰা নলিনীবালা দেৱীয়ে এই ভাঙনি প্ৰস্তুত কৰিছিল, তাত হয়তো উক্ত তিনিটা শ্লোক নাছিলেই। বাদ পৰি যোৱা শ্লোক কেইটা হৈছে ঃ

(১) অম্ভোবিন্দুগ্ৰহণ চতুৰাংশ্চাতকান্ বীক্ষমানাঃ (২২)

(২) প্ৰদোত্যস্য প্ৰিয়দুহিতৰং বৎসৰাজোত্ৰ জহে (৩৩)

(৩) হাৰাংস্তাৰাংস্তৰলগুটিকান্ কোটিশশংখশুক্তি ঃ (৩৪)।

এই তিনিটা শ্লোক তিনিটা বাদ পৰাত প্ৰস্তুত অনুবাদটোত পূৰ্বমেঘত মাত্ৰ ৬৩টা শ্লোকেহে স্থান পাইছে। ছপোৱাৰ সময়ত এই কথা মনত ৰাখিলে ভাল হ'ব। অনুচিত যেন নালাগিলে কোনোবা দক্ষলোকৰদ্বাৰা সম্পন্ন পদ্যানুবাদসহ উক্ত শ্লোক তিনিটা সন্নিবিষ্ট কৰিলে অনূদিত কাব্যখন সম্পূৰ্ণাঙ্গ হ'ব।

সকলোৱে এইটো কথা জানে যে যিকোনো বিষয়ৰ গদ্যানুবাদতকৈ পদ্যানুবাদ যথেষ্ট কঠিন কাম যদিও গদ্য বা গদ্যানুবাদ সুখপাঠ্য কৰাৰো কিছুমান নীতি-নিয়ম আছে। সেই কলা সহজতে আয়ত্ত কৰিব পৰা যায়; কিন্তু পদ্য বা পদ্যানুবাদ সুপাঠ্য কৰিবলৈ ছন্দঃশাস্ত্ৰ অনুসৰণ কৰিবলগীয়া হয়। কৱিত্বগুণ নোপোৱাজনেও গদ্যানুবাদ কৰিব পাৰে; কিন্তু পদ্যানুবাদৰ বাবে অনুবাদক এজন কৱিও হ'ব লাগিব। কৱি নলিনীবালা দেৱীয়ে সেয়ে মহাকৱিৰ অমৰ ৰচনাৰ অনুবাদত হাত দিয়াটো নিতান্তই স্বাভাৱিক আছিল। তেওঁৰ নিষ্ঠা, একাগ্ৰতা, কৱিত্ব শক্তি আৰু পৰিশ্ৰমৰ ফলত সামগ্ৰিক ভাৱে অনুবাদ সাৰ্থক হৈছে। দুই এঠাইত উজুতি খাই থাকিব লগীয়াও হৈছে। যিকোনো কাৰণতে নহওক কিয়, তেওঁ হয়তো আৱশ্যক অনুসাৰে অনূদিত গ্ৰন্থখনত শেহতীয়াকৈ চকু ফুৰাব নোৱাৰিলে, সেইবাবে কোনো-কোনো ঠাইত ত্ৰুটি ৰৈ গ'ল। এই লেখকে প্ৰস্তুত অনুবাদটোৰ পুংখানুপুংখ বিৱৰণ এটা উলিয়াইছে (হয়তো কেতিয়াবা প্ৰয়োজন হ'ব পাৰে বুলি); কিন্তু ইয়াত সেইবোৰ উদ্ধৃত কৰি পাঠকসকলক আমনি দিয়াটো উচিত হ'ব বুলি নাভাবিলোঁ)।

মূল ছন্দঃ অনুবাদত ৰক্ষা কৰাটো সম্ভৱ নহয়। "মেঘদূত"ৰ এই অনুবাদতো হোৱা নাই। আনহাতে মূল "মেঘদূত" আদ্যোপান্ত মন্দাক্ৰান্তা ছন্দ ঃ অৰ্থাৎ একেটা ছন্দতে ৰচিত। কিন্তু নলিনীবালা দেৱীৰ অনুবাদটোত বিভিন্ন ছন্দৰ আশ্ৰয় কৰিব লগীয়া হৈছে। অন্যান্য অনুবাদকসকলেও তাকেই কৰা দেখা গৈছে। মহাপুৰুষ মাধৱ দেৱৰ দৰে দক্ষতা আছেই বা কেইজনৰ ?

সংস্কৃত শ্লোক ৰচনা কৰোঁতে প্ৰায়ে অন্ত্যানুপ্ৰাসত বেছি গুৰুত্ব দিয়া নহয়।

ছন্দঃশাস্ত্ৰৰ নিয়মটোহে তাত ঘাই কথা। কিন্তু (আধুনিক কৱিসকলৰ কথা বাদ দি) ছন্দঃপ্ৰিয় কৱিসকলে অন্ত্যানুপ্ৰাসত অধিক গুৰুত্ব দিয়াটোৱেই নিয়ম। বেছিভাগ কৱিয়েই অন্ত্য উপধাৰ মিল বিচাৰে। তাৰ ফলত কৱিতা সুৱলা হয়। কিছুমানে ভাৱে যে অন্ত্য আখৰৰ মিল হ'লেই যথেষ্ট। যেনে এৰি, ধৰি, নোৱাৰি আদিৰে কাম চলিব পাৰে; কিন্তু পূৰ্বোক্ত কৱিসকল এনে ব্যৱস্থাত সন্তুষ্ট নহয়। তেঁওলোক এৰিৰ লগত ঘেৰি আদিহে বিচাৰে। নলিনীবালা দেৱীৰ অনুবাদত দুয়ো ধৰণৰ প্ৰয়োগেই দেখা যায়। কোনো-কোনো ঠাইত আকৌ অন্ত্যানুপ্ৰাসৰ নিয়ম সঠিক মতে ৰক্ষা কৰাটো সম্ভৱ হোৱা নাই। (আগতেই কোৱা হৈছে, এই লেখকে অতি যত্ন সহকাৰে ছন্দৰ মিল-অমিল আদি সকলো যুগুতাই উলিয়াইছে)। কিন্তু এটা কথা মন কৰিব লগীয়া যে অকল অন্ত্যানুপ্ৰাসেই কৱিতা এটা সুশ্ৰাব্য বা সুপাঠ্য নকৰে, তাৰ লয় আৰু স্পন্দনহে কৰে। "মেঘদূত"ৰ প্ৰতিটো শ্লোকৰ চাৰিটাকৈ পঙ্ক্তি। অনুবাদটোত চাৰি শাৰীৰপৰা আঠ শাৰীত স্বাভাবিক ভাৱেই বিভিন্ন শ্লোকৰ ভাৱ ব্যক্ত কৰিব লগীয়া হৈছে। কোনো-কোনোটো বেযুৰীয়া হৈও আছে।

যদিও প্ৰবন্ধৰ কলেবৰ কিছু বৃদ্ধি পাব, তথাপি নলিনীবালা দেৱীৰ সাৰ্থক অনুবাদ দুটিমানৰ উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ ঃ

টোপনিত লালকাল/দেখা যদি প্ৰিয়তমা
বহিবা ক্ষন্তেক সখি কাষতে প্ৰিয়াৰ,
কণ্ঠলগ্না সপোনত/হয়তো বিভোৰা প্ৰিয়া
লভক মিলন স্বপ্ন কোলাত নিদ্ৰাৰ।
গৰজি উঠিলে তুমি/ভাঙিব টোপনি দেহি
বিবাদ বিৰহে হিয়া আবৰি ধৰিব,
কণ্ঠলগ্ন বাহুলতা সুলকিব সপোনৰ
মিলনৰ সুখস্বপ্ন দিঠকে হৰিব।

আৰু

মলয়াৰ বা লাগি/বুকুখনি কঁপি উঠে
কুঁহিপাতে ভৰি পৰে গছ লতিকাৰ,
সৰল সুগন্ধি সানি/সুৱদি সুৰভি বায়ু
বৈ যায় ধীৰে ধীৰে পথ দক্ষিণৰ।
সৰল সুগন্ধি বায়ু/পৰশে উতলা কৰে

**তাতো পাওঁ গুণৱতী পৰশ তোমাৰ,**
**সেই বাবে বাবে পতী/লওঁ হেৰা বুকু পাতি**
**সুখ মানো তোমাৰেই পৰশ সুধাৰ।**

**নাৰদীয় ভক্তিসূত্ৰ তথা ভক্তিযোগ সংকলন ঃ**

নাৰদ পাঞ্চৰাত্ৰ, বৃহন্নাৰদীয় পুৰাণ, নাৰদীয় ভক্তিসূত্ৰ আদি শাস্ত্ৰগ্ৰন্থ সমূহ দেৱৰ্ষি নাৰদৰ নামৰ লগত সংযুক্ত। নলিনীবালা দেৱীয়ে "নাৰদীয় ভক্তি সূত্ৰ"ৰ অসমীয়া ভাঙনি কৰি তাৰ "আগ কথা"-খিনিও লিখি থৈ গৈছে। তাত লিখা হৈছে— "নাৰদীয় ভক্তিসূত্ৰৰ পৰা সংকলন কৰোঁতে ভক্তিযোগৰ এটি বিশিষ্ট ব্যাখ্যা দিয়াৰ প্ৰয়াস কৰা হ'ল। এই অমূল্য গ্ৰন্থখনিৰ ভক্তিমূলক সূত্ৰবোৰৰ পৰা একান্ত ভক্তসকলে বহুতখিনি জানিবলগীয়া কথা জানিব।" পাতনিখনত চন-তাৰিখৰ উল্লেখ নাই। গতিকে সংকলনটো কেতিয়া যুগুতোৱা হৈছিল, সেইটো জনাৰ কোনো উপায় নাই। কোৱাটো উচিত হ'ব, প্ৰস্তুত সংকলনটোত সমগ্ৰ নাৰদীয় ভক্তিসূত্ৰৰ অনুবাদ নাই। ভক্তিযোগ স্পষ্ট কৰিবলৈ যিকেইটা সূত্ৰৰ প্ৰয়োজন, সেইকেইটাৰ অনুবাদহে ইয়াত পোৱা যাব। সেইবাবেই ইয়াক সংকলন বুলি কোৱা হৈছে। এই সকলনটোত মুঠতে ৬৩টা সূত্ৰৰ ভাঙনি ডাঙি ধৰা হৈছে।

নাৰদীয় ভক্তিসূত্ৰৰ অনুবাক্ বা অধ্যায় মুঠতে দহোটা। নলিনীবালা দেৱীয়ে সংকলটোত দ্বিতীয় অনুবাদৰ বাহিৰে বাকী কেইটা অনুবাদৰ পৰা সূত্ৰ সংকলন কৰি বিষয়-বস্তুত আলোকপাত কৰিছে। নাৰদীয় ভক্তি সূত্ৰ প্ৰথম অনুবাকত ভক্তশ্ৰেষ্ঠ দেৱৰ্ষি নাৰদে "ওঁ অথাতো ভক্তিং ব্যাখ্যাস্যামঃ" বুলি ভক্তিৰ সংজ্ঞা অতি সৰল ভাষাৰে বুজাইছে। কোৱা হৈছে, কোনোবাজনৰ প্ৰতি পৰম প্ৰেমেই ভক্তি। আনহাতে যিজন পৰম প্ৰেমৰ অধিকাৰী, সেইজনেই ভগৱন্ত। একমাত্ৰ বিশ্বনিয়ন্তা পৰমেশ্বৰৰ ওপৰতহে পৰম প্ৰেম অৰ্পিত হ'ব পাৰে। পৰম প্ৰেমৰপৰাই অমৃত অৰ্থাৎ অমৰ ভক্তি উৎপত্তি হয়। এই পৰমপ্ৰেমেই অমৃত স্বৰূপা ভক্তি। সেই প্ৰেমৰ অমৃত আস্বাদনে অমৃতত্ব দান কৰিব পাৰে আৰু বিবৃত কৰা হৈছে—আকাশ ডাঁৱৰে ঢাকি নধৰিলে পূৰ্ণিমাৰ জোনাকে যেনেকৈ পৃথিৱী পোহৰ কৰে, সেইদৰে মানুহৰ মন-মানসৰ, আত্মাৰ শান্তি-বিৰোধী বিষয়-বাসনাবোৰ মনৰপৰা আঁতৰি গ'লেই ভগৱৎ ভক্তি আপোনাআপুনি অন্তৰত বিকশি উঠি জ্ঞানৰ জেউতিৰে অন্তৰ পোহৰাই তুলিবলৈ সমৰ্থ হয়।

তৃতীয় অনুবাকত প্ৰকৃত ভক্তৰ লক্ষণ বিবৃত কৰা হৈছে—ভগৱন্তৰ চৰণত দেহ-মন সমস্ত কাৰ্য্য অৰ্পণ। ক্ষন্তেক ভগৱৎস্মৰণৰ ব্যাঘাত ঘটিলে অন্তৰত পৰম ব্যাকুলতা। এয়ে প্ৰকৃতভক্তৰ লক্ষণ। ব্ৰজগোপিকাসকলৰ দৰে পৰমপ্ৰিয়ৰ চৰণত সৰ্বস্ব অৰ্পিত প্ৰেমেই প্ৰকৃত ভগৱৎভক্তি বা প্ৰেম। এয়ে পৰম ভকতৰ অনুকৰণীয়।

চতুৰ্থ অনুবাকত ভক্তিৰ নৱসূত্ৰৰ ভিতৰত দুটামান সূত্ৰৰ উল্লেখ কৰা হৈছে। কৰ্ম আৰু জ্ঞান, ভক্তিৰ সমকক্ষ হ'ব নোৱাৰে। কৰ্ম, জ্ঞান—সকলোতকৈ ভক্তি শ্ৰেষ্ঠ। ভক্তি প্ৰেমদায়িনী। ৰজাৰ গৃহ দেখিলেই যেনেকৈ ভোজনৰ শান্তি নহয়, তেনেকৈ জ্ঞানৰ কাৰেং সাজিলেও ঈশ্বৰৰ প্ৰতি ভক্তি প্ৰেম অবিহনে মানুহৰ প্ৰাণৰ শান্তি নহয়।

পঞ্চম অনুবাকত সাধুসঙ্গৰ পৰা হোৱা উপকাৰৰ কথা কোৱা হৈছে। সাধুলোকৰপৰা ভগৱানৰ গুণ শ্ৰৱণ কীৰ্তন কৰিব। সাধুজনৰ পৰা পৰমেশ্বৰৰ কৃপাৰ লেশমাত্ৰ পালেও ভক্তি লাভ হয়। মহৎ সঙ্গ অমোঘ হ'লেও দুৰ্লভ আৰু অগম্য, ভাগ্য গুণতহে জীৱই এনে অমোঘ অৰ্থাৎ অব্যৰ্থ সত্য পাৰদৰ্শী সাধুসঙ্গ লাভ কৰিব পাৰে। এই সাধুসঙ্গ অতি দুৰ্লভ। পৰমেশ্বৰৰ কৃপা বিনে সাধুসঙ্গ পোৱা নাযায়। কাৰণ, ভক্ত আৰু ভগৱান্‌ৰ ভেদ নাই। ভক্ত আৰু ভগৱান্ অভিন্ন।

সপ্তম অনুবাকত পৰম প্ৰেমৰ স্বৰূপ ব্যাখ্যা কৰা হৈছে—"এই অনিৰ্বচনীয় প্ৰেমৰ স্বৰূপ বুজাব পৰা ভাষা নাই। কথাৰে ভাষাৰে এই স্বৰূপ প্ৰকাশ কৰিব নোৱাৰি। এই প্ৰেমৰ সোৱাদ মূকজনে অমৃত খাই তৃপ্তি পোৱাৰ দৰে। বোবাই অমৃত খাই কেনে পালে ব্যাখ্যা দিব নোৱাৰে। তেনেকৈ এই অনিৰ্বচনীয় প্ৰেমৰ সোৱাদৰ ব্যাখ্যা দিব নোৱাৰি। এই প্ৰেমৰ স্বৰূপ পাত্ৰৰূপ ভক্ততহে প্ৰকাশ পায়। এই প্ৰেম তিনিগুণৰ অতীত। এই কামনাশূন্য প্ৰেম প্ৰতি মুহূৰ্তে বাঢ়ি গৈ থাকে। 'বাহিৰ' ইন্দ্ৰিয়গ্ৰাহ্য নোহোৱা এই প্ৰেমৰ সোৱাদ ছেদ-ভেদ নোহোৱা। কেৱলমাত্ৰ ভক্তজনে সূক্ষ্মতম অনুভূতিৰে অনুভৱ কৰিব পাৰে। বাক্যেৰে তুলনাৰে প্ৰকাশ কৰিব নোৱাৰে।

অষ্টম অনুবাকত ভক্তিৰ সুলভতা প্ৰকাশ কৰি কোৱা হৈছে যে যোগ কৰ্মজ্ঞান আদিতকৈ ভক্তিহে সুলভ। এই পৰমা ভক্তি সকলো সাধন পন্থাতকৈ সুলভ। এই ভক্তিৰ প্ৰমাণৰ প্ৰয়োজন নাই। ভক্তৰ ভক্তিয়েই জাজ্বল্য প্ৰমাণ। ভক্তি নিজেই পৰমা ভক্তিস্বৰূপা আৰু পৰম শান্তিস্বৰূপা। এই পৰম প্ৰেমময় ভগৱানৰ প্ৰতি ওপজা প্ৰেম ভক্তিতকৈ সহজ সাধ্য কি আছে ?

নৱম অনুবাকত "অনুৰাগ" বৰ্ণিত হৈছে। একান্ত ভকতসকলে ভগৱানৰ কথা

পাতোঁতে আনন্দসাগৰত মগ্ন হৈ মুখৰ মাত হৰে। (পুলকানন্দ) ভগৱৎপ্ৰেমৰ পুলকত গদ্‌গদ্ ভাষণ, ঠোকাঠুকি মাত, (ৰোমাঞ্চ) গাৰ নোম থিয় হৈ চকুলো বাগৰি পৰে। এনেজন পৰম ভকতে পৃথিৱী পৱিত্ৰ কৰে, কুল উদ্ধাৰ কৰে।

দশম অনুবাকত ভক্তিসাধনৰ কথা নিৰ্দেশ কৰা হৈছে—(১) ভক্তিত কোনো বাদ নাই, (ওঁ বাদো নাৱলম্বঃ)! (২) ভক্তি শাস্ত্ৰই ভক্তিবৰ্ধক কাম কৰায়, (৩) সত্য, শৌচ, শুচিতা, দয়া, আস্তিক্যপূৰ্ণ চৰিত্ৰ পালন কৰিব। সত্য, শুচিতা আৰু অন্তৰ দয়াৰে পূৰ্ণ কৰি শুদ্ধ কৰি ল'লেহে ভক্তিয়ে বাস কৰে।

উক্ত অনুবাক্‌সমূহৰ আলোচনাৰ পাছত গ্ৰন্থখনৰ শেষৰ ফালে আত্মানুভূতি, পৰমাত্মাৰ ব্ৰহ্মসংযোগৰ কথা বিবৃত কৰা হৈছে। আত্মানুভূতি ব্যাখ্যাত কোৱা হৈছে—আত্মাই ব্ৰহ্ম। বৃহদাৰণ্যক উপনিষদে আত্মা অৰ্থাৎ ব্ৰহ্মকে প্ৰাণৰূপ বুলি কৈছে। আনহাতে ঐতৰেয় উপনিষদত এই আত্মা বা ব্ৰহ্মক প্ৰজ্ঞা বুলি কোৱা হৈছে। যি প্ৰাণ, সেয়ে প্ৰজ্ঞা। মাণ্ডুক্য উপনিষদত প্ৰাণ আৰু প্ৰজ্ঞাক দুটি পখী বুলি বৰ্ণনা কৰা হৈছে। দুটি পখী একে জোপা গছতে থাকে। এৰাএৰি নাই। এটিয়ে গছৰ সুমিষ্ট ফল খায়। আনটিয়ে চাই থাকে। ফল নাখায়।

পৰমাত্মাৰ ব্ৰহ্মসংযোগত কোৱা হৈছে—আত্মাই শৰীৰ ধাৰণ কৰি থাকিলেও আত্মাৰ লক্ষ্য বা গতিৰ সম্বন্ধ ব্ৰহ্মধামত। আত্মাৰ লক্ষ্য মাথোঁ আনন্দময় ব্ৰহ্মধাম বা আনন্দ লোকলৈহে প্ৰতি পলকে অজানিতভাৱে ধাৱমান হৈ থাকে, যি আনন্দময় লোকৰ ক্ষণিক অনুভূতি পালে মনুষ্যজীৱনত পাবলৈ আৰু একো বাকী নাথাকে। যি ঠাইত পৃথিৱীৰ সূৰ্য্য চন্দ্ৰৰ পোহৰ নালাগে, যি ঠাই শত চন্দ্ৰ সূৰ্য্য জ্যোতিত উদ্‌ভাসিত সেই নিৰঞ্জন পুৰী কোটি সূৰ্য্য চন্দ্ৰৰ জোতিৰে চিৰ দীপ্তিমান্ ঃ

**ন তত্ৰ সূৰ্য্যো ভাতি ন চন্দ্ৰতাৰকম্**
**নেমা বিদ্যুতো য়ান্তি কুতোয়ম্ অগ্নিঃ।**
**তমেৱ ভান্তম্ অনুভাতি সৰ্বম্**
**তস্য ভাষা সৱামিদং বিভাতি॥**

দিব্যানুভূতি—ভক্ত সাধকে যিদিনা এই পৰমপুৰীৰ অনুভূতি লাভ কৰিবলৈ সমৰ্থ হয়, সেইদিনা আৰু ভক্তসাধকৰ কোনো বাসনা নাথাকে, সৰ্ব কামনা-বাসনাৰ অৱসান ঘটে। এই আনন্দলোকৰ আনন্দ অমৃত পান কৰি মনুষ্যজীৱনৰ পৰম তৃষ্ণাৰ সমাপ্তি ঘটে। এই মনুষ্য জীৱনতে ভক্ত সাধকে তনু-মনত এক অনিৰ্বচনীয় প্ৰশান্তিৰ

অৱস্থা লাভ কৰি শান্ত হয়।

মূল নাৰদীয় ভক্তিসূত্ৰ অতি প্ৰাঞ্জলকৈ লিখা হৈছে। অনুবাদো সহজ-সৰল আৰু হৃদয়স্পৰ্শী হৈছে। নলিনীবালা দেৱীৰ "নাৰদীয় ভক্তি সূত্ৰ" যিদৰে মূল গ্ৰন্থৰ সংকলন, সেইদৰে এই লেখকৰ এই নিবন্ধও উক্ত সংকলনৰ সাৰ সংগ্ৰহ মাত্ৰ। ভাষাও সম্পূৰ্ণ সংকলন কৰ্ত্ৰীৰ পৰা উদ্ধৃত। এই সংকলনৰ কথা মৌলিক নহ'লেও ভাষা যেন মৌলিক। নলিনীবালা দেৱীয়ে পাতনিত লিখিছে—"এই অমূল্য গ্ৰন্থখনিৰ ভক্তিমূলক সূত্ৰবোৰৰ-পৰা একান্ত ভক্তসকলে বহুখিনি জানিব লগীয়া কথা জানিব পাৰিব।" কথা একেবাৰে সঁচা। কিন্তু এই কথা তাতোকৈ সত্য যে যিকোনো মানুহেই যদি নিষ্ঠা সহকাৰে সংকলনটো পাঠ কৰে, তেন্তে নিজৰ জীৱনত অসাধাৰণ পৰিৱৰ্তন সাধন নোহোৱাকৈ নাথাকে।

ভাঙনি কিমান সহজবোধ্য হৈছে, সেই কথা আৰু বেলেগে উদাহৰণ দি বুজোৱাৰ প্ৰয়োজন নাই। এই পৰিচয়টোত উদ্ধৃত ভাষায়েই তাৰ প্ৰকৃষ্ট প্ৰমাণ বহন কৰিছে।

**উপসংহাৰ ঃ**

পদ্মশ্ৰী নলিনীবালা দেৱীৰ গ্ৰন্থৰ বিষয়ে কিবা লিখিবলৈ যোৱাটো ধৃষ্টতা মাত্ৰ। তথাপি দায়িত্ব এটা হাতত লৈহে এনে এটা গুৰুত্বপূৰ্ণ কামত হাত দিবলগীয়া হৈছে। যোগ্যজনে এনে কাৰ্যৰ দায়িত্ব গৌৰৱৰ বুলি ভৱাটো স্বাভাৱিক; কিন্তু আমাৰ দৰে অভাজনে ভুল-ত্ৰুটিৰ বাবে সংকোচ অনুভৱ কৰিবলগীয়া হৈছে।

নলিনীবালা দেৱীৰ প্ৰকাশিত-অপ্ৰকাশিত ৰচনা গোটাই সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে প্ৰকাশ কৰাৰ ব্যৱস্থা হাতত লোৱা বুলি শুনি অতি আনন্দিত হৈছোঁ। এইটো এটা মহত্বপূৰ্ণ, প্ৰশংসনীয় পদক্ষেপ। কিন্তু এই সম্পৰ্কত আমাৰ এটা পৰামৰ্শ আছে। যি চাৰিটা পাণ্ডুলিপিৰ পৰিচয় আমাক লিখিবলৈ দিয়া হৈছে, সেইবোৰৰ প্ৰতিলিপিত ভালেমান বৰ্ণাশুদ্ধি আছে। মূল সংস্কৃততো আছেই, অনুবাদ বা ভাৱাৰ্থতো আছে। ছপোৱাৰ আগতে এইবোৰ যত্নসহকাৰে শুধৰাই ল'লে ভাল হয়। আগতেই কোৱা হৈছে। "মেঘদূত" খনৰ কোনো কোনো ঠাইত ছন্দোভঙ্গ, অন্ত্যানপ্ৰাসৰ অমিল আদি বিসঙ্গতি আছে। ফলত লয় আৰু শ্ৰুতি মধুৰতাত বাধা পৰিছে। অনুবাদিকাই সময় পালে হয়তো নিজেই ত্ৰুটিবোৰ শুধৰালেহেঁতেন। গতিকে এতিয়াও শুধৰালে কোনো দোষ নহ'ব যেন পাওঁ। কোনোবা পাৰদৰ্শী লোকৰ হতুৱাই এই কামটো কৰালে ভাল হ'ব। অৱশ্যে এইটো মোৰ হে পৰামৰ্শ।

নলিনীবালা দেৱী এগৰাকী দক্ষ কৱি। ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, ৱৰ্ধাই "কৱি শ্ৰীমালা"ত নলিনীবালা দেৱীকো সসম্মানে স্থান দিছে। নলিনীবালা দেৱীৰ ভাষা অতুলনীয় অনুভূতিৰে পৰিপূৰ্ণ। সংস্কৃত ভাষাত থকা তেওঁৰ ব্যুৎপত্তিৰ কাৰণে তেওঁৰ ভাষাত সংস্কৃত শব্দৰ প্ৰয়োগ বেছি। তথাপি তেওঁৰ ভাষা কঠিন নহয়। নিজৰ কাব্যিক ভাষাক অন্তৰৰ ভাষাৰে স্পন্দিত কৰাৰ বাবে তেওঁৰ ভাষা অতি বিশুদ্ধ, মধুৰ আৰু কোমল। লগতে তেঁওৰ ভাবো ওজস্বিতা পূৰ্ণ। তেঁওক অসমীয়া সাহিত্যৰ "মহাদেৱী বৰ্মা" বুলিও কোৱা হয়। আনহাতে তেওঁৰ কৱিতা বেদনাৰ কৰুণৰসেৰে ওতপ্ৰোত হোৱা বাবে তেওঁক অসমৰ "মীৰাবাই" বুলিও কোনো কোনোৱে অভিহিত কৰিব খোজে। তেওঁৰ কৱিতাত শান্ত আৰু কৰুণ ৰস তথা ভাৱপক্ষ আৰু কলাপক্ষৰ অপূৰ্ব সামঞ্জস্য বিদ্যমান। শৈলী আৰু ছন্দ প্ৰয়োগৰ দৃষ্টিৰে নলিনী বালাৰ স্থান অসমীয়া ভাষাত অন্যতম। প্ৰকৃততে নলিনীবালা দেৱী তেওঁৰ অতীন্দ্ৰিয়বাদী কৱিতাসমূহৰ বাবেই অসমীয়া কাব্য জগতত জিলিকি থাকিব।

নলিনীবালা দেৱীৰ শব্দ ভাণ্ডাৰ অতিশয় টনকিয়াল আছিল। ভাৱপ্ৰকাশত তেওঁক অনন্য বুলিয়েই ক'ব পাৰি। কোন ৰূপ প্ৰকাশ কৰিবলৈ কি শব্দ বা ভাষাৰ প্ৰয়োগ কৰিব লাগে, সেইসম্পৰ্কত তেওঁৰ দক্ষতা অনুপম। অনুবাদ হ'লেও আলোচিত গ্ৰন্থ কেইখনত তেওঁৰ দক্ষতা প্ৰকাশ নোহোৱাকৈ থকা নাই।

# নলিনীবালা দেৱীৰ "জোনাকী স্বপ্ন সুৰভি"

## চাৰু চহৰীয়া নাথ

অসমৰ কবিতাৰ জগতৰ এটি মহান নাম নলিনীবালা দেৱী। ১৮৯৮ চনত জন্ম লাভ কৰি ১৯১৭ চনত ভৰ যৌৱনতে বৈধব্য বৰণ কৰা নলিনীবালা দেৱী আছিল এগৰাকী জন্ম কবি। এক দৃঢ় মানসিক শক্তিৰে জীৱনৰ দুখ বেদনাক ভগৱানৰ আশীৰ্ব্বাদ বুলি মানি লোৱা এই গৰাকী কবিৰ কবিতা বিষাদৰ ৰাগিনীৰে ভৰা।

নলিনীবালা দেৱীৰ কবিতা পুথি সমূহ হ'ল, 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমনি', 'অলকানন্দা', 'যুগদেৱতা', 'অন্তিম সুৰ' আৰু জাগৃতি। অপ্ৰকাশিত ভাবে থকা কবিতা পুথি কেইখন হ'ল—'জোনাকী স্বপ্ন সুৰভি', 'মন্দাকিনী', 'সন্ধিয়াৰ সপোন পৰশ', 'সাঁজৰ পূৰবী' আৰু 'মেঘদূত' কাব্য। 'জোনাকী যুগ' 'বাঁহীযুগ' আৰু তাৰ পৰৱৰ্তীকালৰ মুঠ উনত্ৰিশ গৰাকী কবি সাহিত্যিকলৈ শ্ৰদ্ধাঞ্জলি যাঁচি লিখা কবিতা সংকলনটিৰ নাম "জোনাকী স্বপ্ন সুৰভি"। ত্ৰিশটা কবিতাৰ এই কবিতা সংকলনখনিত সেইযুগৰ অসমৰ ইতিহাস, অসমীয়া জাতীয়তাবাদ আৰু অসমৰ সংস্কৃতিৰ ছবি সুন্দৰকৈ প্ৰতিফলিত হৈছে। অতীন্দ্ৰীয়বাদী কবি হিচাবে পৰিচিতা নলিনীবালা দেৱীৰ কবিতা সমূহত ৰহস্যৰ অনুপম ছবি অঙ্কিত হৈছে যদিও, 'জোনাকী স্বপ্ন সুৰভি'ত দেশপ্ৰেমৰ ভাৱহে পৰিস্ফুট হৈছে।

কবিয়ে প্ৰকৃতিৰ বিশাল বুকুৰ আৰু সমাজৰ বিভিন্ন ঘটনাৰ পৰা সেইবিলাককহে কাব্যৰ আধাৰ হিচাবে গ্ৰহণ কৰে, যিবিলাকৰ ওপৰত তেওঁ নিজৰ উদাত্ত কল্পনাৰ ভেঁটি নিৰ্ম্মাণ কৰি মানৱ জীৱনৰ দিব্য প্ৰাসাদ নিৰ্ম্মাণ কৰিব পাৰে। এই উপকৰণ সমূহৰ বলতেই কবিৰ তুলিকাৰ পৰা জীৱনৰ সৌন্দৰ্য্য বিচ্ছুৰিত হয়। কবিৰ জীৱনত প্ৰভাৱ পেলাব পৰাকৈ যিবিলাক ঘটনাক্ৰম সমাজত ঘটি থাকে সেইবিলাকেই কবি প্ৰতিভাৰ সূক্ষ্ম জালত ধৰাদি কবিতাৰ ৰূপ লয়। এইদৰে মানব জীৱনৰ ব্যাখ্যাকৰ্তা হোৱা কাৰণে কবিয়ে আমাৰ পৰিচিত ব্যক্তিসকলৰ বিভিন্ন কাৰ্য্যাৱলীৰো ব্যাখ্যা কৰে আৰু তাৰ লগে

লগে তেওঁ মানৱ জীৱনৰ সামগ্ৰিক সিদ্ধান্তৰ লগতে ব্যক্তিগত কাৰ্য্য প্ৰণালীবো তুলনা কৰে। এইদৰে কবিয়ে বিশেষ একোজন ব্যক্তিৰ জীৱনৰ ঘটনাক্ৰমৰ আধাৰত এখন বিশেষ সমাজৰ বৰ্ণনা কৰে। নলিনীবালা দেৱীও এনে এগৰাকী মহিয়সী কবি। বিভিন্ন জনৰ মৃত্যুত শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিবলৈ গৈ তেওঁ মানৱতাৰ কেন্দ্ৰত স্থিত প্ৰধান প্ৰধান মনোবেগ সমূহ অভিব্যক্ত কৰিছে তেওঁৰ কাব্যসংকলন "জোনাকী স্বপ্ন সুৰভি"ত। ইয়াত সন্নিবিষ্ট কবিতা সমূহত তেওঁ কবি-সাহিত্যিক সকলৰ অন্তৰ্নিহিত গুণৰাজিৰ অভিব্যঞ্জনা কৰিছে, যিবিলাকে তেওঁলোকক সাধাৰণৰ পৰা বিশিষ্টলৈ উন্নীত কৰিছে। কবিৰ দেশভক্তি, স্বজাতি-স্বভাষা প্ৰেম, মানৱদৰদী আকুলতা, প্ৰকৃতিৰ নৈসৰ্গিক বৰ্ণনা আৰু ভাষাজননীৰ সেৱকৰ প্ৰতি থকা শ্ৰদ্ধাভাৱ এই কবিতাসমূহৰ মাজেদি পৰিস্ফুট হৈ উঠিছে। যদিও আটাইবোৰ কবিতাৰ শিৰোনামা সমানধৰ্ম্মী, তথাপিও প্ৰতিগৰাকী কবিৰ কাব্যপ্ৰতিভা, সাহিত্যিক মৰ্য্যাদা ব্যক্তিত্ব, সমাজ আৰু কবিজীৱনৰ অবদান, তেওঁলোকৰ নিজস্বশৈলী, ছন্দৰীতি, সামাজিক, ধাৰ্ম্মিক বৈশিষ্ট আদি ভিন্নৰূপে প্ৰতিফলিত হৈছে। এনেবোৰ বৈশিষ্ট্য থকা বাবে অপ্ৰকাশিত এই পুথিখনি যদি কেতিয়াবা প্ৰকাশৰ মুখ দেখে তেন্তে এইখনি এনে বিষয়ৰ অসমীয়া সাহিত্যৰ একমাত্ৰ গ্ৰন্থৰূপে পৰিচিত হব, ইয়াত অকনো সন্দেহ নাই।

বাগ্মীবৰ নীলমনি ফুকন দেৱৰ সোঁৱৰনত নলিনীবালা দেৱীয়ে তেওঁৰ অপ্ৰকাশিত কবিতা সংকলন "জোনাকী স্বপ্ন সুৰভি" উছৰ্গা কৰিছে। সেয়েহে কবি গৰাকীলৈ শ্ৰদ্ধাঞ্জলি যাঁচি প্ৰথম কবিতা "উৎসৰ্গ"ৰ পাতনিতে লিখিছে—

**"অসমীৰ কাব্যকাননত**
**ফুলিল জীৱন পুষ্প**
**হে' কবি ! তোমাৰ**
**ভাষাজননীৰ এই নন্দন বনত"।**

কবিতাটোৰ মাজেদি কবিয়ে বাগ্মীবৰ কবিৰ অসমীয়া ভাষাজননীলৈ আগবঢ়োৱা অৱদানৰ কথা সাৱলীল ভাষাত উল্লেখ কৰিছে। আজীৱন মাতৃভূমি আৰু মাতৃভাষাৰ সেঁৱাত ব্ৰতী এই মহান কবি গৰাকীক স্মৰণ কৰি কবিয়ে লিখিছে—

**"জীৱনৰ ৰহঘৰা টুপি টুপি কৈবাকি**
**জনমভূমিক নিতে কৰিছা অৰ্চ্চন"।**

বাগ্মীবৰ কবিয়ে হিয়াকাব্য ফুলনিৰ সুগন্ধিত ফুল তুলি আই অসমীক 'কবিতাৰ হাৰ'

পিন্ধালে। চিৰকুমাৰ ব্ৰহ্মচাৰী ফুকনদেৱে স্বদেশৰ কল্যাণকামনা কৰি প্ৰেমপ্ৰীতি ভালপোৱাৰ বাণী প্ৰচাৰ কৰিলে। কবিয়ে কৈছে—

**"দীঘলীয়া জীৱনত কৰিলা দেশৰ সেঁৱা**
**শিৰত সাদৰি লৈ মাতৃভক্তি ব্ৰত**
**বাগ্মীবৰ ! বাগ্মীতাত নিনাদি উঠিল কণ্ঠ**
**কলকণ্ঠ ভাষণত স্বদেশ তবধ"।**

এইদৰে বাগ্মীবৰৰ দেশসেঁৱা আৰু কাব্যপ্ৰতিভাৰ গুণ স্মৰণ কৰি নলিনীবালা দেৱীয়ে তেওঁৰ কবিতাপুথি "জোনাকী স্বপ্ন সুৰভি" সমৰ্পণ কৰিছে—

**"অসমৰ কবি শিল্পী সাহিত্যসাধকৰ 'জোনাকীৰ স্বপ্নসুৰভি সোঁৱৰণ'**
**অৰপিলোঁ হে' প্ৰাচীন কবি তোমাৰ হাতত।"**

কবিতা সংকলনখনৰ দ্বিতীয়টি কবিতা "জোনাকী অসম"। এই কবিতাটিৰ মাজেদি ফুটি উঠিছে কবিৰ অসমপ্ৰীতিৰ নিভাঁজ অঙ্কুৰন। প্ৰকৃতিৰ ৰম্যপুৰী অসম যেন কবিতা কানন, য'ত অনাদিকালৰ পৰা আদি কবিকুলে কাব্যৰ ছন্দে ছন্দে সুৰৰ গুঞ্জৰণ সৃষ্টি কৰি আহিছে। অসম মাতৃৰ বন্দনা কৰি কৈছে, লুইতৰ দুয়োপাৰে শান্তিৰ সুৰভি উৰে, চৰণযুগল মহানদ ব্ৰহ্মপুত্ৰই পখালি থাকে, অসমীৰ আকাশে বতাহে শঙ্কৰ মাধৱৰ জ্ঞানযুক্ত কাব্যৰ মনোহৰ সুৰৰ কম্পন বিদ্যমান। পথাৰৰ গৰখীয়া, ৰোৱনী দাৱনীৰ গীতৰ সুৰত মুখৰিত হৈ উঠে অসমীৰ ৰূপবন, নন্দন কানন। এনে এখন সুষমাময়ী অসম এদিন ৰাহুৰ কৰালগ্ৰাসত স্তব্ধ হৈ পৰিছিল। অতীতৰ সৌৰ্য্য-বীৰ্য্য সকলো হেৰুৱাই অসমীয়া জাতিয়ে এদিন কান্দিব লগীয়া হৈছিল—

**"অকস্মাৎ কালৰ ভাৱৰে**
**ঢাকিছিল জোনৰ জেউতি**
**অচিনাকী ৰাহুৰ গ্ৰাসত**
**থান বান জীৱনৰ জ্যোতি**
**অতীতৰ শৌৰ্য্য বীৰ্য্য গৌৰৱ বিভূতি হেৰুৱাই**
**স্তব্ধ হ'ল জীৱনৰ গতি**
**এন্ধাৰত বাট হেৰুৱাই**
**কান্দিছিল অসমীয়া জাতি"।**

কিন্তু অসমীয়াৰ দুৰ্দশাৰ দিনৰ এদিন অন্ত পৰিছিল। অসমৰ সাহিত্য সংস্কৃতিৰ

পুনৰুদ্ধাৰৰ বাবে কেইগৰাকীমান প্ৰবাসী তৰুনৰ অশেষ চেষ্টাৰ ফলত অসমে আকৌ গৰ্ব্বোন্নত-মস্তক তুলি নিজৰ স্বকীয় পৰিচয় দাঙি ধৰিছিল। এই প্ৰবাসী তৰুণ সকলৰ প্ৰচেষ্টাত অসমীয়া ভাষা সাহিত্যই পুনৰ হৃত গৌৰৱ উদ্ধাৰ কৰিবলৈ সক্ষম হ'ল। কবিতাটিৰ শেষত কবিয়ে সেয়ে কৈছে—

**"এমুঠি তৰুণৰ প্ৰবাসী প্ৰাণত**
**জোনাকীৰ জোনাকে উপচালে।"**

জোনাকীৰ প্ৰভাৱত অসমীয়া ভাষা সংস্কৃতিয়ে ন ৰূপত গঢ়লৈ উঠিল।

"প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা দেৱলৈ শ্ৰদ্ধাঞ্জলি" এই কবিতা সংকলনখনিৰ তৃতীয়টি কবিতা। কবিতাটিত চন্দ্ৰকুমাৰ আগৰৱালা দেৱলৈ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰা হৈছে। জোনাকী যুগৰ কবি চন্দ্ৰকুমাৰ আগৰৱালাক তেওঁ প্ৰতিমাৰ খনিকৰ বুলি সম্বোধন কৰিছে। সুদূৰ কলিকতাৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাই কিদৰে অসমীয়া ভাষা-সাহিত্যৰ সেঁৱা কৰিছিল তাৰ এটি স্পষ্ট আভাস কবিতাটিৰ মাজেদি দাঙি ধৰিছে। কবিয়ে কৈছে—

**"অতীতৰ সপোন পাহৰি হে দৰদী কবি**
**দুহাতেৰে সাবটিলা ভাষা অসমীক**
**জাতিৰ প্ৰাণত মাতৃভাষা প্ৰচাৰ প্ৰতিষ্ঠা কৰি**
**অসমীৰ জীৱন যুদ্ধত অস্ত্ৰযোগালা।"**

"জ্ঞানমালিনী কবি মফিজুদ্দিন আহমদ হাজৰিকা দেৱলৈ শ্ৰদ্ধাঞ্জলি" নামৰ কবিতাটিত কবি নলিনীবালা দেৱীয়ে হাজৰিকা দেৱক অতি শ্ৰদ্ধাৰে সুঁৱৰিছে—

**"এনে এটি সুপুত্ৰ শুৱনি পুৱাত**
**আহিছিলা জ্ঞানযোগী মাতৃ কোলালৈ**
**অসমীৰ পূণ্যভূমিলৈ"।**

কবিতাটিৰ মাজেদি কবিয়ে হাজৰিকা দেৱৰ দেশপ্ৰেম আৰু জাতীয় চেতনাবোধ ফুটাই তুলিছে। হাজৰিকাৰ কবিতাত কবি নলিনীবালা দেৱীয়ে আপুৰুগীয়া গৌৰৱ আৰু প্ৰীতিৰ সুৰ দেখিবলৈ পাইছে। তেওঁ অনুভৱ কৰিছে—

**"হিয়াপমা সুৰেৰে যি গীত ৰচিলা তুমি**
**পৃথিৱীত ক'তো বিচাৰি পাবলৈ নাই।"**

এই কবিতা ফাঁকিয়ে কবি নলিনীবালাৰো গভীৰ দেশপ্ৰেম ফুটাই তুলিছে।

"জ্ঞানযোগী আনন্দৰাম বৰুৱা দেৱলৈ শ্ৰদ্ধাঞ্জলি" কবিতাটিৰ যোগেদি কবি নলিনীবালা দেৱীয়ে স্বৰ্গীয় আনন্দৰাম বৰুৱালৈ শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছে। কবিতাটিত নলিনীবালাৰ প্ৰকৃতি প্ৰেমৰ পৰিচয় পোৱা যায়। তেওঁৰ কবিতাত প্ৰকৃতিৰ বৰ্ণনা স্বাভাৱিকতে দেখা যায়। কবিতাটি আনন্দৰাম বৰুৱাৰ সোঁৱৰণী সভাত পাঠ কৰা হৈছিল। এফালে প্ৰকৃতিৰ স্বাভাৱিক বৰ্ণনা আনফালে আনন্দৰাম বৰুৱাৰ জীৱনদীপ্ত ব্যক্তিত্বৰ আভাস, কবিতাটিৰ মূল বৈশিষ্ট। কবিতাটিৰ প্ৰাৰম্ভতে কবিয়ে মনিকৰ্ণেশ্বৰত দেৱতাৰ আশীৰ্ব্বাদত আনন্দৰাম বৰুৱাই জন্ম লাভ কৰাৰ কথা সুৱলাকৈ ব্যঞ্জিত কৰিছে। আনন্দৰাম বৰুৱাৰ ব্যক্তিত্বৰ কথা, সংস্কৃত ভাষা সাহিত্যৰ সাধনাৰ বিষয়ে সাৱলীল ভাষাত বৰ্ণনা কৰি কবিয়ে কৈছে—

**"দেৱভাষা সাধনাৰ সুশোভিত প্ৰভা স্পৰ্শমনি**
**বেদ-উপনিষদৰ শক্তিধৰি মহামুনি।**
**পিন্ধালে মৰণজয়ী জ্ঞান সাধকক**
**জ্ঞানী সমাজে গৌৰৱ শ্যামন্তক মনি"।**

আনন্দৰাম বৰুৱা সংস্কৃত সাহিত্যৰ পূজাৰী আছিল। কবিয়ে তেওঁৰ সেই অৱদানৰ কথা পাহৰা নাই। সংস্কৃত সাহিত্যৰ যোগেদি তেওঁ বিশ্বসাহিত্যৰ 'মণিমন্দিৰ'ত অসমৰ 'জ্ঞানবন্তি' জ্বলাইছিল। অসমত যদিও তেওঁৰ প্ৰকৃত মূল্যায়ন হোৱা নাছিল, ভাৰতীয় সাহিত্যত কিন্তু তেওঁ বাস্তৱ মৰ্য্যাদা লাভ কৰিছিল। এইদৰে কবিয়ে আনন্দৰামৰ ব্যক্তিত্বৰ বৰ্ণনা কৰি তেওঁৰ অৱদানৰ কথা বাৰম্বাৰ স্মৰণ কৰিছে।

ইয়াৰ পিছত সন্নিবিষ্ট হৈছে বিহগী কবি ঁৰঘুনাথ চৌধুৰী দেৱক উদ্দেশি লিখা এটি দীঘলীয়া কবিতা। ১৯৬৭ চনৰ ৩০ ডিচেম্বৰত ডিব্ৰুগড়ত বিহগী কবিৰ শতবাৰ্ষিকীত শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰি কবিয়ে এই মনোমোহা কবিতাটি ৰচনা কৰিছিল। বিহগী কবিৰ বৰ্ণনা কৰোতে নলিনীদেৱীয়ে ইয়াত প্ৰাকৃতিক উপাদান সমূহৰ বৰ্ণনা দিবলৈ পাহৰা নাই। সেয়ে কবিতাৰ পাতনিতে লিখিছে—

**দীঘলীয়া জীৱনৰ পাৰে পাৰে ডেউকা কোবাই**
**ভাগৰি পৰিলা নেকি ?**
**অকলশৰীয়া কবি বিহঙ্গম ?**
**প্ৰকৃতি বনত কৰি নীড় বিচৰণ**
**বনৰ পখীৰে পাতি জীৱন মিতালী**

**বুটলি সুৰভি পুষ্পগিৰি মল্লিকাৰে**
**পৰ্ব্বত শিখৰে শিখৰে**
**সজালা ভাষাৰ মঞ্চ পুষ্প উপচাৰে।"**

ৰঘুনাথ চৌধুৰী দেৱৰ কাব্যৰ বিষয়বস্তুৰ অনুকূলে কেতেকী দহিকতৰা আদি প্ৰকৃতিৰ বিভিন্ন উপকৰণৰ বৰ্ণনা কবিতাটিত স্পষ্ট হৈ উঠিছে। এইদৰে কবিয়ে বিহগী কবি ৰঘুনাথ চৌধুৰী দেৱলৈ অন্তৰ উজাৰি শ্ৰদ্ধা নিবেদন কৰি মৰণ পথৰ যাত্ৰী কবি গৰাকীৰ মৃত্যুত বিদায় দিছে এনেদৰে—

**যোৱা কবি ! আছে বৈ স্বৰ্গ দুৱাৰতে**
**জ্যোতিৰ্ম্ময়ী কাব্য প্ৰণয়িনী**
**হাতত বৰণমালা লৈ**
**সৌন্দৰ্য্যলোকৰ স্বপ্নময় কল্পকাননত**
**শ্ৰান্ত কবি ! লোৱাগৈ অনন্ত জিৰণি।**

১৯৬৭ চনতেই নলিনীবালা দেৱীয়ে আন এগৰাকী মহান সাহিত্যৰথীৰ স্মৰণত এটি কবিতা লিখে। এই মহান ব্যক্তি গৰাকী হ'ল উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈদেৱ। ৰঘুনাথ চৌধুৰীৰ কাব্য প্ৰতিভাৰ বৰ্ণনা কৰাৰ দৰেই এই কবিতাটিতো বৰদলৈ দেৱৰ সাহিত্য প্ৰতিভাৰ নিভাঁজ বৰ্ণনা কাব্যিক ব্যঞ্জনাৰ মাজেৰে ব্যক্ত কৰিছে। ৰজনীকান্ত বৰদলৈৰ সাহিত্য প্ৰতিভাৰ এনে কাব্যিক ব্যঞ্জনা অন্যত্ৰ দুৰ্লভ। মুঠতে কবলৈ গলে এই কবিতাটিৰ মাজেৰে কবি নলিনীবালা দেৱীয়ে ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ সাহিত্যকৰ্ম্মৰ প্ৰায় সকলো দিশ সামৰি "ছাঁতে শুকুৱা, মুঠিতে লুকুৱা" কথাষাৰ যথাৰ্থ কৰি তুলিছে। এটি মাত্ৰ নমুনা তলত দাঙি ধৰা হ'ল—

**"শিল্পীৰ চকুৰে ৰজনীয়ে বুটলিলে**
**সোৱন শিৰীৰ পাৰে পাৰে সোনৰ চেকুৰা**
**সৰল নিভাঁজ মিৰি সমাজৰ**
**পৰ্ব্বত মাজত ফুলা প্ৰেমৰ সফুঁৰা**
**নীলা নীলা পৰ্ব্বতমালাত দেৱতাৰ ঠাই**
**সভ্যতা পৰশে য'ত পৰশি কলুষ কৰা নাই।"**

বৰদলৈৰ প্ৰতি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰোঁতে কবিয়ে কবিতাৰ মাজত কবিতাৰ স্থান উলিয়াই লৈছে। বৰদলৈ দেৱৰ চিৰনবীন উপন্যাস 'মিৰিজীয়ৰী'ৰ এটি গীত

নিজ কবিতাৰ মাজত অতি নিভাঁজ ৰূপত স্থাপন কৰি কবিতাটিৰ সৌন্দৰ্য্য বৃদ্ধিত সহায় কৰিছে—

**"বিদায়ৰ শেষদিনা কৈ গ'ল পৰ্ব্বতীয়া সৰল ডেকাই**
**এষাৰি করুণ গীত বাজিব'ল প্ৰকৃতিবুকুত**
**নকৰিবা বয়ে ঐ নেকান্দিবা চেনেং ঐ**
**মনলৈ যে নানিবি দুখ**
**ইপুৰী এৰি গৈ পামগৈ যে সিপুৰী**
**দুখৰে যে পৰিব ওৰ।"**

এনে এগৰাকী প্ৰতিভাসম্পন্ন লেখকক প্ৰণিপাত জনাবলৈ কবিয়ে কাৰ্পণ্য কৰা নাই।

১৯৭১ চনৰ ডিচেম্বৰ মাহত লিখা "সাতিত্যাচাৰ্য্য ঁপদ্মনাথ গোঁহাঞি বৰুৱা দেৱলৈ শ্ৰদ্ধাঞ্জলি" আন এটি স্মৃতিচাৰণ কবিতা। পদ্মনাথ গোঁহাঞি বৰুৱা অসমৰ এগৰাকী চিৰপৰিচিত ব্যক্তি। তেওঁৰ কবিতা পুথি কেইখন হ'ল, 'জুৰণি', 'ফুলৰ চানেকী', 'লীলাকাব্য'। কবিতাৰ উপৰিও সাহিত্যৰ অন্যান্য বিভাগতো তেওঁৰ বৰঙণি লক্ষ্মীনাথ বেজবৰুৱাৰ দৰেই। এইগৰাকী কবি সাহিত্যিকৰ প্ৰতিও নলিনীবালা দেৱীৰ অন্তৰত যথেষ্ট সম্মান, শ্ৰদ্ধা আৰু আস্থা আছিল। তেওঁৰ দৃষ্টিত গোঁহাঞি বৰুৱাই সাহিত্যৰ বাটত এগছি বন্তি জ্বলাই অসমক পোহৰাই তুলিছে, সোনোৱালী অসমৰ বুৰঞ্জীৰ চিত্ৰ আঁকিছে। পদ্মনাথৰ গুণানুকীৰ্ত্তন কৰি সেয়ে কবিয়ে লিখিছে—

**"আজি শতবৰষৰ সোনালী ক্ষণত**
**সুঁৱৰিছো পদ্মনাথ পূজাৰী ভাষাৰ**
**অসমৰ এন্ধাৰ বাটত জ্বলালা যি জ্ঞান বন্তি**
**মাতৃভূমি কল্যাণৰ বিবিধ সেঁৱাৰ।"**

পদ্মনাথ গোঁহাঞি বৰুৱাৰ দৰে গীতিকাৰ নাট্যকাৰ ঁকীৰ্ত্তিনাথ বৰদলৈ দেৱকো আন এটি কবিতাত শ্ৰদ্ধা যাঁচিছে। কবিয়ে সংগীতৰ নীৰৱ সাধক বৰদলৈ দেৱক ককা বুলি সম্বোধন কৰি জীৱনজুৰি কৰা গীতনাটৰ আৰাধনাৰ শলাগ লৈছে—

**"সংগীত আছিল ককা, তোমাৰ সাধনা**
**গোটেই জীৱন জুৰি গীত আৰাধিলা**
**ধাৰাসাৰে গীতে সুৰে বোৱালা নিজৰা**

নামি আহে মন্দাকিনী সৰগৰ পৰা।”

গীতিকবি পাৰ্ব্বতী প্ৰসাদ বৰুৱাৰ সোঁৱৰনত লিখা “স্মৃতিৰ চকুলো” এটি লেখত লবলগীয়া কবিতা”। পাৰ্ব্বতী প্ৰসাদ অসমৰ শ্ৰেষ্ঠতম গীতিকবি। তেওঁৰ কৱিতাৰ মাজত প্ৰকৃতিৰ ৰূপৰ টুকুৰা উপচি আছে। পাৰ্ব্বতি প্ৰসাদৰ জীৱন আৰু চাৰিত্ৰিক বৈশিষ্ট্যৰ বৰ্ণনা দি কবিতাটি কবিয়ে জ্যোতিৰ্ম্ময় সুন্দৰ কৰি তুলিছে। নলিনীবালা দেৱীয়ে অনুভৱ কৰিছে, ফুলপাতেৰে ভৰা সাধাৰণ প্ৰকৃতিক অসাধাৰণ কৰি জিলিকাই তোলা পাৰ্ব্বতী প্ৰসাদে ‘চিৰচেনেহী মাতৃভাষাজননী’ৰ থাপনা’ত বন্তি জ্বলাইছে। সেয়ে তেওঁৰ মৃত্যুত শোকাভিভূত হৈ গাইছে

“জ্বলোৱা এযুৰি ধূপ আই থাপনাত
‘পাৰ্ব্বতী’ৰ সুপবিত্ৰ নীৰৱ পূজাৰ
প্ৰাণধূপ পুৰি গ’ল সুৰভি বিয়পি ৰ’ল
মাতৃৰ নীৰৱপূজা পূজাৰী নীৰৱ।”

“ ‘ইন্দ্ৰধনু’ৰ কবি ডিম্বেশ্বৰ নেওগৰ সোঁৱৰণীত শ্ৰদ্ধাঞ্জলি” কবিতাটোৰ মাজেদি ফুটি উঠিছে কবি নলিনীবালা দেৱীৰ অসমপ্ৰীতি আৰু মাতৃভাষা প্ৰেম। কবি নেওগৰ মাতৃভূমি আৰু মাতৃভাষাৰ প্ৰতি গভীৰ আস্থাৰ কথা সৰ্ব্বজনবিদিত। তেওঁৰ মাতৃপূজাৰ বৰ্ণনা দি কবিয়ে সেয়ে কৈছে, জীৱন জুৰি কবিতা সাহিত্যৰ মালা গাঁঠি মাতৃৰ পূজাত অৰ্পণ কৰা বুলি। কবি নলিনীবালা দেৱীৰ আধ্যাত্মিকতা বা অতীন্দ্ৰীয়বাদৰ ভাৱধাৰা এই কবিতাটিৰ মাজত দেখিবলৈ পোৱা যায়—

“মহাবিশ্বৰঙ্গ বিশ্বসৃষ্টিৰ মাজত
সৃজনৰ ক্ষয় নাই, নাই পৰাজয়, যুগে যুগে কথা কয়”।

‘ইন্দ্ৰধনু’ৰ কবিৰ প্ৰতি শ্ৰদ্ধা নিবেদনৰ পিছতে কবিয়ে ‘বনফুল’ৰ কবি যতীন্দ্ৰনাথ দুৱৰা দেৱলৈ এপাহি বনফুল নিবেদন কৰিছে। ‘বনফুল’ৰ কবি যতীন্দ্ৰনাথ দুৱৰাৰ প্ৰতি কবিৰ মনত যথেষ্ট সহানুভূতিৰ ৰেঙনি দেখিবলৈ পোৱা যায়। কবিয়ে কবিতাটিত দুৱৰাৰ মানৱপ্ৰীতিৰ বৰ্ণনা কৰি তেওঁক ‘বৃষশৃঙ্গ’ৰ লগত তুলনা কৰিছে। দুৱৰাৰ নিৰাশা হতাশাৰ ভাব ইয়াত অভিব্যঞ্জিত হৈছে। নলিনীবালা দেৱীয়ে দুৱৰাৰ অমৰ সৃষ্টি ‘ওমৰতীৰ্থৰ’ গুণ গাবলৈকো পাহৰা নাই।

“ হৰিপ্ৰসাদ নেওগৰ বিয়োগত সোঁৱৰণ” আন এটি কবিতা। আলংকাৰিক বাক্য সমূহ ব্যৱহাৰ কৰি কবিতাটিৰ মাজেদি এই গৰাকী অসম মাতৃৰ পূজাৰীৰ সমস্ত প্ৰতিভা

ফুটাই তুলিছে।

ইয়াৰ পিছত কবিয়ে সুঁৱৰিছে কবি মহম্মদ ইব্ৰাহীম আলিক। 'বাঁহী' আলোচনীত কবি ইব্ৰাহীমৰ কবিতাই পাঠকৰ মনত সাঁচ বহুৱাইছিল। কবি মালিকে যেতিয়া গাইছিল "মই অসমীয়া" বুলি, প্ৰত্যুত্তৰত ইব্ৰাহীম আলিয়ে লিখিছিল—

**"হে মোগল কবি, তুমি যদি অসমীয়া**
**ময়ো তেনে বিদ্ৰোহী পাঠান।"**

কবি নলিনীবালা দেৱীয়ে ইব্ৰাহীম আলিৰ এই নাটকীয় উক্তিৰ নিজৰ কবিতাৰ মাজত উদ্ধৃতিদি ইব্ৰাহীমৰ বলিষ্ঠ ব্যক্তিত্ব সুন্দৰকৈ ফুটাই তুলিছে। নলিনীবালা দেৱীয়ে এই কবিতাটিৰ জৰিয়তে বহুতো ঐতিহাসিক ঘটনাৰ ব্যঞ্জনা প্ৰস্তুত কৰিছে। অসমৰ মাটিত এদিন অসম জিনিবলৈ অহা মোগল সকল কেনেকৈ কালক্ৰমত অসমতে অসমীয়াহৈ জীন গ'ল তাৰ সংকেত কবিতাটিৰ আলমত দেখা পোৱা যায়। ইয়াৰোপৰি কবিৰূপে ইব্ৰাহিমৰ অসমীয়া ভাষা-সাহিত্যলৈ থৈ যোৱা অৱদানৰ স্বীকৃতি কবিতাটিৰ বিশেষ বৈশিষ্ট্য।

ইয়াৰ পিছৰ কবিতা "হেমবৰুৱাৰ সোঁৱৰণত"। হেম বৰুৱা অসমীয়া সাহিত্য সংস্কৃতিৰ এটি উজ্জ্বল নাম। হেমবৰুৱাৰ বহুমুখী ব্যক্তিত্বৰ সফল পৰিস্ফুৰণ ঘটিছে কবিতাটিৰ মাজেদি। কবিতাৰ আৰম্ভনিতে কবিয়ে তেওঁক "মাতৃৰ যশস্বী পুত্ৰ অসম গৌৰৱ" আখ্যা দিছে। কবিয়ে ইয়াত ত্যাগবীৰ, লোকসেঁৱাত ব্ৰতী হেমবৰুৱাৰ প্ৰতিভাৰ যথাৰ্থ চিত্ৰণ কৰিছে। অকলসেয়ে নহয়, ৰাজনৈতিক জীৱনত তেওঁৰ তেজস্বী ভাষনৰ কথা কোনে বাৰু পাহৰিব পাৰে ? হেমবৰুৱা আজি আমাৰ মাজত নাই সঁচা, কিন্তু তেওঁৰ আদৰ্শৰ মাজত তেওঁ আজিও অমৰ হৈ আছে। কবিৰ ভাষাত—

**"কোনে কয় হেম' নাই নাই**
**হেম ৰব নবযাত্ৰী নবযুগ লৈ**
**আদৰ্শত মৃন্ময়ী হৈ"**

"শেৱালী কবি ৰত্নকান্ত বৰকাকতিলৈ—অমৰ সোঁৱৰণী"ৰে কবিতাটিৰ মাজেদি ফুটি উঠিছে কবি বৰকাকতিৰ প্ৰতি থকা কবিৰ অন্তৰৰ শ্ৰদ্ধাভাৱ। ছন্দশিল্পী হিচাবে নতুনৰ বাটকটীয়া শেৱালি কবি ৰত্নকান্ত বৰকাকতিৰ কবিতা প্ৰেম আৰু সৌন্দৰ্য্যৰ মাধূৰ্য্যৰে পূৰ্ণ। কবি নলিনীবালা দেৱীয়ে তেওঁৰ কবিতা সংগ্ৰহ 'শেৱালি'ক কাব্যকাননত এপাহফুল বুলি বৰ্ণনা কৰিছে। বৰকাকতিৰ একান্ত কাব্যসাধনাৰ কথাও

কবিতাটোৰ মাজেদি ফুটি উঠিছে।

ঠিক একেদৰেই "কবি সাহিত্যিক ঁপদ্মধৰ চালিহাদেৱৰ সোঁৱৰণত শ্ৰদ্ধাঞ্জলি "কবিতাটিত নলিনীবালা দেৱীয়ে "মাতৃসেৱাব্ৰতী ভাষাৰ পূজাৰী" চালিহাদেৱৰ কৰ্ম্মৰাজিৰ কাব্যিক অভিব্যক্তি ফুটাই তুলিছে।

কবিতা সংগ্ৰহখনৰ আন এটি কবিতা "ঁবাণীকান্ত কাকতি দেৱলৈ শ্ৰদ্ধাঞ্জলি'ত কবি গৰাকীয়ে কাকতি দেৱক" ভাষাৰ প্ৰধান পূজাৰী "মহানপুত্ৰ" আখ্যাৰে বিভূষিত কৰিছে। এইদৰে ভাষাৰ পূজাৰী ঁহেমচন্দ্ৰ গোস্বামী দেৱলৈ শ্ৰদ্ধাঞ্জলি "কবিতাটিত নলিনী দেৱীয়ে গোস্বামী দেৱৰ অসমীয়া ভাষাৰ প্ৰতি থকা অৱদানৰ কথা উল্লেখ কৰিছে। কবিতাটিৰ অন্তিম স্তৱকত এইভাৱ প্ৰকট হৈছে—

**"চিৰ চেনেহী অসমীয়া ভাষা**
**জোনাকী পোহৰে পোহৰ হ'ল**
**স্বাধীন দেশৰ স্বাধীন ভাষাৰ**
**জীৱন সাধনা মন্ত্ৰ হ'ল।"**

"বুৰঞ্জীবিদ ঁসূৰ্য্যকুমাৰ ভূঞাঁ দেৱলৈ শ্ৰদ্ধাঞ্জলি" কবিতাটিত ব্যক্তহৈছে সূৰ্য্যকুমাৰ ভূঞাঁদেৱৰ বুৰঞ্জী সেঁৱাৰ স্বীকৃতি। কবিয়ে বুৰঞ্জীৰ মহত্বৰ বিষয়ে নিজস্ব বিচাৰ ব্যক্ত কৰিছে। কবিতাটিত ভূঞাঁদেৱৰ বুৰঞ্জী অধ্যয়নৰ আৰু বুৰঞ্জী ৰচনাৰ ইতিহাস সুন্দৰকৈ প্ৰকট হৈ উঠিছে। "কাব্যভাৰতী ধৰ্ম্মেশ্বৰী দেৱীৰ সোঁৱৰণত শ্ৰদ্ধাঞ্জলি" আন এটা কবিতা।ধৰ্ম্মেশ্বৰী দেৱীৰ কবিতাত কাৰুণ্যৰ প্ৰাবল্য আৰু সৰলতাৰ কথা দোহাৰি কবিয়ে তেওঁক সোঁৱৰণ কৰিছে।

গীতিকবি ঁকমলাকান্ত ভট্টাচাৰ্য্য দেৱলৈ শ্ৰদ্ধাঞ্জলি" নামৰ কবিতাত পৰিস্ফুট হৈছে কমলাকান্তৰ গীতিকাব্যকলাৰ সহজ অভিব্যক্তি—

**"কাল পৰাজয়ী**
**কবিৰ সঙ্গীত**
**কালে নোৱাৰিব কৰিব লীন**
**কবিৰ প্ৰাণৰ অমৰ পৰশে**
**বিশ্বসুৰত বাজিব বীণ।**

কলাগুৰু ঁবিষ্ণুৰাভাৰ সোঁৱৰণত কবিয়ে আদিবীৰৰ সন্তান বিষ্ণুৰাভাৰ কলাকুশলতা, সঙ্গীত-নৃত্য-পটুতা আৰু অসমীআইৰ বাবে আত্মোৎসৰ্গৰ প্ৰৱনতাৰ

বিষয়ে বৰ্ণনা কৰিছে। কবিয়িত্ৰী "যমুনেশ্বৰী খাটণিয়াৰৰ সোঁৱৰণ"ত নলিনীবালা দেৱীয়ে মহিলা কবি গৰাকীৰ ক্ষন্তেকীয়া জীৱনৰ কাব্যপ্ৰতিভাৰ ইঙ্গিত দিছে। ঠিক একেদৰেই "কবি ঁগণেশ গগৈৰ সোঁৱৰণ"ত—

**"পুৱতি নিয়ৰে ধোৱা এপাহি কুসুম**
**নৌফুলুতেই হায়**
**কোমল পাহি সৰি গ'ল।"**

বুলি কৈ কবি গৰাকীৰ কাব্যপ্ৰতিভাক স্মৰণ কৰিছে।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বহুমুখী প্ৰতিভাৰ প্ৰতিফলন হৈছে কবি নলিনীবালা দেৱীৰ এই সংকলনৰ আন এটি কবিতা " ঁলক্ষ্মীনাথ বেজবৰুৱা দেৱলৈ শ্ৰদ্ধাঞ্জলি", লক্ষ্মীনাথৰ দেশপ্ৰেমৰ চানেকি "অ'মোৰ আপোনাৰ দেশ" গীতটি। অসমৰ অতি দুৰ্দিনৰ সময়ত লেখনি অস্ত্ৰ ধৰি মাতৃভাষাৰ পূজা আগবঢ়োৱা লক্ষ্মীনাথৰ গুণৰাজি কবিতাটিত প্ৰকাশ পাইছে। বেজবৰুৱাৰ "অ'মোৰ আপোনাৰ দেশ"ৰ আঁত ধৰি নলিনীবালা দেৱীয়েও লিখিছে—

**"লক্ষ্মীনাথে চিঞৰিলে,**
**অ'মোৰ চিকুনী দেশ, অ'মোৰ সুৱদি ভাষা**
**অসমীয়া মৌ সৰা মাত**
**পৃথিৱীত ক'তো ভুমি বিচাৰি নোপোৱা**
**এনেখনি মনোমোহা দেশ"**

ইয়াৰ পিছৰ কবিতা "অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰী দেৱলৈ শ্ৰদ্ধাঞ্জলি"। অসমীয়াৰ দুৰ্দ্দিন-দুৰ্দ্দশাৰ সময়ত অগ্নিকবি গৰাকীৰ তেজস্বী বাণীয়ে কিদৰে আশাউদ্দীপনা আৰু আত্মবিশ্বাসৰ ভাৱ সঞ্চাৰিত কৰিছিল সেইয়াই ফুটি উঠিছে এই কবিতাটিত। সংকলনটিত সংযোজিত আন এটি কবিতা " ঁবেণুধৰ ৰাজখোৱা দেৱলৈ শ্ৰদ্ধাঞ্জলি"। কবিয়ে তেওঁক "জোনাকী দিনৰ ভাষাৰ পূজাৰী" বুলি অভিহিত কৰি ৰাজখোৱাদেৱৰ কাব্যৰচনাৰ উদ্দেশ্যৰ বিষয়ে বৰ্ণনা কৰিছে।

ইয়াৰ পিছৰ কবিতাটি "ৰূপ কোঁৱৰ জ্যোতিপ্ৰসাদ"। এই কবিতাটি গীতিতত্ত্বৰে পৰিপূৰ্ণ। ৰূপকোঁৱৰৰ বহুমূখী প্ৰতিভাৰ প্ৰতিধ্বনি অনুৰঞ্জিত হৈছে এই কবিতাৰ মাজেদি। জ্যোতি প্ৰসাদৰ অসমীয়া ডেকা গাভৰুৰ প্ৰতি-দেশমাতৃৰ হকে আগবাঢ়ি আহিবলৈ দিয়া উদাত্ত আহ্বানৰ পুনৰাবৃত্তি নলিনীবালা দেৱীয়ে এই কবিতাৰ মাজেদি

আকৌ এবাৰ কৰিছে—

**"জ্যোতিয়ে মাতিলে লুইত পাৰৰ**
**ডেকা গাভৰু আহ ওলাই**
**বিশ্ববিজয়ী ডেকা গাভৰুৱে**
**তেজেৰে বলিশাল দিলে বোৱায়**
**জ্যোতিয়ে মাতিলে অসমৰ জীয়াৰী**
**পিছ পৰি থাক কিয় ?**
**গাভৰুৰ বুকুত দেওধনি লাগিল**
**ৰণৰ থলিত হ'লহি থিয়।"**

এইদৰে জ্যোতিপ্ৰসাদৰ অৱদানৰ প্ৰসঙ্গ অৱতাৰণা কৰি কবিয়ে তেওঁক এক মৰ্য্যাদাসম্পন্ন ৰূপত প্ৰতিষ্ঠা কৰিছে।

"নিজৰাকবি শৈলধৰ ৰাজখোৱা দেৱৰ সোঁৱৰণ"ত কবিতাটি এই কবিতা সংকলন খনৰ শেষৰ কবিতা। কবিতাটিত কবিয়ে ৰাজখোৱাদেৱৰ প্ৰকৃতি প্ৰেমৰ বৰ্ণনা কৰিছে।

ওপৰৰ আলোচনাত নলিনীবালা দেৱীৰ অপ্ৰকাশিত কবিতাপুথি 'জোনাকী স্বপ্ন সুৰভি'ত সংযোজিত কবিতাবোৰৰ এটি চমু পৰিচয় দাঙিধৰাৰ প্ৰয়াস কৰা হৈছে। ইয়াৰ দ্বাৰা এই কথা স্পষ্ট হৈছে যে কবিয়ে প্ৰত্যেক গৰাকী কবি-সাহিত্যিকৰ কাব্যজগতৰ সৈতে, তেওঁলোকৰ মনোজগতৰ সৈতে আৰু তেওঁলোকৰ জীৱন দৰ্শনৰ সৈতে সুপৰিচিত আছিল। এইদৰে কবিতাৰ মাধ্যমত একো একো গৰাকী কবি-সাহিত্যিকৰ জীৱন দৰ্শনক লৈ কবিতা লিখা কাম বৰ সহজ নহয়। নলিনীবালা দেৱীৰ কাব্যপ্ৰতিভাৰ বাবেই এই কাম সহজ হৈছে। নলিনীবালাৰ কাব্যপ্ৰতিভাৰ ই এক সুন্দৰ নিদৰ্শন।



# নলিনীবালা দেৱীৰ অপ্ৰকাশিত ৰচনা

## মনি বড়া

পৰমজনাৰ চৰণত আত্মসমৰ্পণ, আত্মানুসন্ধানী, যাৰ আত্মা পৰমাত্মাৰ লগত বিলীন হোৱাৰ প্ৰাৰ্থনা, বিশ্বসৃষ্টিৰ প্ৰতিটো ধূলি কণায়েই একোটি সম্পদ, প্ৰতিটো সম্পদতেই সৰগীয় জ্যোতিৰ অনুধাৱন, মহাকৰ্ষণ সূচনাৰ গভীৰ অনুভূতি, প্ৰকৃতিৰ অসীম তৃষা নপলোৱা এই গৰাকীয়েই বিশ্ববৰেণ্যা এক কালজয়ী মহিয়সী নাৰী পদ্মশ্ৰী নলিনীবালা দেবী। অসম তথা ভাৰতবৰ্ষৰে এক অতুলনীয় বৈশিষ্ট্যতাৰে পৰিপূৰ্ণ নলিনীবালা দেবীৰ অপ্ৰকাশিত ৰচনা সমূহৰ কিছু আভাস দাঙি ধৰিবলৈ প্ৰচেষ্টা চলোৱাই এই লেখনিৰ উদ্দেশ্য।

"জননী জন্মভূমি স স্বৰ্গাদপী গৰিয়সী" এই মন্ত্ৰত দীক্ষিতা নলিনীবালা দেবী। মাতৃভাষাৰ যজ্ঞৰ বেদীত আত্মসমৰ্পণ কৰা কাব্যভাৰতী নলিনীবালা দেবীৰ সাহিত্যাকাশৰ বহল শ্ৰোতধাৰাৰ মিলন ভূমি অসম্ম সাহিত্য সভাৰ পুণ্য ক্ষেত্ৰ সমুহত গৌৰৱোজ্বল অধ্যায়ৰ প্ৰতিফলন ঘটিছে; সভানেত্ৰীৰ ভাষণ, অভিভাষণ, ছাত্ৰ সম্মিলনৰ সংস্কৃতি সভাত দিয়া সভানেত্ৰীৰ ভাষণৰ উপৰিও ওত্বগধুৰ প্ৰৱন্ধ সমূহৰ বুকুত এক সমুজ্বল দৃষ্টিৰে নলিনীবালা দেবীক দেখিবলৈ পোৱা যায়। সাহিত্যৰ বৈচিত্ৰময় মৌবাঁহত ৰসস্বাদন কৰাতেই যেন কবি ব্যস্ত ! অসমৰ আকাশে বতাহে মাটিৰ লগত জড়িত তিলাৰ্দ্ধমান প্ৰতিটো সম্পদত কবিৰ বিস্ময় বিমুঢ় হৃদপিণ্ড স্বৰূপ আখ্যাৰে জীৱন্ত। প্ৰতিটো ধুলিকণাত কবিৰ মনৰ খবৰ, কবিমনৰ আৱিস্কাৰ, সৃষ্টিকৰ্ত্তাৰ সৌন্দৰ্য্যৰে প্ৰতিভাত।

দেখা যায় সময়ৰ আহ্বান ক্ৰমে একোটা কাৰ্য্যপন্থা, একোটা বিষয় বস্তুৱে মানুহৰ মনপ্ৰাণ আকৰ্ষণ কৰে। সেই বিষয় বস্তুৰ আত্মপ্ৰকাশত তথা প্ৰকাশভঙ্গীত ফুটি উঠে মানুহৰ ব্যক্তিত্ব। সেই ব্যক্তিত্বত 'মানুহৰ স্থান', মানুহৰ ধ্যান-ধাৰণা, জ্ঞান-বিজ্ঞান, চিন্তা ভাৱনা আদি মননশীল জগতখনৰ সকলো দিশ নিহিত হৈ থাকে। আৰু থাকে হৃদয়ৰ সংস্কৃতি। এই কথাখিনি ব্যক্ত কৰিব লগীয়া হ'ল এই কাৰণেই যে নলিনী বালা

দেবীৰ অপ্ৰকাশিত ৰচনা সমূহৰ বিতোপন মঞ্চলৈ প্ৰৱেশ কৰোতে প্ৰথমেই চকুত পৰে অনন্যা অলংকাৰেৰে সমৃদ্ধ ভাষণ-অভিভাষণ, প্ৰৱন্ধ সমূহৰ অনিৰ্বচনীয় সুবাস, যাক প্ৰকাশ কৰাৰ ভাষা হেৰায়। ভাষণ সমূহৰ প্ৰতিটো বৰ্ণ-শব্দ, বাক্যৰ যেন একোখন চেতনালব্ধ যান ! যিয়ে আনি দিছে বিশ্বদৰ্শন বিশ্বপৰিভ্ৰমণৰ অমৃত আনন্দ।

অনন্ত কোটি সময়ৰ বুকুৰ পৰা নিগৰি অহা সেই দিনটো আছিল ১৯৫৭ চনৰ পঁচিশ জানুৱাৰী। ভাৰতৰ ৰাজধানী দিল্লী মহানগৰীত আয়োজিত হৈছিল "ভাৰত কবি সম্মিলন"। সেই সভাত অসমীয়া কবিতা পাঠ কৰিবলৈ নিৰ্বাচিতা কবি ৰূপে আহ্বান পায় নলিনী বালা দেবীয়ে। পুনৰ ১৯৬৪ চনৰ পঁচিশ জানুৱাৰী তাৰিখে ভাৰতৰ ৰাজধানীৰ বুকুত অনুষ্ঠিত হোৱা "কবি মহোৎসৱৰ" আমন্ত্ৰণ গ্ৰহণ কৰে। সৰ্ব্বভাৰতীয় এই কবি সম্মিলনত সভানেত্ৰীৰ আসন অলংকৃত কৰিছিল। আৰু এই সম্মানে কঢ়িয়াই আনিছিল অসম তথা ভাৰতবৰ্ষৰ কবি সমাজলৈ গৌৰৱৰ ধ্বজা।

"জয়তু জননী ভাৰতবৰ্ষ" এই ভাষণত বিশেষকৈ কবি সাহিত্যিক সকলক দ্ৰষ্টা স্ৰষ্টা আদি বিভূষণেৰে বিভূষিত কৰিছে। কবি সকলৰ আলোক প্ৰভাই ভাৰতবৰ্ষক যে বিশ্বশান্তিৰ পথলৈ আগবঢ়াই নিব পাৰিব—এই প্ৰসঙ্গত কবিৰ মন প্ৰাণ দৃঢ়তৰ। "কবিকুলে পিন্ধাব ভাৰত মাতৃৰ কণ্ঠত সবিতা জ্যোতি উদ্ভাসিত বিশ্ববিজয়িনী বৈজয়ন্তী মালা। কবি সকলে ভাৰত মাতৃৰ বিশ্ববিশ্ৰুত মনিময় মণিকূটও জ্বলাব লাগিব অনিৰ্ব্বাপিত অখণ্ড সমুজ্বল জ্ঞান প্ৰদীপ। কল্পনাৰ ইন্দ্ৰধনু আঁকি ৰূপায়িত কৰি তুলিব লাগিব ভাৰতৰ স্বপ্নস্বৰ্গ; আৰু ভাৰত নিম্মনীৰ ম্লান নিষ্প্ৰভ চকুত বোলাব লাগিব শান্তিময় প্ৰেমৰ অঞ্জন।"

"কবিৰ সৃষ্টিত একোটা যুগে পাতনি মেলে। বিশ্ব ইতিহাসত কবি সাহিত্যিক সকল যুগে যুগে পথপ্ৰদৰ্শক।" যথাৰ্থতে কবি সকল প্ৰকৃতি প্ৰেমী, মানৱপ্ৰেমী তথা বিশ্বপ্ৰেমিক। সেয়ে সৰ্বতো প্ৰকাৰে কবিৰ দায়িত্ব ও গভীৰ।

কবি সকলৰ অমৰ সৃষ্টিয়ে, চিৰজ্যোতিষ্মান লেখনিৰে দেশৰ বুৰঞ্জী, জাতিৰ বুৰঞ্জী চিৰকালৈই চিৰ প্ৰবাহিত নদীৰ দৰে উজ্বল সমুজ্বলহৈ জিলিকি থাকিব। জাগতিক জীৱন স্ৰোতৰ লগত বৈ থাকিও দেশ সত্বাত মিলি ভাৰতমাতৃক শান্তিময় দিব্যপ্ৰভাৰে অগ্ৰসৰ কৰি লৈ যাব লাগিব। ভাৰতমাতৃক সম্ভ্ৰমেৰে সৰ্বোৎকৃষ্ট আসনত উজ্বলাই তোলাৰ গুৰিতে কবি সাহিত্যিক সকল। এই দায়িত্ব চিৰকালেই ব্যাহত হৈ থাকিব।

অতীতৰ পৰা কবি সকল যোগী ধ্যানী ঋষি সকলৰ শাৰীত আসন লাভ কৰি

আহিছে। সেই সকল সত্যৰ আৱিষ্কাৰকৰ সুদূৰ পিয়াসী কবিৰ সত্য সঙ্কেতৰ ধ্বনিয়ে মানৱ অন্তৰৰ অবৰুদ্ধ গোপন দুৱাৰত আঘাত কৰি চৈতন্য জগাই তোলাৰ ক্ষমতা আছে। সমাজৰ ৰোগ নিৰ্ণয় কৰি তাৰ প্ৰতিকাৰ কৰিব পাৰে কেৱল কবি সাহিত্যিক সকলেহে। কবি সাহিত্যিক সকল সত্য সুন্দৰৰ পূজাৰী।

দেশ আত্মাত বিলীন হৈ যোৱা কবিয়ে ব্যক্ত কৰিছে—"ভাৰত সংস্কৃতিৰ অফুৰন্ত প্ৰভাৰশ্মি। ভাৰতবৰ্ষৰ জ্ঞান পিপাসী আতমাটোৱে অতীত আদৰ্শ ক্ষুধান্ত ব্যাকুলহৈ চিৰন্তন জ্যোতিপথ বিচাৰি ফুৰিছে। অতীতৰ উপনিষদৰ ধ্বনি বাণী উদ্দাত্ত কণ্ঠে ধ্বনিত হ'ব লাগিছে আকাশ বতাহ আলোকিত কৰি।"

কবিৰ হৃদয়ত সৌন্দৰ্য্য আৰু সৃষ্টিৰহে সমাৰোহ দেখিবলৈ পোৱা যায়। সুকোমল সৃষ্টিশীল মনেৰে আগবঢ়োৱা অক্ষয় অমৃত সুসম্বোধন অৱতাৰণা এনেদৰেই আগবাঢ়িছে। "যুগ নন্দিতা বিশ্ববন্দিতা ভাৰত মাতৃৰ গৌৰবী ধ্ৰুব পতাকাবাহী চিৰ বৰেণ্য মণিষী সমাজ। কাব্য কাননৰ জ্ঞান সঞ্চয়ী মধুকৰ বৃন্দ—

আজিৰ এই পৰম ৰমণীয় বাঞ্চিত মহেন্দ্ৰ মুহূৰ্তত বিশ্ববিশ্ৰুত কীৰ্ত্তি-বিমণ্ডিত স্বাধীন ভাৰতৰ যুগ গৌৰবী ৰাজধানী দিল্লী মহানগৰীত ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ গুণী কবি সমাজৰ মহতী মম্মিলনৰ মাজত থিয় হ'বলৈ আপোনালোকে মোক যি সৌভাগ্যৰ অধিকাৰিণী কৰিছে, সেই বাবে এই অযোগ্যাই অৱনত শিৰে সৰ্বপ্ৰথমে আপোনালোকলৈ মোৰ শ্ৰদ্ধাসিক্ত অভিনন্দন আগবঢ়ালো।"

১৯৪৭ চনৰ গোলাঘাট ছাত্ৰ সম্মিলনৰ সংস্কৃতি সভাত দিয়া সভানেত্ৰীৰ ভাষণৰ বিষয় বস্তু আছিল "সুৰৰ জন্ম"। এক বিশ্লেষাত্মক তথ্যৰে সমৃদ্ধ কবি নলিনী বালা দেবীৰ "সুৰৰ জন্ম।" জ্ঞান বিজ্ঞান, অনুভৱ অনুভূতি, চিত্ত-চেতন, অৱচেতন মানব মনৰ সুক্ষ্মাতিসুক্ষ্ম ৰূপ প্ৰকাশ—"সুৰৰ জন্ম"ত। কবিৰ অন্তৰৰ পৰা নিগৰি অহা সুৰৰ ভাষাৰেই সুৰৰ উদ্ভাৱনৰ কাহিনী মনোমুগ্ধকৰ।

"আকাশ বতাহ দিন ৰাতি মৰণ অমৰণ যেতিয়া একোৱেই নাছিল, বিশ্ব আছিল মাথোন চৈতন্য সত্বাৰ গভীৰতম গভীৰ মহাধ্যানত অতুলনীয় সীমাহীন গাম্ভীৰ্য্যত, প্ৰকৃতি আছিল জড়তাৰ আৱৰণত মুখ লুকুৱাই। সেই দিনা কোন অন্তৰ আদি যুগত কোন আদিম অৰুণালোকত বিশ্বৰ মহা নীৰৱতা ভেদ কৰি ব্যোম আৱৰণত কঁপনি তুলি বাজি উঠিল সৃষ্টি সুৰ। প্ৰণবৰ মহানাদে গভীৰ ওঙ্কাৰ ধ্বনিত কঁপি উঠিল মহা বিশ্ব। অনন্ত সুৰ স্পন্দনত বিশ্ব সমুদ্ৰত উঠিল সৃষ্টিৰ ঢৌ, প্ৰতি ঢৌৱে ৰূপ দিলে সূৰ্য্য, চন্দ্ৰ,

গ্ৰহ, নক্ষত্ৰ, পৃথিৱী, অসীম সৌৰ জগত। সৃষ্টি হ'ল মহাসাগৰ। কত শত নদ নদী গিৰি গুহা পৰ্ব্বত প্ৰান্তৰ জলচৰ, স্থলচৰ জগতৰ জীৱকুল অনন্ত সুৰৰ কম্পনত সৃষ্টিৰ প্ৰসাৰতা বাঢ়ি গ'ল। প্ৰকৃতি শত পৰিবৰ্ত্তনত ৰূপান্তৰিত হ'ল, হ'ব লাগিছে প্ৰতি মুহূৰ্তে। এই সুৰ বাজি আছে, বাজি থাকিব চিৰকাল। যি সুৰৰ প্ৰতিধ্বনি উঠিছিল নিজৰা প্ৰবাহত, সমীৰ সঞ্চাৰত, পক্ষীৰ কণ্ঠত কাকলি ৰূপে সেই সুৰ মানুহৰ প্ৰাণ তন্ত্ৰীত পৰিপূৰ্ণ ৰূপলৈ প্ৰকাশিত হ'ল কণ্ঠ সঙ্গীত ৰূপে। মানৱৰ চিত্ত অৱলম্বন কৰি মগজুত বিভিন্ন ক্ৰিয়াৰ স্পন্দন তুলি এই সুৰ প্ৰবাহ মানৱ চৰিত্ৰৰ ব্যক্তিগত বৈশিষ্টলৈ চিন্তাধাৰা অৱলম্বন কৰি মূৰ্ত্ত হৈ উঠে। মানৰ ধৰ্ম্মৰ সুখ দুখ হাঁহি-কান্দোনৰ বিভিন্ন ৰসত সিক্ত হৈ বিভিন্ন ৰস-ৰূপ, ছন্দময় বিশ্বৰ ছন্দাৰোহন কৰি সুৰ সঙ্গীত ৰূপে প্ৰকাশিত হয়, মানৱ প্ৰাণৰ সপ্ত তন্ত্ৰীত সপ্ত সুৰৰ ৰূপ লয়।"

মানৱ জীৱন স্ৰোতৰ লগত সুৰৰ কি যে এক আদিম স্বাদ! জীৱন তৃষাৰ হেঁপাহ! সুৰৰ লগত মানুহ জীৱনৰ নৈসৰ্গিক সম্বন্ধ। সেই সম্বন্ধ পৃথিৱীৰ ক্ৰমবিকাশৰ স্তৰে স্তৰে আহি সুললিত কণ্ঠত তলসৰা শেৱালিৰ দৰে সুবাস বিলাইছে।

কবিয়ে মানৱ ধৰ্ম্ম প্ৰবৃত্তি সমূহত সঙ্গীতৰ প্ৰভাৱ ব্যক্ত কৰিছে। 'মানৱ চিত্তৰ চেতন আৰু অৱচেতনৰ মাজত সঙ্গীতৰ উৎপত্তি। সঙ্গীত অতি সূক্ষ্মতৰ ক্ৰিয়া অনুভূতি। স্থূল জগতৰ মনোৰঞ্জনকাৰী হ'লেও সঙ্গীতৰ প্ৰৱাহ এখনি সূক্ষ্ম জগতৰ লগত ওতপ্ৰোত সম্বন্ধকাৰী। সেই জগতখনি মানৱ অন্তৰৰ অনুভূতিময় জগত। সেই দৰেই সঙ্গীত আৰু কাব্য অভিন্ন। দুয়োটি কলা ছন্দত প্ৰতিষ্ঠিত। ছন্দবিহীন বা ছন্দ পতনত এই দুটি কলাই বিকৃত ৰূপ ধাৰণ কৰে। ছন্দৰ লগে লগে প্ৰকৃতিৰ সমতাৰ ওপৰতো সঙ্গীতৰ বহুখিনি সাৰ্থকতা নিৰ্ভৰ কৰে। শুদ্ধ সুৰত সেই বাবেই বাদী সম্বাদী পৰিলক্ষিত হয়।"

কবিৰ মতে "এই স্থূল জগতৰ প্ৰতীয়মান প্ৰকৃতিৰ বাহিৰেও এখনি স্পন্দনময় অতীন্দ্ৰীয় জগতৰ অনুভূতি প্ৰত্যক্ষ কৰিব পাৰি। বিজ্ঞানৰ ভাষাৰে তাক Ether জগত বুলিব পাৰি। যি বিজ্ঞান জগতত নিত্য প্ৰত্যক্ষমান। স্থূল জগতত ইয়াক অনুভূতিৰেহে অনুমান কৰিব পাৰি। মানুহৰ দেহটোত কেইবাটাও কোষ বা স্তৰ আছে। যৌগিক ব্যাখ্যাৰে যিবোৰক অনুমেয় স্থূল অনুভূতি, মনোময় অনুভূতি, প্ৰাণময় অনুভূতি আৰু জ্ঞান বিজ্ঞানময় অনুভূতি বুলিব পাৰি। বিশ্বস্পন্দনৰ লগত মানৱ জীৱনৰ তন্ত্ৰী বিলাক জড়িত। সেই বাবেই বিশ্বৰ প্ৰতিটি স্পন্দনৰ অনুভূতিয়ে মানৱ দেহৰ বিভিন্ন স্তৰত আঘাত কৰি স্পন্দন তুলি বিভিন্ন অনুভূতিৰ প্ৰকাশ কৰে

বৈজ্ঞানিক ভাৱধাৰাৰে পৰিপুষ্ট সুৰ হৈছে বিশ্বসৃষ্টিৰ প্ৰথম স্পন্দন। 'সুৰ' আদিমতাৰ মাজেদি অগ্ৰসৰ হৈ কুৰি শতিকাৰ ফুলাম দলিচাৰ সুকোমল পাঁহিৰ বুকুলৈ নামি আহিছে সোনালী সুঁতি। তাত সুৰ্য্যমুখীৰ স্বপ্নৰে অনন্য অনুভূতি, ভাৰতীয় দৰ্শন, মানুহৰ শাশ্বত সত্য সুন্দৰৰ সাধনা, জীৱন সাৰ্থকতাৰ মনোমুক্ত আকাশত মিলন পদুম ফুলিছে।

সংস্কৃতিৰ মোহময় প্ৰভাই জগতখনক ঝংকাৰিত কৰি তোলে অনুপম সুৰৰ মূৰ্চ্ছনাই। প্ৰেৰণাৰ সুৰভিৰে 'সুৰ' শব্দটোক প্ৰাধান্য দিলে, সুৰকেই সাবতি ললে, ভাৱ বিনিময় কৰিলে, সুৰ হৈ পৰে ব্যক্তিত্বৰ গৰিমা, ঐতিহ্যৰ চেতনা।

'সৃষ্টি এদিন সুৰতেই উৎপত্তি হৈছিল, সুৰতেই স্থিতি আৰু এদিন সুৰতেই বিলীন হ'ব লাগিব। এই মহা সঙ্গীতেই মানৱ জীৱন। আৰু এই মহাসঙ্গীতৰ সাধনায়েই মানৱ জীৱনৰ চৰম সাৰ্থকতা। সৃষ্টিৰ সুন্দৰতম আৰাধনা। এই সুন্দৰৰ আৰাধনাই মানুহ জীৱনৰ পৰম লক্ষ্য। এই লক্ষ্য ভেদ কৰাই মানুহ জীৱনৰ সাৰ্থকতা। যি শাশ্বত সুন্দৰ পথত গ্লানি নাই, পাপ নাই, অশান্তি নাই, স্বাৰ্থ নাই, অৱসাদ নাই, সেইয়েই চিৰ সুন্দৰৰ আৰাধনা।'

একোটা বস্তুৰ জন্মই দুৱাৰ খুলি দিয়ে নজনাক জনাৰ, নেদেখাক দেখাৰ, জ্ঞান-অন্বেষণৰ স্পৃহা, নতুনৰ আৱিষ্কাৰ, নতুনৰ সৃষ্টি আনন্দ, তীব্ৰ বেগী মনত উল্লাহ উদ্যম, আৰু কৌতুহল জাগে। পদ্মশ্ৰী নলিনী বালা দেবীৰ "সুৰৰ জন্ম" এই ভাষণটিৰ মাজত সোমাই পৰিলে ওলাই অহাৰ বাট হেৰায়। কবিয়ে চাৰিও দিশে সজাই থৈছে সুৰৰ মঞ্চ। তেখেতে নিজেই কৈছে "সুৰ সাধনাৰ নিজ অন্তৰৰ উপলব্ধিময় সত্য। প্ৰকৃত সুৰ সাধকৰ ঢৌ পালে সুৰ তৰঙ্গৰ এটি পৰিবেশ সৃষ্টি হয়; যি তৰঙ্গৰ আঘাতত সুৰ সাধকে অনুভৱ কৰে চিৰ সুন্দৰৰ অমৃতময় স্পৰ্শ। যি স্পৰ্শ লাভত সুৰ সাধকে তন্ময়তাত বিভোৰ হ'বলৈ বাধ্য হয়। আৰু প্ৰকৃত সুৰ সাধকো সেই সকলহে যি সকলে পবিত্ৰ ব্ৰহ্মচৰ্য্য ব্ৰত পালনেৰে পবিত্ৰ জীৱন অতিবাহিত কৰিব পাৰে।

ভাৰতীয় সংস্কৃতিত সুৰ সাধনা অতীতৰ পৰাই আবহমান কাল চলি আহিছে সঙ্গীত সাধনাৰ বস্তু। মিঞা তানসেনৰ সুৰ সাধনাৰ অদ্ভুত শক্তি দেখি আমি মোহিত হৈ পৰো। তপস্বিনী মীৰা বাঈৰ ভজনে আজিও আমাৰ মন ভক্তিত আপ্লুত কৰি তোলে। সিদ্ধৰাম দাসে সুৰৰ সহায়েৰেই তেওঁৰ মাতৃ-শক্তি আৰাধনাত সিদ্ধি লাভ কৰিছিল, আৰু আদ্যা শক্তিক দেখা পাইছিল। কবি গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ অমৰ কাব্যত

লিখি থৈ গৈছে—

**মন দিয়ে, তোমাৰ নাগাল নাহি পায়**
**গান দিয়ে, তোমাৰ চৰণ চুঁয়ে যায়।**

সুৰে সকলোকে আহ্বান জনাই কাষলৈ। যিহেতু সুৰৰ আছে অসীম শক্তি। আমাৰ গুৰু শঙ্কৰ দেৱেও তেখেতৰ অমৃতময় নামঘোষাত লিখি গৈছে

**"এক নামে যত পাপ সংহাৰিতে পাৰে**
**পাতকী ততেক পাপ কৰিতে নাপাৰে।"**

আকৌ "পিউ পিউ অমিয়া মাধুৰী ৰাম নাম" সুৰময় সঙ্গীতৰ ইমান প্ৰভাৱ!

কবি নলিনীবালা দেবীৰ মহিয়সী সত্বাৰ অনন্ত সাধনাৰ মহাসমুদ্ৰৰ আন এটি সম্পদ হৈছে নৃত্য কলা। বৈদিক যুগৰ পৰা নৃত্য-গীতৰ প্ৰচলনৰ এই ধাৰা সাম্প্ৰতিক স্তৰলৈকে বৰ্ত্তি আছে। অপূৰ্ব নৃত্য-গীতৰ মধুৰ মায়াৰে সুদূৰৰ দ্বাৰকাপুৰীৰ পৰা ভগৱান শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কোঁৱৰক উষাৰ শোণিতপুৰলৈ আনিছে। জল জল পট্পট্কৈ উদ্ভাষিত হৈছে নৃত্য কলাৰ পটন্তৰ। "সুৰৰ ছন্দে ছন্দে মহানন্দে আনন্দে" দেৱ বন্দনাৰে দেৱতা আৰাধনা অঙ্গৰূপে সত্ৰীয়া নৃত্যকলা শ্ৰীমন্ত শঙ্কৰদেৱে আদৰি আনি মনিকূটত স্থান দিছে। সত্ৰীয়া শাস্ত্ৰীয় নৃত্য প্ৰচলন কৰি গৈছে। বিদেহৰাজ দুহিতা "লোপামুদ্ৰা" আছিল নৃত্য পটিয়সী। ভাৰতৰ পূব প্ৰান্তৰৰ মনোৰমা অসমৰ জীয়াৰী চিত্ৰবিদ্যা কলা-পটিয়সী সঙ্গীত নিপুণা 'চিত্ৰলেখা"ৰ নৃত্য-গীতৰ নিদৰ্শনেৰে "সুৰৰ জন্ম" অনবদ্য ভাষণ প্ৰকাশ পাইছে।

চিৰজ্যোতিষ্মান লেখনিৰে যুগে যুগে সুখ্যাতিৰ গভীৰ সাঁচ বহুৱাবলৈ সক্ষম হৈছিল নলিনীবালা দেবী। ১৯৬৯ চনৰ ৮ ফেব্ৰুৱাৰীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ বৰপেটা অধিবেশনৰ কবি সম্মিলনৰ সভানেত্ৰীৰ আসন অলংকৃতা কৰা নলিনীবালা দেবীৰ "ছন্দৰ জন্ম" এক অনিন্দসুন্দৰ অভিভাষণ। "ছন্দৰ জন্ম" সুবিস্তৃত বিশাল প্ৰান্তৰ; "ছন্দৰ জন্ম" গভীৰৰ পৰা গভীৰতম গাম্ভীৰ্য্যতাৰ উপকূলত অৱস্থিত।

"নিস্তব্ধ ব্ৰহ্মাণ্ড মহাশূন্য ব্যোমমণ্ডল গভীৰ গভীৰতম সীমাহীন গাম্ভীৰ্য্যতা চন্দ্ৰ-সূৰ্য্য তাৰকাৰ জ্বলা নাই জেউতীৰ সিখা—বিজুলীৰ চমকনি অগ্নিৰ উত্তাপ নাই নিথৰ নিবৰ। অকস্মাৎ তৰঙ্গ জাগিল, কম্পনত প্ৰকাশিত মহানাদ ওম্ শব্দে মহাব্যোম আলোড়িত, ৰূপায়িত দ্ৰুত তৰঙ্গত কঁপে থৰ্ থৰ্ মহাশূন্য ঘনীভূত বিদ্যুৎ শক্তিত কেন্দ্ৰীভূত ব্ৰহ্মশক্তি বিশ্বাত্মাৰ ধ্বনি।"

"ছন্দৰ জন্ম"ৰ সংক্ৰান্তত মানৱ মনৰ সৃষ্টিৰ ক্ৰিয়া, মানৱ মনৰ ক্ৰমবিকাশ, চৈতন্যবোধ ৰসবোধৰ প্ৰকাশ এনেদৰেই—"শব্দ ব্ৰহ্মাৰ মহানাদৰ অজেয় শক্তিৰ ক্ৰিয়াত বিশ্বৰ সৃষ্টি পাতনি। বিশ্বৰ সৌন্দৰ্য্য সৃষ্টিৰ অগ্ৰদূত মানব যাত্ৰীয়ে পালে সত্যৰ সন্ধান, ৰসৰ সন্ধান, আনন্দ সন্ধানী মানৱ যাত্ৰী আগবাঢ়ি গ'ল, ৰসসন্ধানী মানৱ চিত্তই পালে অন্তৰৰ গোপন ভঁড়ালৰ সম্বাদ। বিধাতাই ভৰাই থোৱা "ৰসোবৈসঃ"ৰ সন্ধান। মানুহৰ চৈতন্য ৰসবোধৰ সৃষ্টি হ'ল। অজ্ঞান জড় প্ৰকৃতিত আৱদ্ধ উলঙ্গ মানুহে প্ৰকৃতিৰ সহজাত ৰসস্বাদনৰ সম্বাদ পালে। ৰস অন্বেষী মনে পালে কলাৰ সন্ধান। সুপ্ত মানসত কলাবোধ জাগিল। প্ৰাণত মনত সৌন্দৰ্য্যৰ তৃষালৈ ক্ৰমশঃ মানৱ প্ৰাণী আগবাঢ়ি গ'ল অগ্ৰগতিৰ বাটত। মানুহৰ জড় প্ৰকৃতিয়ে চেতন্যবোধ অনুভূতি আবেশ অনুভৱ কৰি সুখ-দুখ, হাঁহি-কান্দোন দিন-ৰাতি, পুৱা সন্ধিয়াৰ প্ৰকৃতিৰ ৰূপ ছবিৰ সৌন্দৰ্য্য সানি কলা সৃষ্টিত আত্মনিয়োগ কৰিবলৈ অন্তৰত প্ৰেৰণা অনুভৱ কৰিলে। প্ৰাণৰ মাজত "ৱেদন" প্ৰকাশ পালে। "ৱেদন" বা অনুভূতিয়ে মানুহ জীৱনক পূৰ্ণতাৰ পিনে আগবঢ়াই নিব পাৰে। অগ্ৰগতিৰ পথত যিদিনা মানৱ যাত্ৰীয়ে "ৱেদন" বা অনুভূতিৰ যোগে সত্য আৱিষ্কাৰৰ বাটলৈ আগবাঢ়িল। মানৱীয় "ৱেদন" বা অনুভূতি জাগ্ৰত হোৱাৰ যি যুগ, সেই যুগেই "ৱেদ" যুগ। "ৱেদন"ৰ পৰা "ৱেদ" উৎপত্তি হ'ল। ৱেদ যুগতেই জ্ঞানৰ সিংহ দুৱাৰ মুকলি হ'ল। মানৱ যাত্ৰীৰ প্ৰথম জ্ঞান পদক্ষেপ "ৱেদ" যুগ। সন্ধানী মানৱে বিশ্বশক্তিৰ ওচৰত মূৰ দোঁৱালে।"

গতিকে দেখা যায় "ৰসোবৈসঃ"ৰ সন্ধানৰ পথত সুদূৰৰ তৃষা নপলোৱা "ৱেদন" বা অনুভূতিলৈকে আৰোহন আৰু তাৰ বিস্তৃত সুবৰ্ণময় বৰ্ণনা সম্ভাৰ! "ৱেদ" শব্দটোৱেই হৈ পৰিছে জ্ঞানোপলব্ধিৰ এক মহাযান, বিশ্বজনীন প্ৰজ্ঞাৰ সঁফুৰা।

মানুহৰ এনে মহৎ শক্তি আছে, শক্তিৰ আধাৰ যাৰ দ্বাৰা চাৰি বেদৰ জন্ম হ'ল। যিদিনা চাৰি বেদৰ জন্ম হ'ল সেই দিনা ভাৰত আকাশত বিশ্বৰ জ্ঞানসূৰ্য্য উদয় হ'ল, "ঋক ৱেদ", "যৰ্জুৱেদে" জ্ঞানৰ দুৱাৰ মুকলি কৰিলে। "অৰ্থৱ" ৱেদত শৰীৰ বিজ্ঞান আয়ুৰ্ব্বেদ প্ৰকাশ হ'ল। "সামৱেদ" সুকুমাৰ কলা বিজ্ঞানেৰে সুৰঞ্জিত হ'ল। "ৱেদ" জীৱনৰ প্ৰজ্ঞা। ৱেদৰ যুগতেই মঙ্গল উৰুলীৰে শুভাৰম্ভ কৰিলে মানুহৰ জ্ঞানৰ প্ৰথম পদক্ষেপ। মানুহৰ জীৱনক মধুৰ কৰি তুলিবৰ কাৰণেই ৱেদৰ জন্ম।

ভাৰতৰ কলা সাধক সকলক "ঋত্বিক" এই আখ্যাৰে আখ্যায়িত কৰা হৈছিল। যি সকল কলাবিজ্ঞানী স্বৰূপেও বিভূষিত। কলা বিজ্ঞানী "ঋত্বিক" সকলে "গীথঃ"

অৰ্থাৎ গীতৰ বিষয়েও সাধনা কৰিছিল। আকৌ সামৱেদৰ সংগীত সাধক সকল "উদগীথ" নামেৰে অভিহিত। "সা" অক্ষৰৰ পৰাই সামৱেদৰ সাম নাম প্ৰকাশিত। সঙ্গীতৰ ক্ষেত্ৰত সপ্ত সুৰৰ নিবন্ধ মহাপ্ৰকৃতি মানৱপ্ৰকৃতিৰ লগত বন্ধা সপ্ত সুৰধ্বনি "সা" শব্দত উৎপত্তি ঋষভ নিষাদ গান্ধাৰ ধৈবত—পঞ্চম নামে সামৱেদত সঙ্গীতৰূপী সুকুমাৰ কলা বিজ্ঞান ৰূপায়িত। এই সাম বেদোক্ত গীথঃ শব্দৰ পৰাই গীতৰ উৎপত্তি। "ৱেদৰ" যুগত সামবেদেই কলা জগতৰ সুকুমাৰ কলাৰ সিংহ দুৱাৰ মুকলি কৰি দিয়ে। প্ৰথমেই উনুকিওঁৱা হৈছে "ৱেদন" শব্দৰ। এই "ৱেদনৰ" পৰাই ৱেদ। দ্বিতীয়তে কলা সাধনত শব্দ বা কাক আশ্ৰয়ী কণ্ঠ সুৰৰ প্ৰকাশ হ'ল—।

কাব্যভাৰতী নলিনীবালা দেবীৰ "ছন্দৰ জন্ম" অভিভাষণখনি দৃষ্টি-দৃষ্টান্তৰে ভৰপূৰ এখনি সেউজ উদ্যান। যেন ভূগৰ্ভ খান্দি খান্দি উলিয়াই আনিছে মানিক জ্যোতি। সোন হীৰাৰ অমূল্য সম্পদ। তাৰ চিক্‌মিকনি দেখিয়েই চাবৰ মন যায়, চায়েই চুবৰ মন যায় আৰু চুঁয়েই ভিতৰৰ সাম্ৰাজ্যত প্ৰৱেশ কৰি অনাবিল আনন্দ উপভোগ কৰিব পাৰি, প্ৰতিটো চিন্ময় প্ৰতিভা।

"ছন্দৰ জন্ম"ৰ অন্তৰালত নিৰ্মিত প্ৰতিটো সম্পদৰ শক্তিশালী প্ৰভাৱ। তাৰ বৈশিষ্ট্যতা, বিভিন্ন পৰ্য্যায়ত অঙ্কিত হোৱা চিত্ৰ সমূহে "ছন্দৰ জন্ম"ক ক্ৰমে ক্ৰমে উজ্বলতৰ কৰি তুলিছে। ফুলৰ ভাষা, মিঠা সুৱাসেৰে অনুৰণিত "ছন্দৰ জন্ম"। সৰ্বশক্তিমান কবিয়ে অভিনৱ দৃষ্টিপ্ৰজ্ঞাৰে আগবঢ়াইছে 'ছন্দৰ জন্ম"। ৰামায়ণৰ শ্লোক, কথাউপনিষদ, সংস্কৃত কাব্য, চাৰিৱেদৰ মাধুৰীসনা প্ৰকাশভঙ্গী, কাব্যদৰ্শন আদি বিশাল সমল সমূহ অভিভাষণৰ বুকুত "ছন্দৰ জন্ম" গৰিমাৰে সমুজ্বল।

ধ্বংসইহে নতুনৰ সৃষ্টি আনিব পাৰে। ধ্বংস হ'লেহে সৃষ্টিৰ পাতনি সম্ভৱ ! সেয়ে—

**"ধ্বংস ধ্বংস ক'ত ?**
**ধ্বংস যে নাই**
**ধ্বংসতে সৃষ্টিয়ে পাতনি পেলায়।"**

'কাৰণ নহ'লে কাৰ্য্য নহয়।' "ছন্দৰ জন্মৰ" আঁৰত আছে এটি বেদনাদায়ক নিদাৰুণ কাৰণ। ব্যাধৰ শৰত মৰণ যাতনাত চটফটাই থকা ৰক্তাক্ত ক্ৰৌঞ্চ পক্ষীৰ দৃশ্যই বাল্মীকি মুনিৰ কৰুণাসনা হৃদয় আবেগত কণ্ঠভেদি জন্ম হ'ল "ছন্দ" অনুপম ! সেয়া যে আছিল তীৰ তমসা নদীৰ। "ত্ৰেতা যুগত বাল্মীকি মুনিৰ সাধনা দীপ্ত সিদ্ধি স্বৰূপে

পৃথিৱীত কাব্য কলাৰ ছন্দধ্বনি প্ৰকাশ হ'ল। বিশ্বসত্য উদ্ঘাটনৰ এটি শুভ মুহূৰ্ত উদয় হ'ল। প্ৰভাতৰ অৰুণ কিৰণত সমুজ্বল তমসা নদীৰ তীৰত বাল্মীকি ঋষিয়ে দেখিলে

"ৰমণীয়ং প্ৰসন্নাম্বু সন্মনুষ্য মনোৰথা"। পাৰৰ গছৰ শিপাবোৰ ঢোৱাই শান্ত স্ৰোতা তমসা নদী বৈ যায়। প্ৰভাতৰ মেঘহীন নিৰ্ম্মল আকাশ, পূব গগনত পুৱা সূৰ্য্যৰ উজ্বল কিৰণ পৰি তমসা বুকুত লুকা ভাকু খেলে। হৰিণা পোৱালীয়ে নিৰ্ভয়ে জলপান কৰে। সেই দিনা তসমাৰ নিজান তীৰত শান্তিপূৰ্ণ ঋষি আশ্ৰমত বাল্মীকিৰ বীণাৰ সুৰত কিনো জাগিল মূৰ্চ্ছনা প্ৰকৃতিত পুলক জগায়, বিৰিখৰ তলে তলে পখীয়ে কাকলি তোলে। সেউজীয়া পাতে ফুলে বননি শুৱায়। মৃদু সমীৰত ফুলে মাধবী মুকুল। মধু দোলনিত দোলে শেৱালি বকুল, কুসুমৰ স্ফুৰণে, দোলনে সমীৰৰ মৃদু পৰশনে মূক প্ৰকৃতিয়ে ঋষিৰ প্ৰাণত কিনো কথা কয় কানে কানে চিত্ত দুলি উঠে কিয় ঘনে ঘনে ? ভাষাময়ী প্ৰকৃতিৰ সুগোপন ৰহস্য মধুৰ সৃষ্টিৰ মহিমা দেখি ঋষিৰ চিত্ত উদভ্ৰান্ত ব্যাকুল; প্ৰকাশৰ পথ নাই, ভাষা নাই নীৰৱ কণ্ঠত। অবৰুদ্ধ আবেগত শান্তিহীন মুনিৰ অন্তৰ। ধ্যান ভঙ্গ দুচকুত আনন্দ পুলক জাগে হৃদয়ত আশাৰ স্পন্দন, বিশ্বৰ কৰুণা সনা আনন্দ উজ্বল দুনয়ন। নিশাৰ নিয়ৰ টোপা অৰুণৰ সোন বোল লৈ, পিঙ্গল জটাত জ্বলে মৰকত মণি হেন হৈ। তপঃপূত কলেৱৰ জ্বলি উঠে প্ৰশান্ত ললাট। প্ৰভাতৰ পুবেৰুণে দেখুৱাই তাপসক বাট প্ৰকৃতিৰ। নিত্য মহোৎসবে দিয়ে কি অপূৰ্ব্ব বাতৰি ঋষিৰ প্ৰাণত। মহৰ্ষিয়ে প্ৰণামিলে স্ৰষ্টাৰ উদ্দেশ্যে। ৰোমাঞ্চিত পুলকিত মনে জনালে প্ৰাৰ্থনা। "হে অসীম বিশ্বপতি, সৌন্দৰ্য্যৰ অনুভূতি জগোৱা প্ৰাণত। বাল্মীকিক নৱ জন্ম দিয়া।"

"চাকৈ চকোৱা দুটি ওমলে হৰিষে, সৃষ্টিৰ মহিমা দেখি প্ৰণামে ঋষিয়ে। কিন্তু হায় অকস্মাতে নিকৰুণ ব্যাধৰ শৰত মৰণ যাতনালৈ শৰবিদ্ধ পক্ষী এটি ৰক্তাক্ত হিয়াৰে পৰিলেহি ঋষিৰ আগত। শোকত বিনাই ইটি লগৰী পক্ষীয়ে বিচ্ছেদৰ কুৰুণ সুৰত। এনে নিকৰুণ নিষ্ঠুৰতা দেখি হায় ঋষিৰ পৰাণ বিষাদিত শিয়ৰি উঠিল শোকাচ্ছন্ন নয়নৰ দুধাৰি লোতক ধাৰ বাগৰি পৰিল। নিমি ষতে প্ৰভাতৰ নিৰ্ম্মল আকাশ হিংসাৰ পৰশে *দেখে দুৱলী কুঁৱলী। গছ লতা বিৰিখৰ সৰে চকুপানী সুন্দৰ পৃথিৱী যেন তেজেৰে* ৰাঙলী।"

"*এই ক্ষুদ্ৰ জীৱে হায় কৰা নাই কাৰো* অপকাৰ, তথাপি কিয়নো কৰে প্ৰাণৰ সংহাৰ। কৰুণা কোমল ঋষি প্ৰাণে কান্দিলে, বতাহে কান্দিলে। অকস্মাৎ সংযত বাক ঋষি কণ্ঠভেদি প্ৰকাশিত হ'ল কাব্যছন্দ। ছন্দে ছন্দে প্ৰকৃতিত জাগিল মূৰ্চ্ছনা, নিখিল

কবিৰ প্ৰাণে প্ৰাণে ছন্দৰ অপূৰ্ব্ব পৰশনে জাগিল বন্দনা, পৃথিৱীৰ প্ৰতি ধূলি কণা শিয়ৰি উঠিল পাই নৱ সত্য নতুন চেতনা। প্ৰসন্ন প্ৰশান্ত ঋষি প্ৰাণ আচম্বিৎ কাব্যৰ সৃষ্টিত, ছন্দে ছন্দে কঁপে ঋষি প্ৰাণ বাণী ছন্দময় কল্পনাছন্দিত ছন্দে জাগে বিবিধ মূৰ্চ্ছনা বাল্মীকিৰ জীৱনৰ চিৰ আৰাধনা।"

ইকি ! ছন্দে ছন্দে মধুস্পৰ্শ জগত মধুৰে ভৰা বাক্যত ছন্দ সুমধুৰ—"মোৰ জড় কণ্ঠ ভেদি চতুষ্পদী ছন্দ সুমধুৰ প্ৰকাশিলে অৱৰুদ্ধ প্ৰাণৰ মধুৰে উপচি গ'ল বিশ্বচৰাচৰ—

শোকাৰ্ত প্ৰাণত মোৰ কিনো মধুছন্দে ক'লে কথা। মধুৰ প্ৰাণৰ বাণী মধুছন্দে নহ'ব মুখৰিত, অমৰ গৌৰৱী মধুময় কাব্যছন্দ ধৰণী ধুনীয়া কৰি চিৰ সত্য সুন্দৰৰ ৰসৰূপ প্ৰকাশ কৰিব।"

বাল্মীকি মুনিৰ কণ্ঠ ভেদি নিজৰ অজ্ঞাত সাৰে অন্তৰ ৱেদন আশ্ৰয় কৰি প্ৰকাশ হোৱা কাব্যদৰ্শনৰ এয়ে জন্ম ইতিহাস। সাতকাণ্ড ৰামায়ণ মহাকাব্য ছন্দত বাল্মীকি মুনিয়ে ৰচনা কৰে। অতীতৰ ভাৰতবৰ্ষ তেঁই প্ৰথম কাব্য দৰ্শনে পাতনি মেলে।

কবি নলিনীবালা দেৱীৰ কবি আৰু কবিতা এই সৃজনশীল ধাৰাৰ ওপৰত, নিবিড় সম্বন্ধৰ বিষয়ে উল্লেখ কৰি অহা হৈছে। 'ছন্দৰ জন্ম" এই বিশেষ পৃষ্ঠাতো পুনৰবাৰ ব্যক্ত কৰা হৈছে। কাব্যদৰ্শনৰ দিব্যজ্যোতিৰে তাক অৱলোকন কৰা হৈছে। "কাব্য আৰু কবিৰ জীৱনৰ পাৰ্থক্য নাই। কবিৰ জীৱনৰ দৰ্শন আদৰ্শময় সৌন্দৰ্য্য কাব্যৰ ধ্বনিৰ মাজেৰেই ৰূপায়িত হৈ উঠে। অজান অনন্ত বিশ্বশক্তিৰ অন্তৰালত অৱস্থিত মহাপ্ৰবাহৰ প্ৰেৰণাই কবিৰ অন্তৰত কাব্য প্ৰবাহৰ সোঁত বোৱাই দিয়ে। সেই সত্যময় চিৰন্তন প্ৰবাহৰ প্ৰেৰণা গ্ৰহণ কৰি কবি মানসে কাব্য সৃষ্টি কৰিবলৈ সমল গোটাই। অনিৰুদ্ধ বিশ্বপ্ৰবাহৰ পৰশ লাগি কবি মানসৰ মৌন বীণা ধ্বনিত হৈ উঠে। মনত লাগে সৌন্দৰ্য্যৰ ৰং, সৌন্দৰ্য্য পিয়াসী কবিৰ সৃজনী মানসত ছন্দ জাগে। কবিৰ লিখনিত ছন্দ আপুনি ধৰা দিয়ে। কবিতাৰ প্ৰবাহ বোৱতী সুঁতিৰ দৰে বৈ আহিলে প্ৰকৃত কবিয়ে নিজৰ অজ্ঞাত সাৰেই বহু সত্যৰ ৰূপ ছবি কবিতাৰ ছন্দে ছন্দে আঁকি যায় অবিকল ভাৱে। প্ৰকৃতিৰ পৰশৰ পৰাও কবি মনে নিষ্কৃতি নাপায়। কবিৰ মনদাপোনত বাহ্য প্ৰকৃতিৰ ক্ৰিয়াৰ পৰশ লাগিলে প্ৰকৃতিৰ মধুৰ বৰ্ণনাই কাব্যত আত্মপ্ৰকাশ কৰে।"

পুনৰ একেই সুৰতেই কবিয়ে কৈছে "কাব্য আৰু সঙ্গীতৰ কোনো পাৰ্থক্য নাই। কাব্যত সুৰ সংযোজনা হ'লেই কাব্য হয় সঙ্গীত। কাব্য নহলে সঙ্গীতৰ সুৰ প্ৰকাশ নহয়। কাব্যত ছন্দৰ মিল থাকে। সঙ্গীতৰ সুৰতো ছন্দৰ মিল নেথাকিলে প্ৰকৃত সুৰ

প্ৰকাশ কৰিব নোৱাৰি। কাব্য সঙ্গীত সুকুমাৰ কলা কাব্য বা কবিতা সমূহত সুৰ থাকে, সুৰ লগাই কবিতা আবৃত্তি কৰা নিয়ম। অসম আৰু বঙ্গদেশত কবিতা আবৃত্তিৰ বৰ্তমান এটা বিশেষ সুৰ ভঙ্গী থাকিলেও সঙ্গীতৰ দৰে সুৰ লগাই অতীতত পোৱাৰ প্ৰথাও আছিল।” আমাৰ ঘোষা লেচাৰি দুলৰি, কাব্য সমূহ বিবিধ সুৰত গোৱাৰ প্ৰথা আছে।

কাব্যছন্দৰ ক্ষেত্ৰত উনুকিওঁৱা উচিত হ’ব যে বাল্মীকি মুনিৰ পিচত ব্যাসদেব বিৰচিত মহাভাৰত, কাব্যভাগৱত, সংস্কৃতৰ সৰহ সংখ্যক প্ৰাচীন গ্ৰন্থ কাব্যছন্দত ৰচিত। কালিদাসৰ “মেঘদূত”, “মন্দাক্ৰান্তা” ছন্দত ৰচনা কৰা। মন্দাক্ৰান্তা ছন্দৰ থমকি থমকি উচ্চাৰিত হোৱা লালিত্য অতি মনোগ্ৰাহী।

কবিতাত ছন্দ—কুৰি শতিকাৰ কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ মুক্তক ছন্দই জগতত এক নতুন দিশ দেখুৱালে, মুক্তক ছন্দত কোনো দুৰ্ব্বোধ্য, খাপ নোখোৱা খহতা বা জটিল শব্দ নাই। ভাৰতৰ শ্ৰেষ্ঠ কবি গুৰুৰ কবিতা, অতীত মুনি সকলৰ দৰেই প্ৰাণ যমুনাৰ বৈ যোৱা পৱিত্ৰ সোঁত।

যুগশ্ৰেষ্ঠা কবি নলিনীবালা দেবীৰ এই অভিভাষণ খনি কবিমানস কুঞ্জৰ এটি বৰ্ণময় বিশেষ বিষয়ৰ নিৰ্বাচন। য’ত কবিৰ গভীৰ পৃথিৱীখনৰ সুষমা উপভোগ তথা সন্ধান পোৱা সম্ভৱ হয়, আৰু মনৰ তৃষা দূৰকৰা শব্দালংকাৰেৰে সমৃদ্ধ।

সুবিস্তৃত বিশাল অসম ভূমিৰ বিভিন্ন প্ৰান্তৰৰ পৰা সোঁত বোঁৱা কবি সাহিত্যিক সকল, অসমীয়া ভাষা সাহিত্যিক সকল, অসমীয়া ভাষা সাহিত্যৰ অনুৰাগী পূজাৰী সকল আৰু অগণন জনসাধাৰণৰ সম্মুখত কবিয়ে হৃদয়ৰ ভাষাৰে মধুৰ সম্বোধন উপহাৰ প্ৰদান কৰা ত্ৰয়া অসম সাহিত্য সভাৰ মিৰ্জ্জা অধিবেশনৰ থলি। সময়ৰ বোলেৰে ২৯।১০।৬০ চনৰ এই পুণ্য মহান অনুষ্ঠানৰ কবি সন্মিলনত সভানেত্ৰীৰ সৰ্ব্বশ্ৰেষ্ঠা আসনৰ গৰাকী আছিল নলিনীবালা দেবী।

অসমীয়া আমাৰ ভাষা, অসম আমাৰ মাতৃ আৰু দিব্যজ্যোতি প্ৰতিভাত হোৱা কবি সকল। এই তিনিওঁটি বিষয় বস্তুৰ গুৰুত্ব বিশ্লেষণত মুখৰহৈ পৰিছে কবি সন্মিলন। কবিৰ প্ৰতি কবিৰ ইমান স্নেহ, কবিৰ প্ৰতি বিশ্বাস, কবিৰ চৰিত্ৰ গুণ-গৰিমা, ঐতিহ্য গৌৰৱ আৰু অণ্বেষণ আদিৰে নলিনীবালা দেবীৰ প্ৰতিটো অনুভূতিত ফুলি উঠিছে সূৰ্য্যমুখী হৃদয়। কবিৰ ভাষাৰে “কবি যেন যুগৰ বীণ। কবিয়ে পাৰিপাৰ্শ্বিক অনুভূতিৰ হাত সাৰিব নোৱাৰে। যুগৰ পদক্ষেপৰ লগত কবিৰ বীণ বাজি উঠিবলৈ বাধ্য হয়। কবিৰ প্ৰাণৰ আবেগত ধৰা পৰে সময়ৰ গতিবেগ। কবিৰ সৃষ্টিত কাব্যৰ বিভিন্ন ৰসেৰে

প্ৰকাশিত হয় অনুপম কবিতা। ভাৰতীয় দৰ্শনত কবি, যোগী আৰু সাধকক একে সাধন পথিক ৰূপে নিৰ্ণয় কৰি গৈছে।”

সত্য আৰু পৰমেশ্বৰৰ কাষ চপা কাব্য ভাৰতী নলিনীবালা দেৱীৰ সৃজনশীল মনৰ বহল মঞ্চত প্ৰকাশ পাইছে—

**“আহা কবি আহা শিল্পী অসমীৰ সুকৃতি সন্তান**
**লুইতৰ পাৰে পাৰে পাৰিজাত কুসুম বিচাৰি**
**গিৰিমল্লিকা তুলি শিলনী মাজৰ, মালা গাঠি**
**নানা বৰণৰ পিন্ধোৱা যতনে আনি**
**মাতৃৰ কণ্ঠত**
**সমুখত কৰ্ত্তব্য মহৎ, বিশ্বসুৰভিত কৰা**
**পদুম মালাৰে**
**সজাব লাগিব আমি পৃথিৱীৰ মহান সভাত**
**মৰমী অসমী আইৰ সৰ্ব্বশ্ৰেষ্ঠ ৰত্ন সিংহাসন।”**

জন্মভূমিৰ বুকুত দীপিতি ঢালি দিয়া, জীৱন প্ৰবাহ বিলায় দিয়া, প্ৰাণৰ আহ্বান নিগৰি অহা অসীম প্ৰবাহ বিলায় দিয়া, প্ৰাণৰ আহ্বান নিগৰি অহা অসম মাতৃৰ প্ৰতি সন্মান প্ৰদৰ্শনেৰে যুগজয়ী কবিৰ মহৎ শক্তি বিদ্যমান। যি শক্তিৰ প্ৰভাৱত কবিৰ জীৱন প্ৰস্তুত ও সঞ্চালনা হয়। ভাৰতীয় দৰ্শনৰ ভাৱধাৰাৰে পৰিপুষ্ট নলিনীবালা দেৱীৰ নিৰৱ সাধনা হিয়াৰ বক্তব্য এনেদৰেই মুক্ত প্ৰকাশ “কোনোবা অজ্ঞাত শক্তিৰ অদৃশ্য হাতৰ পৰশত এই বিশ্বপ্ৰবাহ প্ৰত্যেক চেতন জীৱৰ প্ৰাণত উদ্ভৱ হোৱা চৈতন্য তৰঙ্গৰ কঁপনি মোৰ অন্তৰত অনুভৱ কৰো। সেই অজ্ঞাত শক্তিৰ সঞ্চালনত মানুহৰ জীৱন গতি পৰিচালনা হৈ আছে, বিশ্বক গতিশীল কৰ্ম্মমুখৰ কৰি ৰাখিছে। প্ৰবাহমান বিশ্বতৰঙ্গ যদি কোনোবা দিনা থামি যায়, সেইদিনা বিশ্বগতিও চিৰস্তব্ধ হৈ পৰিব। এই মহা বিশ্বতৰঙ্গৰ প্ৰভাৱতেই মানুহৰ মনৰ ভাবধাৰা তৰঙ্গায়িত হৈ ভাষাৰে ৰূপায়িত হৈ পৰে।”

নলিনীবালা দেৱী, সাহিত্যই যাৰ জীৱন, দেশপ্ৰেমেই যাৰ প্ৰাণ, এনে এগৰাকী মহিয়ষী নাৰীৰ ৰচনা সমূহৰ প্ৰতিটো বৰ্ণ মোহনীয়েই নহয়, জীৱন তৰঙ্গৰ অনুপম স্পন্দন। তেখেতৰ ৰচনা সমূহ হৃদয়ঙ্গমৰ পৰিশেষত কোনোটোকেই পিছপেলাই আগবাঢ়িবলৈ অক্ষম। সুদৰ্শন পথত সকলোকে অন্তৰ্ভুক্ত কৰাও অসম্ভৱ। কিন্তু কলম

থমকি নৰয়। আগবাঢ়ি যায় হাতৰ বুলনি সকলোকে বুতলি ল'বলৈ—, সেয়ে গ্ৰহণ কৰিবলৈ এই মন্তব্য—"আজি আমি অসম মাতৃৰ চিৰচিনেহী অসমীয়া ভাষাক যজ্ঞ ৱেদীত অভিষেক কৰিবলৈ পাইছোঁ, অসমত অসমীয়া ভাষাই স্বীকৃতি পাইছে, আজি আমাৰ প্ৰত্যেকজন অসমীয়াৰ অতি চেনেহৰ মহৎ সাধনাৰ ধন অসম সাহিত্য সভা মহোৎসৱক মাতৃ-অভিষেক ৰূপে পাই ধন্য মানিছোঁ। এয়া আমাৰ কৌটি পুৰুষৰ আৰাধ্যা প্ৰাণৰ সাধনা সুৰদী সুৰীয়া অসমীয়া ভাষাৰ অভিষেক উৎসৱ। অতীতৰ শত-সাধকৰ-সাধনা শতদলৰ সোণ মুকুট জিলিকি উঠিছে। কৌটি পুৰুষৰ অভূতপূৰ্ব্ব সাধনা পদুমে শত পাহি মেলি ফুলি উঠিছে, আজি আমাৰ হৰষৰ দিন আনন্দৰ দিন। অসমী আইৰ সুসন্তান সকলে স্থাপিত কৰি যোৱা অসমী আইৰ মহতী সাহিত্য সভাৰ স্নায়ুকেন্দ্ৰ স্বৰূপ কবি সম্মিলনত অসমীয়া ভাষা সাধনাৰ অগ্ৰগতিৰ নবাগত বাটৰুৱা উদীয়মান নকবি সকলে নিজৰ প্ৰাণৰ মাণিক মুকুতাৰে, কাব্য শতদলেৰে অৰ্ঘ্য সজাই ৰৈ আছে, ভাষা জননীৰ কমল চৰণত অঞ্জলি দিবলৈ। সেয়েহে আজি আকুল প্ৰাণেৰে আহ্বান কৰিছো আগবাঢ়ি আহক হে প্ৰচীন, হে নবীন, পূজাৰীবৃন্দ আজি এই অৰুণ প্ৰভাতৰ সোনালী কিৰণেৰে জিলিকা সোন সেৰিয়া হিয়া ওপচোৱা জ্ঞানৰ অমৃত সানি আমাৰ চিৰগৌৰৱময়ী অনুৰঞ্জিত কৰি ধন্য কৰকহি।"

স্বৰ্গতো অধিক জনমভূমিক ভালপাৱো যি জনাৰ হৃদয়বনত বনবিহগীয়ে তোলে কত শত সঙ্গীত ৰোল, বিশ্বতৰঙ্গৰে জীৱন প্ৰবাহ অনুধাৱন কৰা কবি নলিনীবালা দেৰী। মিৰ্জ্জা অধিবেশনৰ সম্মানিত সভানেত্ৰীৰ ভাষণ যুগে যুগে স্বৰ্ণ লেখাৰ দৰে জিলিকি থাকিব।

শব্দৰে মানুহক বহুদূৰলৈকে জুমি চাব পাৰি ! শব্দই গঢ়ে মানুহৰ জীৱন। শব্দৰ সোঁতে সোঁতে মানুহে কথা পাতে। গতিকে "বিদায়" এইটো এটা অৰ্থব্যঞ্জক শব্দ। "বিদায়ৰ সম্ভাষণ" জনোৱা গভীৰতা মাথো উপলব্ধিহে কৰিব পাৰি।

কাব্যভাৰতী নলিনীবালা দেবীক "বিদায় সম্ভাষণ" জনোৱা হৈছিল অসম সাহিত্য সভাৰ চৰ্তুবিংশতি অধিবেশন প্ৰাগজ্যোতিষৰ লৌহিত্যৰ পূণ্য তীৰত। এই সভাত সদৌ অসমৰ সাহিত্যানুৰাগী সাধক সকলে সাহিত্য সভাৰ সভামণ্ডপ ওপচাই পেলাইছিল। নলিনীবালা দেবীয়ে দেশমাতৃ ভাষাজননীৰ এই মহা সম্মিলনক মহাযজ্ঞ বুলি অভিহিত কৰিছে। সভাৰ সুশোভিত আসন গ্ৰহণ কৰি দুগুণে জেউতি চৰাইছে সুকবি সাহিত্যসেৱী দুৰ্বৰা দেৱে।

বিদায়ী সভানেত্রীয়ে আন্তৰিক শ্ৰদ্ধা আৰু শক্তিৰে ভাষা জননীৰ হকে আগবঢ়োৱা কৰ্ম্মৰ খতিয়ান দাঙি ধৰিছে। অসম সাহিত্য সভাৰ শাখা সভা, আৰু স্বীকৃত সভা গঢ়লৈ উঠা, অসমৰ চুকে কোনে, পৰ্ব্বতে ভৈয়ামে অসমীয়া সাহিত্যৰ প্ৰতি আগ্ৰহ আৰু সহানুভূতি প্ৰকাশ কৰিছে। সেই বছৰতে সাহিত্য সভাৰ জীৱন বুৰঞ্জীত সভাৰ সংখ্যা, শাখা সভা সৰ্ব্বোচ্চ সংখ্যাত উপনীত হোৱাৰ উল্লেখ কৰিছে। কবিয়ে আনন্দচিত্তে কৈছে—"বহুদিনৰ পৰা গোটখাই থকা সাহিত্য সভাৰ নানা বেমেজালি আঁতৰ হৈ আজিৰ স্বাধীন অসমৰ সাহিত্য সভা ৰাহুমুক্ত চন্দ্ৰকলাৰ দৰে অসম আকাশ শুৱনি হৈ পৰিছে। বিশেষ ভাৱে এই বছৰতে ভাগ্য নিৰ্ণায়ক সীমা নিৰ্দ্ধাৰণ আয়োগৰ আগত, চৰকাৰী ভাষা আয়োগৰ আগত কৰিবলৈ পোৱা সাহিত্য সভাৰ সাক্ষ্যদান সাহিত্য সভাৰ বুৰঞ্জীত স্মৰণীয় ঘটনা ৰূপে চিৰ দিন গৌৰৱ দান কৰিব। দুখৰ বিষয় শ্ৰীশঙ্কৰ গুৰুৰ সংস্কৃতি বিকাশৰ তীৰ্থস্থান কোচবিহাৰক আমি অসমলৈ ঘূৰাই আনিব নোৱাৰিলো। অসমৰ সীমা ৰেখা নিদ্ধাৰণৰ এটি বিচ্ছেদৰ কালিমা ৰূপে চিন বৈ গ'ল। তথাপি আমাৰ অসমৰ সীমা কিছু পৰিমাণে ৰক্ষা পৰিল—" কবি জীৱনৰ অভিজ্ঞতা মন্থন, গুৰুগম্ভীৰ ভাষণত এই কথাও প্ৰকাশ হৈছিল—"দেশৰ ভাষাৰ সেৱাত এনে ঐকান্তিক নিষ্ঠা নহ'লে কাৰ্য্যক্ষেত্ৰত সফলতা লাভ কৰিব নোৱাৰি। দেশৰ সংগঠনৰ বহুখিনি সাৰ্থকতা সাহিত্যিকৰ ওপৰতে নিৰ্ভৰ কৰে। পৃথিৱীৰ বুৰঞ্জীয়ে তাৰেই সাক্ষী দিয়ে।"

সাহিত্যৰ অৱদানে পতনোমুখী চৰিত্ৰক শুধৰণি সঞ্জীৱনী শক্তি প্ৰদান কৰে। বিদায়ী সভানেত্ৰীযে এনে বহু উদাহৰণ দৃষ্টান্ত দাঙি ধৰিছে।

টলষ্টয়, ছেক্সপিয়েৰ, মিলটন আদি পশ্চিমীয়া সাহিত্যিক সকলে সেই সেই দেশৰ জাতীয় চৰিত্ৰ গঠনত অৰিহনা যোগাইছে। এসময়ৰ বেলি মাৰ নোযোৱা ইংৰাজ জাতিৰ প্ৰতিও কবিৰ আছে অসীম শ্ৰদ্ধা। কাৰণ ইংৰাজ জাতিৰ জাতীয় চৰিত্ৰ গঠনত মনোনিবেশ কৰিলে মহৎ শক্তিৰ অন্তৰালত উজ্জীৱিত হৈ থকা দেখা যায় সেই দেশৰ সাহিত্যৰ ভূমিকা। তেওঁলোকৰ সাহিত্যৰ মূল উদ্দেশ্য, প্ৰধান দিশ—জাতীয় চৰিত্ৰ গঠন আৰু দেশপ্ৰেম। নিজৰ দেশখনক প্ৰাণতকৈও ভালপোৱা ইংৰাজ সাহিত্যিক সকল শিশু-সাহিত্যৰ চমৎকাৰিতাৰ এক অন্যতম কাৰণ। শিশুৰ মনোবিকাশত প্ৰভাৱ পেলাব পৰা সাহিত্যৰ সৃষ্টিৰে গঢ়ি তোলা দেশপ্ৰেম, জাতীয় চৰিত্ৰ গঠনৰ আঁৰত আছে ইংৰাজ সাহিত্যিক সকলৰ শ্ৰেষ্ঠ অৱদান। ইংৰাজ সকলৰ দেশৰ সৰ্বস্তৰৰ জীৱন

যাত্ৰাৰৈ দৃষ্টি নিক্ষেপ কৰিলে সহজভাৱেই দৃশ্যমান হয় তেওঁলোকৰ ঐশ্বৰ্য্যময় জীৱন। সকলো অবাঞ্চনীয় বা কদৰ্য্যতাৰ বিপৰীতে তেওঁলোকৰ আছে নিৰ্মল জ্ঞান। তেওঁলোকৰ কাৰ্য্যকৰ্ম্ম সমূহৰ সুগন্ধত মন আমোল-মোলাই। শ্ৰদ্ধাত মূৰ দোঁ খাই পৰে। ইংৰাজ জাতিৰ অধ্যয়ণে নলিনীবালা দেৱীৰ অন্তৰতো ৰূপ লৈছে এক নিষ্ঠা-একাগ্ৰতাৰে গঢ় দিবলৈ নিজৰ জন্মভূমিক নলিনীবালা দেৱীয়ে দেশৰ ভৱিষ্যৎ নিৰ্মাতা শিশু সকলৰ প্ৰতি সজাগ দৃষ্টি, চৰিত্ৰবান কৰি তোলাৰ গুৰিতে পিতৃ-মাতৃ অভিভাৱক সকল; এই কথাত গুৰুত্ব আৰোপ কৰিছে।

"নল মৰে গঁজালি গজে"। "বিদায়ী সম্ভাষণ"ত কবিয়ে দেশৰ স্বাৰ্থ ৰক্ষা আৰু সৰ্বাঙ্গীন উন্নতিৰ কাৰণে বিশেষকৈ ডেকা শক্তিৰ প্ৰয়োজন অনুভৱ কৰিছে। আশাবাদী কবিয়ে ব্যক্তি কৰিছে—"অসম মাতৃৰ প্ৰত্যেক সন্তান দেশৰ গৌৰৱ। তেওঁলোকৰ প্ৰতিভা বিকাশ, সন্মান ৰক্ষা আৰু জাতিগঠনত প্ৰচুৰ দায়িত্ব আছে। কৰ্ম্মক্ষেত্ৰত বিচ্ছিন্নতা থাকিলেও দেশৰ স্বাৰ্থৰ ৰক্ষাৰ সময়ত জাতি গঠনৰ সময়ত কোনো দলৰ কোনো বিভিন্নতাৰ বাধা থাকিব নোৱাৰে। এতেকে ডেকা শক্তিক মই বাৰে বাৰে আহ্বান কৰো—প্ৰত্যেকজন ভেকা গাভৰুৰ সতেজ মস্তিষ্কৰ সুচিন্তিত কৰ্ম্ম পদ্ধতিৰ সেৱা পাবলৈ দেশ-মাতৃয়ে দাবী কৰে, দেশকল্যাণ ব্ৰতত ব্ৰতীহৈ নিস্বাৰ্থ সেৱাৰ ভাগ লবলৈ প্ৰত্যেকজন অসম সন্তান আগবাঢ়ি আহক, জ্ঞান-বিজ্ঞান, কলা-দৰ্শন সাহিত্য, ৰাজনীতি, সমাজনীতি সুসংস্কৃত কৰি অতীত ঐতিহ্য গৌৰৱময় কৰিবলৈ দৃঢ় হওঁক।"

কবিৰ জীৱন ৰথৰ চকৰি ক্ৰমাৎ ঘূৰণৰ প্ৰতি লক্ষ্য ৰাখিছে "জীৱনৰ বেলি মাৰ যাওঁ যাওঁ, চিৰচেনেহী অসমৰ ধূলিতে মোৰ জীৱন ফুল পাহি সৰি পৰিব। গোটেই জীৱন জুৰি সুন্দৰ মহান অসমৰ পবিত্ৰ নিৰ্ম্মল কান্তিৰ ৰি কল্পনা সপোন দেখি আহিছোঁ সেয়ে মোৰ জীৱনৰ আকাঙ্ক্ষাই যুগে যুগে ঘূৰি আহিব এই অসমৰ বুকুলৈকে। হয়তো এদিন মোৰ কল্পনা সপোনে বলীয়ান অসমে শৌৰ্য্যে-বীৰ্য্যে গোৰৱ জগাই ভাৰতত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিব।"

অসম সাহিত্য সভাৰ চৰ্তুবিংশতি অধিবেশনৰ বিদায়ী সভানেত্ৰীৰ "বিদায় সম্ভাষণ" সাহিত্য সভাৰ গৌৰৱ বিজয়ৰ নিচান। প্ৰতিজন সাহিত্যানুৰাগী, প্ৰতিজন সাহিত্যে সাধকক তাৰ অমৃত স্বাদ পান কৰিবলৈ নিবেদন কৰিয়েই থাকিব। জনমভূমিৰ সকলো সৌন্দৰ্য্যৰে বিকশিত কবিৰ কণ্ঠেৰে নিগৰি অহা বিদায় সভানেত্ৰীৰ বিদায় সম্ভাষণ কেৱল উপলব্ধিৰহে বস্তু।

কবি নলিনীবালা দেৱীৰ ভাষণ, অভিভাষণ আদি ৰচনা সমূহৰ বৈশিষ্ট্যতা অনন্য অনন্য তাৰে ভূমিকা। একোটি বিশেষ বিশেষ উপাদানক প্ৰধান দিশ হিচাবে নিৰ্ণয় ক'ৰি তাৰ আৱিস্কাৰ—অনুসন্ধানেৰে কবি আগবাঢ়ি গৈছে সুদূৰ পিয়াসী মনেৰে।

ওঠৰ শ নবৈব শকৰ নতুন বছৰৰ ওলগেৰে ৰাইজলৈ আগবঢ়োৱা উপহাৰ... "মানসতীৰ্থ"। "মানসতীৰ্থ" এই প্ৰবন্ধটি ভাৰতীয় অমৰ দৰ্শনৰ চিক্মিকনিত ভাস্বৰ হৈ জলমলাই উঠিছে। মানব মনৰ উত্থান-পতন, জয়-পৰাজয়, ক্ৰিয়া-প্ৰক্ৰিয়া, অমৃতময়-আনন্দময় পথৰ সন্ধান "মানসতীৰ্থ"ই যেন জো'ৰবাতি হৈ দেখুৱাব লাগিছে, মনৰ শান্তি-সৌন্দৰ্য্যৰ মনস্তত্ব দৰ্শন "মানস তীৰ্থ"।

কবিয়ে প্ৰথমেই শান্তি পথ আৰু মানৱ জীৱনক উপলক্ষ্য কৰি কৈছে "শান্তি পথ সন্ধান মানৱ জীৱনৰ প্ৰধানতম ধৰ্ম্ম আৰু সৰ্বশ্ৰেষ্ঠ কৰ্তব্য। বহুজন শান্তি সন্ধানী মানৱে ভাৰতৰ কৃপা লাভ কৰি মনুষ্য জন্মতেই দেৱত্ব প্ৰাপ্তি ঘটা দেখা যায়, এই পথ সাধনাৰ পথ। মনৰ ওপৰত নিজ শক্তিৰ আধিপত্য বিস্তাৰ কৰিবলৈ ক্ৰমে ক্ৰমে অভ্যাস সাধনাৰ পথ। এই অভ্যাসৰ পথ। এই অভ্যাসৰ বশত বিকাশমুখী মানৱ চিত্তই ক্ৰমে ক্ৰমে অৰ্ন্তমুখী হৈ শান্ত সমাহিত অৱস্থাৰ পিনে আগবাঢ়ে। মানসিক বিকাৰ সমূহ স্বাভাবিক ভাবেই মনৰ পৰা আতৰি যাবলৈ বাধ্য হয়। এনে অভ্যাসৰ ফলত মনৰ মাজত নিৰ্মল আনন্দ স্বৰূপৰ পিনে ধাবমান হ'বলৈ ধৰে। গভীৰ পানীত যেনেকৈ সহজতে টৌ নুঠে, সেইদৰে অভ্যাসশীল মানৱ মানসতো সহজতে বিকাৰৰ টৌ নুঠে। অশান্তি আৰু অতৃপ্তিয়েই মানুহৰ মনৰ বিকাৰ।"

মানুহৰ মনৰ ভিতৰত অন্তৰ্নিহিত ক্ৰিয়া কৰ্ম্ম সমূহ কেতিয়াবা বিদ্যুৎ প্ৰবাহৰ দৰে তাৰ ৰহস্যময় স্বভাৱ প্ৰকাশ পায়। যিয়ে চেতন অৱচেতন জীৱনক অশান্তিৰ পথলৈ লৈ যাব লাগিছে। যাৰ ফলত অনেক পন্থা অৱলম্বন কৰিবলৈ মানুহ বাধ্য হয়। কোনোজনে তীৰ্থ স্থানলৈ, কোনোজনে সংসাৰ ত্যাগ কৰি পৰ্বতে কন্দৰে গিৰি গুহাত আশ্ৰয় লৈছে—নিবিড় তপস্যাত আত্মনিয়োগ কৰিবলৈ। আৰু কোনো জনে সৃজনীমূলক সেৱা নতুবা বিশাল কৰ্মক্ষেত্ৰত জপিয়াই পৰিছে। চৰম পৰিণতিৰেও ৰসাতললৈ আগবাঢ়ি যায় মুক্তিৰ বাবে। অশান্ত মনক কৰ্ম্মৰ ছদ্মবেশেৰে ঢাকি ৰাখিবলৈ, অব্যাহতি পাবৰ বাবে অস্থিৰ মানুহ জীৱন !

"মানুহ চিৰ অশান্ত জীৱ। মানুহৰ অশান্ত অপূৰ্ণতা লুকাই থাকে মানুহৰ চেতন অৱচেতন মনৰ মাজত। মানুহ জীৱনৰ কৰ্ম্মৰ সমাপ্তিৰ কোনো অৰ্থ নাই। কৰ্ম্ম সমাপ্তি

মানে জড়ত্বক বুজায়। চেতন জগতত কৰ্ম্মৰ সমাপ্তি ঘটিব নোৱাৰে। বিশ্বৰ স্পন্দনেই কৰ্ম্ম, এই কৰ্ম্ম স্পন্দন বিৰাম বিহীন।" সেই দৰেই নদীৰ জীৱনৰ শেষ পৰিণতি সাগৰত্ব; পৰমাত্মাৰ স্ফূলিঙ্গ আত্মাই অসীম ব্ৰহ্ম স্বৰূপত বিলীন নোহোৱালৈকে মানৱ জীৱনৰ উদ্দাম গতিৰ শেষ নাই। সকলো অৱস্থা প্ৰাপ্ত "মানস তীৰ্থ" হৃদয় তলিত নিৰৱে বৈ থকা এখন মনোমুক্তিৰ নদী।

আশাৰ শেষ নোহোৱা, হেঁপাহৰ অন্তনপৰা মানুহ জীৱনৰ নিতিতা মৰুভূমি 'মনক' আয়ত্ত্বাধীনলৈ আনিব পাৰিলে আত্মাৰ শান্তি সম্ভৱ ! "মানস তীৰ্থ"ৰ আত্মা হৈছে বিচাৰত অশান্তি আৰু অতৃপ্ত মনৰ বিপৰীতে দৃশ্যমান আত্মানন্দৰ বহল ধৰা। কবি নলিনীবালা দেৱীৰ "মানস তীৰ্থ"ত মানুহ জীৱনৰ ৰহস্য উদ্ঘাটন হৈছে। ৰহস্যময়তাৰ কুৱলীয়ে আবৰি ৰাখিছে মানুহৰ জীৱন !

নলিনীবালা দেৱীৰ তপোবনত ভূমুকি মাৰিলে দৃষ্টিত আবদ্ধহৈ ৰয় অতীন্দ্ৰীয়বাদ-ৰহস্যবাদৰ সনাতন শাশ্বত দৰ্শন। এই ভাৱনাক শ্ৰদ্ধাৰে একাষৰীয়াকৈ থ'লেও জ্ঞান-বিজ্ঞান, কলা-সংস্কৃতি, ইতিহাস আদি সৰ্বদিশৰ শিৰোমণি নলিনীবালা দেৱীক দেখিবলৈ পোৱা যায়। নলিনীবালা দেৱীক ক্ৰমে দেখিবলৈ পোৱা যায় এক অনিৰ্বচনীয় বেশেৰে "মহাত্মা গান্ধীৰ সভাত দিয়া ভাষণ"ৰ মধুৰ পৰিবেশত। "মহাত্মা বাপুজীৰ দৃষ্টিত নাৰী" এয়ে আছিল ভাষণৰ মূল বস্তু। এই ভাষণৰ অন্তৰালত যুগমানৱ মহান পুৰুষ ভাৰতৰ ঐতিহ্যৰ পূজাৰী মহাত্মাৰ প্ৰতি, গান্ধীবাদৰ স্পৃহাত আপ্লুত হিয়াৰ উমান পোৱা যায়। কাৰণ গান্ধীবাদত আছে আত্মাৰ আশ্ৰয়, আধ্যাত্মিক শক্তি। মহাত্মাৰ ভাৱনাৰে কবি নলিনীবালা দেৱীয়ে পাতনি মেলিছে—"ভাৰতবৰ্ষ অনাহাৰী ব্ৰতচাৰীৰ দেশ। আনদেশত ভোগ সুখৰ স্পৃহাত মানুহ ব্যাকুল, কিন্তু এই দেশ খনৰ, এই ভাৰতবৰ্ষৰ মহিমা সুকীয়া আছিল। অতীত ভাৰতবৰ্ষৰ ৰাজসিংহাসনত বহি ৰজাই কৰে তপস্যা, অনাহাৰী ব্ৰত; ৰাজ্য ত্যাগ কৰি বনবাস খাটে সত্য পালনৰ কাৰণে। এক বাক্যে নিজ ৰাজ্য পৰিত্যাগ কৰি ধন দান কৰি সৰ্বস্বান্ত হৈ বনবাসী জীৱন আনন্দেৰে বৰণ কৰে। এই অদ্ভুত দেশ ভাৰতবৰ্ষ।"

কাব্য ভাৰতী নলিনীবালা দেৱীৰ পাৰিজাত পুষ্পৰ বাগিছাখনিত ভাৰতৰ ঐতিহ্যৰ পূজাৰী মহাত্মাৰ প্ৰতি, গান্ধীবাদৰ স্পৃহাত আপ্লুত হিয়াৰ উমান পোৱা যায়। গান্ধীবাদৰ কোমল ছায়াত বৈ জানিবলৈ দিয়ে বহু কথা, বহু বতৰা। অহিংসাৰ মহান ব্ৰতেৰে ভাৰতৰ মুক্তি সম্ভৱ কৰি তোলা মহামানৱ মহাত্মাৰ আদৰ্শবাদৰ প্ৰতি এক নিৰ্মল শ্ৰদ্ধা।

গান্ধীবাদৰ শীতল ছাঁয়াত কবিৰ আত্মা পৰিতৃপ্ত। কাৰণ গান্ধীবাদত আছে আত্মাৰ আশ্রয়, আধ্যাত্মিক শক্তি। যি শক্তিৰে পৃথিৱী জয় কৰিব পাৰে আৰু ইয়াৰ আধাৰ হৈছে কেৱল নাৰী শক্তি। এই নাৰী জাতিয়ে মহাত্মাৰ দৃষ্টিত কেনে আসন লাভ কৰিবলৈ সক্ষম হৈছে আৰু যুগমানৱ গৰাকীও কেনে সমালোচনাৰ সম্মুখীন হৈছে; নলিনীবালা দেবীৰ দৃষ্টিত পুনৰ নিৰীক্ষণেৰে স্থাপন কৰা হৈছে। পৃথিৱীৰ সকলো শক্তিৰ আধাৰ, সৃষ্টিৰ আধাৰ নাৰী শক্তি।

মানৱ সমাজৰ পৰা পাপ, তাপ অন্যায় দূনীতি, অনাচাৰ সকলো মষিমূৰ কৰি নাৰী শক্তিয়ে এইখন পৃথিৱীত স্বৰ্গৰাজ্য স্থাপন কৰিব পাৰে। জীৱনৰ বহুত সংঘাতময় ক্ষেত্ৰত পাশবিক পশু শক্তিৰ বিৰুদ্ধে শুদ্ধ নাৰী শক্তি প্ৰয়োগ কৰি মহামানৱে পৰীক্ষাত উত্তীৰ্ণ হৈছিল। প্ৰত্যয়ত উপনীত হৈ নাৰী শক্তিক মহিমামন্দিত কৰি তুলিবলৈ প্ৰেৰণা যোগাইছিল।" প্ৰকৃততে এইটোও সত্য যে লাঞ্চিত বঞ্চিত জনে গান্ধীবাদৰ ছায়াত মুক্তিৰ লৌহকপাট ভাঙি চিঙি ওলাই আহিবলৈ প্ৰেৰণা লাভ কৰিব পাৰে। নাৰীত্বৰ ওপৰত বেচি জোৰ দিছে মহাত্মাই "হিন্দু শাস্ত্ৰই স্ত্ৰীক স্বামীৰ অতিমাত্ৰাই অধীন কৰিবলৈ গৈ যেন ভুল কৰিছে। তাৰ ফলত কোনো ঠাইত দেখা যায় যে স্বামীৰ সৰ্বময় কৰ্তৃত্ব প্ৰয়োগৰ ফলত পুৰুষক পশুৰ শ্ৰেণীলৈ নমাই নিয়াৰ সুযোগ দিয়ে। স্বামীৰ কৰ্তৃত্বৰ অহমিকাত কোনো কোনা ঠাইত তিৰোতাৰ জীৱন দুৰ্ব্বহ হৈ উঠাও দেখা যায়। হীন মনোবৃত্তি পৰায়ন স্বামীয়ে উচ্চমনোবৃত্তি পৰায়না স্ত্ৰীৰ ওপৰত অবাধ কৰ্তৃত্ব—শাসন চলাই স্ত্ৰীৰ জীৱনৰ আনন্দ আৰু সুখক হত্যা কৰে।"

এখনি ভক্তিভৰা হৃদয়েৰে "মহাত্মা গান্ধীৰ সভাত দিয়া ভাষণ"ত মহান ভাৰতবৰ্ষৰ ঐতিহ্য, প্ৰাচীন ভাৰতীয় নাৰীৰ বৈশিষ্ট্যতা, নাৰীৰ মৰ্য্যদা, পুৰুষ আৰু নাৰীৰ সম অধিকাৰৰ স্বতন্ত্ৰতা বোধৰ বহল পৰিসৰত প্ৰকাশ পায়।

"মহাত্মা গান্ধীৰ সভাত দিয়া ভাষণ"ত নলিনীবালা দেবীৰ অন্তৰ বিগলিত উদ্দাত্ত কণ্ঠধ্বনিত শুনিবলৈ উদুলি মুদুলি সভাৰ বাট। গতিকে বাট চ'ৰাত সোমোৱাৰ আগতেই উৰুলীকৃত হয় মন। 'মনক' গুৰুত্ব দিয়া হৈছে এই বাবেই যে সৰ্ব্বসাধাৰণতে সভা সমূহত ভাষণ শুনি শুনি শুকান তৰু সদৃশ অতিস্থ মন এটা নলিনীবালা দেবীৰ সভা সমূহত মুখামুখী হোৱা দেখা নেযায়। জোনাক নিশাৰ আকাশত তুলি দিয়া মিঠা বাঁহিৰ সুৰৰ দৰে কিমান চিত্তাকৰ্ষক, কিমান উদ্দীপনাময়, কিমান প্ৰেৰণাময় এই সভাৰ থলি ! এয়া হিয়াৰ থলি ! এয়া মনৰ থলি ! প্ৰাণৰো প্ৰাণৰ জীৱন উপলব্ধিৰ থলি !!

"আজি স্মৰণীয় ১৯৪৭ চন। জাতিৰ চিৰ আকাঙ্ক্ষিত ১৫ আগষ্টত সমগ্ৰ ভাৰতবৰ্ষ পৰাধীনতাৰ অভিশাপ মুক্ত হ'ল। লগতে অসমেও আকৌ হেৰোৱা স্বাধীনতা ঘূৰাই পালে। ১২৫ বছৰ কালৰ পৰাধীনতাৰ পিচত যিদিনা ভাৰতৰ স্বাধীনতাৰ আহ্বান আহিল, সেই দিনা অসমৰ পৰ্ব্বত ভৈয়াম জুৰি সেই আহ্বান প্ৰতিধ্বনিত হ'ল। প্ৰত্যেক অসমীয়াৰ হিয়াই হিয়াই অভূতপূৰ্ব্ব জাগৰণৰ স্পন্দন। মুক্তিৰ আহ্বানত শৰীৰৰ তপত তেজৰ সোঁত নাচিবলৈ ধৰিলে অসমীয়াৰ প্ৰতি শিৰে শিৰে। পৰ্বতৰ নগাৰাণী গাইডলুৱে বিপ্লৱৰ ভাৰ্গলৈ পৰ্ব্বত কঁপাবলৈ ধৰিলে। মুক্তি সাধকৰ পৰিচালনা শিৰতলৈ অসমে অতীতৰ ভাৰতবৰ্ষৰ সংগ্ৰাম পথৰ আগশাৰীৰ পৰা কোনো দিনে হোঁহকা নাছিল। লৰা-তিৰোতা-বুঢ়া-মেঠা সকলোৱেই সেই দিনা বলীয়া হৈ উঠিছিল মুক্তি ৰাগীত। আকৌ বিয়াল্লিচৰ গন জাগৰণত জীৱনক তুচ্ছ জ্ঞান কৰি অসমৰ ডেকা-গাভৰুৱে বলিশাল ৰঙাকৈ গৌৰৱপূৰ্ণ স্বাধীনতাৰ ভেটি বান্ধি পেলালে। শত-শত শ্বহীদৰ তেজেৰে ৰাঙলী তেজ ৰঙা পথৰ মাজেদি আগুৱাই অসম আজি অগ্ৰগতিৰ পথত।" নলিনীবালা দেবীৰ "অসমৰ চিনাকী"ৰ এয়াযে আছিল সোনালী সেউজীয়া উদ্ধৃতি। কবি দেহৰ প্ৰতি টোপাল ৰক্ত কণিকাৰে প্ৰকাশ পোৱা "অসমৰ চিনাকী"। "অসমৰ চিনাকী" এই প্ৰৱন্ধটি প্ৰাচীন অসম বুৰঞ্জীৰ পৰা পৰাধীনতাৰ শৃঙ্খল ছিঙি দুহাতত স্বাধীন ভাৰতৰ ধ্বজা তুলি লোৱালৈকে এক সুবিস্তৃত বৰ্ণনা। অসমৰ উত্থান-পতনৰ, খতিয়ান, সামাজিক জীৱন; সাহিত্য কলা সংস্কৃতি, ইতিহাস ধৰ্ম্ম আদি মূল; মূল্যবোধৰ সমল সমূহেৰে সমৃদ্ধ "অসমৰ চিনাকী"।

সুদূৰ প্ৰসাৰি পৰিবৰ্ত্তনৰ বুকুৰে উজাই অহা অসম প্ৰদেশ। অতীতৰ ইতিহাসে উজ্বল সমুজ্বল এই দেশৰ মাটি পানী। প্ৰাচুৰ্য্যময় প্ৰাকৃতিক সম্ভাৰৰ উপৰিও ভৰপূৰ শিল্প ভাস্কৰ্য্যৰ বুকুত খোদিত হৈ আছে গৌৰৱৰ নিচান। মহাভাৰত যুগৰ পৰা কত ঐতিহাসিক ঘটনা এই দেশৰ মাটিত মিহলি হৈ আছে! কুন্দিল নগৰৰ ৰাজ কোঁৱৰক যুঁজত হৰুৱাই ভগৱান শ্ৰীকৃষ্ণই ৰুক্মিণী দেবীক হৰণ কৰি নিয়া ঐতিহাসিক ঘটনা এই অসমৰ বুকুত। সেয়া মহাভাৰতৰ যুগ। বৰ্তমানেও তাৰ সাক্ষী বহন কৰি আছে। বানাসুৰৰ কন্যা ঊষা দেবীৰ অগ্নিগড়ৰ বিচিত্ৰ কাৰুকাৰ্য্য খছিত ভগ্নাংৱশেষৰ প্ৰতিটো স্তম্ভই অতীত মহাভাৰতৰ আৰ্য্য সভ্যতাৰ ইতিহাস জকমকাই ৰাখিছে।

বুৰঞ্জী এটা জাতিৰ এখন দেশৰ ঘাই সম্বল। কৃষ্টি আৰু সভ্যতাৰ বিষয়ে অসম বুৰঞ্জীত বিস্তৃত ভাৱে বৰ্ণোৱা আছে।

অসমৰ ইতিহাস অতি পুৰণি। অসমৰ ভৌগলিক, সাংস্কৃতিক, সাহিত্য-কলা, বিজ্ঞান-ৰাজনীতি-সমাজনীতি সকলো দিশেই সমৃদ্ধ। লেখত লব লগীয়া। লুপ্ত গৌৰৱৰ স্বাধীনতাৰ কিৰীটি পিন্ধি পুণৰ দৃঢ়তাৰে নিজক প্ৰতিস্থিত কৰিবলৈ আগবঢ়া অসম। পৃথিৱীৰ ক'তো বিচাৰি নোপোৱা সুদীৰ্ঘ ছশবছৰীয়া আহোম ৰাজত্বৰ এই অসম!

কি দুৰ্দ্দান্ত প্ৰতাপে আহোম ৰজাই অসম দেশ শাসন কৰে। আহোম ৰাজশক্তিৰ সন্মুখত সোতৰবাৰ ব্যৰ্থ হয় মোগল আক্ৰমণ! অসমৰ পুৰুষ আৰু তিৰোতাই ঘোৰাত উঠি ৰণক্ষেত্ৰত জপিয়াই পৰি শত্ৰুক পৰাজিত কৰা কৌশল দেখি মোগল শক্তি স্তম্ভিত হৈছিল। কিন্তু অসমৰ আয়ুস শেষ হোৱাৰ দিনটো যে এনেদৰেই আহিল। সেই দিনা আছিল ১৮২২ খৃষ্টাব্দৰ ২১ জুন। ব্ৰহ্মদেশৰ মিঙ্গিমাহা বন্দুলাই অসমৰ শেষ স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহক পৰাজয় কৰি অসম অধিকাৰ কৰে। স্বদেশ উদ্ধাৰৰ কাৰণে অসমীয়াই তলে তলে মন বান্ধি থাকিলেও, সাজু হ'লেও বিফলে গল সকলো। বাহিৰৰ শত্ৰুতকৈ ভিতৰৰ শত্ৰু যে ভয়ানক। বিশ্বাস ঘাটকতা ঘৰুৱা কন্দলৰ ফলত ব্ৰহ্মদেশৰ সৈন্যক বৃটিছ কোম্পানীয়ে পৰাজিত কৰি বিনাযুদ্ধে শাসনভাৰ নিকপকপীয়া কৰি নিজৰ হাতলৈ নিলে। অসমৰ ভাগ্য-আকাশত স্বাধীনতাৰ গৌৰৱ-সূৰ্য্য মাৰ গ'ল। অতীতৰ প্ৰাচুৰ্য্য হেৰুৱাই অভাৱ-দুখ পীড়ন, সহি থকা অসমীয়া জাতিটো পুনৰ নিৰ্বীৰ্য্য নিস্তেজ অৱস্থাত পৰিণত হ'ল। অতীত দিনৰ শোচনীয় ইতিহাস বৰ্ণনাত কবিৰ প্ৰাণে কান্দি উঠে। কবিময় সত্তা স্থবিৰ হৈ পৰে।

"অসমৰ চিনাকী"ত কলা সংস্কৃতিৰ দিশত কবিৰ হৃদয় আনন্দত উৎফুল্লিত। কবিয়ে তীব্ৰ সন্তুষ্টিৰে অভিহিত কৰিছে প্ৰকৃতিৰ সুৰীয়া প্ৰতিজন অসমীয়াই এজোজন কবি। দৈনন্দিন জীৱন যাত্ৰাৰ প্ৰতিটো মূহুৰ্ত্ততে নিভাজ ভাষাৰে মুখে মুখে গোৱা গীত, বিয়া নাম, বনগীতৰ কি যে সুললিত সুৰ! আৰু কবিতাৰ সমাবেশে অসমক কবিতাৰ দেশলৈ উত্তৰণ ঘটাইছে। মনোৰম অসমৰ সাহিত্যৰ ফুলনিখন এখন সৌন্দৰ্য্যময় সীমাহীন ফুলনি। যেতিয়া বাহিৰৰ কোনো প্ৰদেশতেই সাহিত্যৰ বিকাশ হোৱা নাছিল তেতিয়াই অসমত উন্নত পদ্য ছন্দেৰে ৰচনা কৰা হৈছিল অসমৰ সাহিত্য বুৰঞ্জী। সেই লেখ তেৰ শতিকাৰ। অসমীয়া মহিলা কবি সকলেও কবিতা সাহিত্যত উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। মনোমোহা পৰশত স্বচ্ছন্দ জীৱনৰ আপুনি প্ৰকাশিত হোৱা কবিতা সাহিত্যৰ মনোমোহা ৰূপ। বুৰঞ্জীয়ে গৰকা, সাহিত্য কলাই পৰশা কীৰ্ত্তন

ঘোষা, লেচাৰি, দুলৰী, ঝুমুৰী, জুনা, বৰগীত, দিহানামৰ সৃষ্টিধৰ্ম্মীতাই সঙ্গীতময় সুৰ সাৰতত্ত্বই দেহ-মন প্ৰশান্তিময় কৰি তোলে। প্ৰাণোজ্বল মদিৰাত আলোড়িত হৈ থাকে হৃদয়ৰ ভাষা, প্ৰতিটো জ্যোতিৰ্ময় স্পন্দন।

সকলো সুন্দৰৰ আনন্দ, হেঁপাহ নপলোৱা সুধা পান-পাত্ৰ "অসমৰ চিনাকী"। কবিৰ অজান দেশৰ পৰা অহা অন্তৰৰ সকলো উচ্ছ্বাস আৰু গৌৰৱৰ দলিল "অসমৰ চিনাকী"।

বিশ্ব পৰিভ্ৰমনেৰে বিশ্বৰ গভীৰতাক আকোৱালি লোৱা একোটি শব্দ, মানৱীয়তা প্ৰকাশৰ সকলো উচ্চ ভাৱনা, সকলো অসাধাৰণ তীক্ষ্ণ অনুভূতি গভীৰৰ পৰা গভীৰতালৈ দৃশ্যমান হোৱা ৰচনা সমূহৰ অটলত—অনুভৱৰ সমৃদ্ধ মনে নিশ্চয় কৈ উঠিব এয়া মাথো সফলতাৰ শিখৰত আৰোহন কৰিব পৰা সৰ্বশ্ৰেষ্ঠ আসনৰ সৰ্বশ্ৰেষ্ঠ মানৱৰ দ্বাৰাহে সম্ভৱ ! দক্ষতাৰ সুবাস, অভিনৱ জীৱনৰ বিজয় ঘোষণাৰ এই আসন সমগ্ৰ বিশ্বৰেই অলংকৃতা।

কাব্য ভাৰতী নলিনীবালা দেৱী এক অনন্যা। এই গৰাকী ভাৰত মণিষাৰ সাহিত্য কাব্যদৰ্শন, মানসিক পৰিকল্পনাৰ সৰ্ব্বন্তৰলৈ সোমাই যাবলৈ আমি অক্ষম। তথাপিতো যিখিনি অমূল্য সম্পদ স্পৰ্শ কৰিবলৈ সুযোগ পোৱা হৈছে তাৰেই উপলব্ধিত শিৰ নত হৈছে আপোনা-আপুনি মূৰ দোঁ খাই পৰিছে। সেই মহান শক্তিৰ শ্ৰেষ্ঠতাৰ ওচৰত কি উপচাৰে প্ৰাৰ্থনা জনাম, কি এনে নৈবেদ্য পাম যাৰ সুগন্ধ-পুষ্পৰে সীমাৰ মাজত অসীমক পোৱাৰ সম্ভৱ। এনে বহু পৃথিৱী পাৰ হৈ গলেও এটি শব্দ বিচাৰি পামনে যাৰ দ্বাৰা পদ্মশ্ৰী নলিনীবালা দেৱীক বিশ্লেষণ কৰাটো সম্ভৱ ! কবিৰ সাহিত্য মন্দিৰত বিচাৰি পোৱা কেইটিমান শব্দ সথ য়তেই ফুলি উঠিছে জ্ঞানোপলব্ধৰ একোখন অনুভূতিময় বেলি ফুলৰ বাগিচা। ৰসস্বাদন হিয়াঁ জুৰুৱা মন ইয়াৰ ছাঁয়াতেই মাথোআবদ্ধ হৈ ৰয়।

কবি ! তোমাক জনাইছোঁ প্ৰণাম।

